# বেজবৰুৱা - গ্ৰন্থাৱলী



## দ্বিতীয় খণ্ড

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা

সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংছ
গুৱাহাটী-৩

"Purchase with the assistance of
Fou dation and the State Govt."





**BEZBAROA GRANTHAVALEE ( VOl-II )**

Complete works of Sahityarathi Lakshminath Bezbaroa, Published by Sahitya-Prakash, Tribune Buildings, Guwahati-781003 and Printed at the Tribune Press, Guwahati-781003. Price Rs. 300·00 (Rupees Three hundred) for Two Volumes.

* প্ৰকাশক :
সাহিত্য-প্ৰকাশ ॥ ট্ৰিবিউন বিল্ডিংছ ॥
গুৱাহাটী—৭৮১০০৩

* প্ৰথম প্ৰকাশ : ১৪ ফেব্ৰুৱাৰী, ১৯৭০ খ্ৰী:
* দ্বিতীয় প্ৰকাশ : ফেব্ৰুৱাৰী, ১৯৮৮ খ্ৰী:

* মূল্য ॥ ৩০০·০০ টকা (তিনিশ) দুয়ো খণ্ডৰ বাবে

* প্ৰচ্ছদপট অংকন :
ত্ৰৈলোক্য দত্ত

* মুদ্ৰক :
ট্ৰিবিউন প্ৰেছ ॥ গুৱাহাটী—৭৮১০০৩

# জোৰাণ

( পুনৰ )

বেজবৰুৱা গ্ৰন্থাৱলীৰ দ্বিতীয় খণ্ড আৰম্ভ কৰা হৈছে কবিতা আৰু গীতেৰে। বেজবৰুৱাই নিজে ছপাই যোৱা একমাত্ৰ কবিতাৰ পুথি 'কদমকলি'ৰ উপৰিও "অৰক্ষণীয়া কন্যা"ৰ দৰে অ'ত ত'ত সিচঁৰতি হৈ থকা কবিতা-গীতবিলাক থূপ খুৱাই 'কদমকলি'ৰ লগতে 'পদুমকলি'কো আমি এই গ্ৰন্থাৱলীত পঢ়ুৱৈ সমাজৰ হাতত তুলি দিছোঁ। "কবিতা হয় যদি হওক, নহয় যদি নহওক" বুলি ৰচনা কৰা কদমকলিৰ, অন্ততঃ কেইটামান কবিতাই ইতিমধ্যে বেজবৰুৱাদেৱক এজন শ্ৰেষ্ঠ গীতিকাৰৰ আসন প্ৰতিষ্ঠিত কৰিছে। এই কবিতাবোৰ বিভিন্ন ভাগত খাপে খাপে সজোৱা হলে বেছ্‌ লগাই পঢ়িবলৈ ভাল লাগিলহেঁতেন, পিছে লিখকে যি ক্ৰমত 'কদমকলি' উলিয়াই গ'ল তাত হাত দিবলৈ আমাৰ সাহসে নুকুলালে।

'কদমকলি' আৰু 'পদুমকলি'ৰ কবিতাখিনি একেসুৰীয়া বা একেভাবাপন্ন নহয়। এই কবিতাবোৰত প্ৰেমৰ কবিতা, দেশপ্ৰেমমূলক কবিতা, ধেমেলীয়া কবিতা, তত্ত্বমূলক কবিতা আৰু নানা তৰহৰ কবিতা আছে। নিঃসন্দেহে প্ৰতি ভাগ কবিতাৰে স্বকীয়া বৈশিষ্ট্য আছে। বিশেষজ্ঞসকলৰ ভিতৰত ভিন্ন জনে ভিন্ন কবিতাক শ্ৰেষ্ঠ স্থান দিছে—দিয়াটো স্বাভাৱিক কিয়নো সকলো মানুহৰে ৰুচি একে নহয়। 'মোৰ দেশ' আৰু 'অসম সঙ্গীত' নামৰ কবিতা দুটা জাতীয় আসনত বহিবলৈ সমৰ্থ হৈছে, 'ধনবৰ ৰতনী'য়ে সকলো শ্ৰেণীৰ পাঠকৰ চেনেহ পাইছে, 'ঈশ্বৰ আৰু ভকতে' বেজবৰুৱাৰ আধ্যাত্মিক দৰ্শন আৰু 'বীণবৰাগীয়ে' বেজবৰুৱাৰ আশা-নিৰাশাৰ সম্পৰ্কে আমাক সজাগ কৰি ৰাখিব। 'কবিতা' নামৰ কবিতাত কবিতাৰ সংজ্ঞা অনুপম। বেজবৰুৱাৰ কবিতাৱলীৰ বহু ঠাইত ছন্দৰ বান্ধ সোলোকঢোলোক সঁচা, তেনে হলেও ভাবৰ গাম্ভীৰ্য্য, ভাষাৰ মাধুৰ্য্য আৰু প্ৰকাশৰ লালিত্যৰে চহকী। কাব্য-কাননত লক্ষ্মীনাথৰ 'কদমকলি' আৰু 'পদুমকলি' নজহা নপমাকৈ ফুলি থাকিব বুলি আমি আশা কৰিছোঁ।

'বাঁহী'ৰ জন্ম-কালৰে পৰা বেজবৰুৱাই গীতো ৰচনা কৰিছিল, তেওঁৰ নাটকেইখনতো কেখাটাও ভাল গীত নথকা নহয়; তথাপি গীতিকাৰ বেজবৰুৱাক চিনি পাবলৈ সময় লাগিছিল। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে অসমীয়া গীত-মাতৰ নৱজন্ম দিয়াৰ আগতে আৰু জয়মতীকুঁৱৰী নাট মঞ্চস্থ হোৱাৰ পিছত ডালিমীয়ে ৰূপালী পৰ্দাত বাইজক গীত গাই শুনোৱাৰ আগতে লক্ষ্মীনাথৰ গীতত থকা কালিকাৰ কথা আমাৰ মানুহে তং ধৰিব পৰা নাছিল। 'কদমকলিৰ' কেখাটাও কবিতাৰ তলত গীত বুলি লিখা হৈছিল আৰু তাত সুৰ-তালো বান্ধি দিয়া হৈছিল;—বাঁহীত দুই চাৰিটা গীতৰ স্বৰলিপি বা সুৰ-চানেকীও প্ৰকাশ হৈছিল, তথাপি তেতিয়া সেইবোৰৰ প্ৰতি অসমীয়া শিল্পীসকল আকৃষ্ট হোৱা নাছিল বুলিলেই হয়।

১৯২৭ চনৰ অক্টোবৰ মাহত দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়াৰ পৌৰোহিত্যত তেজপুৰত সম্পন্ন হোৱা অসম ছাত্ৰ সন্মিলনৰ বছেৰেকীয়া অধিবেশন অসমীয়া সংস্কৃতিৰ কালৰ পৰাও গুৰুত্বপূৰ্ণ আছিল। সেই অধিবেশনত ৰূপকোঁৱৰে বিলাতৰ পৰা ঘূৰি পঠোৱা "আজু

হৃদয়ে হল ডেকা ল'ৰা।" নামৰ সমবেত গীতে সভাৰৰ বাহিৰে-ভিতৰে আলোড়নৰ সৃষ্টি কৰিছিল। সেই অধিবেশনতে পোনপ্ৰথম বাৰৰ বাবে বেজবৰুৱাৰ 'মোৰ দেশ' নামৰ কবিতাটো অসমীয়া জাতীয় গীত হিচাপে গ্ৰহণ কৰা হৈছিল। বহু বছৰৰ আগতে কদমকলিত প্ৰকাশিত আৰু নামৰ তলত কবিয়ে 'ইংৰাজী সুৰ' বুলি লিখি থোৱা গীতটোত শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা, বিষ্ণুপ্ৰসাদ ৰাভা, শ্ৰীকমলাপ্ৰসাদ আগৰৱালা, কুমুদ শৰ্ম্মা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ প্ৰভৃতি খ্যাতনামা শিল্পীসকলে নতুনকৈ প্ৰাণ সঞ্চাৰ কৰি দেশপ্ৰেমৰ মাদকতাৰে শ্ৰোতাক মুগ্ধ কৰিবলৈ সমৰ্থ হৈছিল। অসমীয়া জাতীয় গীত হিচাপে "অ মোৰ আপোনাৰ দেশ" গীতৰ বাছনি যে অতি উত্তম হৈছিল সন্দেহ নাই। এই কথা অপ্ৰিয় হলেও সত্য যে ভাৰতৰ ভাগ্যবিধাতাই ওপৰৰ পৰা জাপি দিয়া "জন-গণ-মন" ৰাষ্ট্ৰীয় গীততকৈ "বন্দে মাতৰম" আৰু "আপোনাৰ দেশ" গীতে আমাৰ অন্তৰৰ বেছি দলৈ সাৱলীলভাৱে সোমাব পাৰে। বেজবৰুৱাৰ গীতত কৃপাবৰৰ হেতু ওপৰা স্বাভাৱিক কথা কিয়নো লক্ষ্মীনাথ আৰু কৃপাবৰ দৰাচলতে একেজনেই দুমুখীয়া মানুহ। "অ' মোৰ আপোনাৰ দেশ" জাতীয় গীতটোৰ শেষৰ ফালেও কৃপাবৰে 'ৰা-তা-তা তা-ৰা-ৰা' বুলি এফাঁকি পদ লগাই দিছে; গ্ৰন্থাৱলীত আমি কৃপাবৰী অংশ বাদ দিছোঁ—বচকে এজন নিনাও লিখকলৈ দিয়া স্বাধিকাৰৰ ভাগ লৈ। চিঠিখনত গীতটো অসমীয়া জাতীয় গীত হিচাপে গৃহীত হোৱাৰ পিছত গীতিকাৰ বেজবৰুৱাৰ সেই সম্পৰ্কে প্ৰতিক্ৰিয়াও ব্যক্ত হৈছিল এইদৰে :

"মোৰ এটা ধাৰণা আছে, সি শুধেই হওক বা অশুধেই হওক, কিন্তু আছে। গছৰ পকা ফল সৰি পৰিলে, গছৰে সৈতে তাৰ আৰু সম্পৰ্ক নেথাকে। সি তলত পৰি গজে নাইবা জীৱ-জন্তুৰ পেটলৈ যায় নাইবা বতাহে তাক উৰাই নি দূৰ-দূৰান্তৰত পেলায়। গছ তাৰ আলৈআথানি বা আদৰ-সাদৰৰ পৰা আঁতৰত। অৱশ্যে তাৰ আদৰ দেখিবলৈ পালে গছৰ যে সন্তোষ নহয় অথবা আলৈআথানি চকুত পৰিলে যে গছ অলপ নহয় অলপ ব্যথিত নহব, এনে নহয়; তথাপি গছ তাৰ বিষয়ে নিলিপ্ত। শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰথম পুথি 'হৰিশ্চন্দ্ৰ উপাখ্যান।' এদিন তেওঁ পাটবাউসীত থাকোঁতে, এটা মগনিয়াৰে হৰিশ্চন্দ্ৰ পুথিৰ পদ মাতি, মাগি ফুৰা দেখি তেওঁ দুখ কৰি কৈছিল, "মোৰ প্ৰথম মানস-সন্তান ভিক্ষাৰী হ'ল।" মোৰ বাচত এই গীতটি, ভিক্ষাৰী হোৱা দূৰত থাওক, "Natioral Anthem" অৰ্থাৎ জাতীয় সঙ্গীত ৰূপে ৰাজৰাজেশ্বৰ হোৱা দেখি অৱশ্যে মোৰ আনন্দ যে কুলাই-পাচিয়ে নধৰা হৈছে তাক নকলেও হব।" *

সি যি নহওঁক বৰ্ত্তমানে ৰাজকীয় করুণাৰ পৰা বঞ্চিত হৈ এই গীতটোৰ মহিমা কিছু পৰিমাণে ম্লান হলেও ইয়াৰ জেউতি যাউতিযুগীয়া হৈ থাকিব বুলি আমি বিশ্বাস কৰোঁ। বিভেদৰ শকুনিয়ে পাখটি মৰাৰ পূৰ্ব্বতে এই গীতৰ মুৰ্চ্ছনাই সদৌ অসমৰ পৰ্ব্বতে-ভৈয়ামে ৰজনজনাই গৈছিল। এইখিনিতে লোকপ্ৰিয় ৰবদলৈৰ আমোলৰ এটা সাধু কৈছোঁ। সাধু হলেও সঁচা কাহিনী; শুনিছিলো শিক্ষা-বিভাগত কাম কৰা এজন বন্ধুৰ পৰা, এখন ৰকম্বা মেলত। তেতিয়াৰ শিক্ষা-সঞ্চালক শ্ৰীহিৰণ্যকুমাৰ ভূঞা এবাৰ মিজো জিলাৰ ভিতৰুৱা অঞ্চললৈ স্কুল পৰিদৰ্শন কৰিবলৈ দলেবলে গৈছিল। প্ৰতিখন স্কুলতে হেনো মুগাৰ মেখেলা-চেলেং পিন্ধা সাজপাৰেৰে মিজো ছাত্ৰী আৰু ছাত্ৰবিলাকে তেওঁলোকক সমবেত কণ্ঠত 'অ' মোৰ আপোনাৰ দেশ' অসমীয়া জাতীয় গীতটো গাই সম্বৰ্দ্ধনা জনাইছিল। অসমীয়া আখৰ পঢ়িব নোৱাৰাৰ বাবে গীতটো ৰোমান আখৰেৰে লিখি লৈ মুখস্থ কৰা হৈছিল। দুখৰ বিষয় আজি আৰু সেই দিন

---

* বাঁহী : ১৮ শ বছৰ, ৩য় সংখ্যা, (আহাৰ, ১৮৫১ শক)

নাই। পৰ্ব্বত-ভৈয়ামৰ মাজত বিভেদৰ জুই জ্বলাই ৰাজনীতিয়ে সাহিত্য-সংস্কৃতিকো পিলিপেলো-ৱাৰ উপক্ৰম হৈছে। ইয়াতকৈ পৰিতাপৰ বিষয় কি হ'ব পাৰে।

আমি ধৰি ল'ব পাৰোঁ যে কবিতা হয় হওক, নহয় নহওক, বুলি কবিতা ৰচনা কৰাৰ নিচিনাকৈ গীত হয় হওক, নহয় নহয় নহওক বুলি বেজবৰুৱাই এলানি গীতো ৰচনা কৰিছিল। 'মোৰ দেশ' আৰু 'অসম সঙ্গীত' অন্ততঃ এই দুটা দেশপ্ৰেমমূলক গীতৰ বাবেই অসমৰ প্ৰসিদ্ধ গীত-ৰচয়িতাসকলৰ মাজতো সাহিত্যৰথীজনাক এখন সন্মানৰ আসন দিবই লাগিব।

কবিতাৰ পিছতে নাটৰ কথা। সাহিত্যৰথী বেজবৰুৱা ভাৰতীয়াৰ জীৱনৰ সৰহভাগ অৰ্থাৎ ওৰে কৰ্ম্ম-জীৱন অসমৰ বাহিৰত অতিবাহিত হৈছিল। সেই কাৰণে তেওঁৰ নাট্যশিল্পী জীৱনে পুলি-পোখা মেলি ফুলে-ফলে জাতিকাৰ হ'বলৈ সুযোগ নেপালে যদিও নাট্যকাৰ হিচাপে তেওঁৰ আসন অসমীয়া সাহিত্যত সুপ্ৰতিষ্ঠিত। অভিনেতা হিচাপেও অসমৰ ৰজমঞ্চলৈ তেওঁৰ ৰৰঙণি নিচেইকৈ নাই বুলি ক'ব পৰা নেযায়। ল'ৰাকালতে অকুৰ মেলা আবেগ-অনুভূতিবোৰেই উপ-যুক্ত ক্ষেত্ৰ আৰু আপতাল পালে পিছৰ জীৱনত ঠন ধৰি উঠাটো স্বভাৱসিদ্ধ কথা। বেজ-বৰুৱাৰ শিশুজীৱনত কেনেকৈ শিল্পী-জীৱনৰ গজালি মেলিছিল তাৰ বিতং বিৱৰণ তেওঁৰ 'মোৰ জীৱন সোঁৱৰণ' গ্ৰন্থত পোৱা যায়।

যোৱা শতিকাৰ শেষ দশকত কলিকতাত পঢ়িবলৈ যোৱা এমুঠি অসমীয়া ছাত্ৰৰে অসমীয়া ভাষা-সাহিত্যৰ উন্নয়ন আৰু প্ৰতিৰক্ষাৰ কাৰণে 'অ-ভা-উ-সা'ৰ জন্ম দিছিল, বিখ্যাত 'জোনাকী' কাকতৰ সৃষ্টি হৈছিল, তদুপৰি তেওঁলোকে ভাষাৰ প্ৰসাৰ আৰু প্ৰচাৰত নাটকৰ গুৰুত্বপূৰ্ণ ভূমি-কালৈকো সক্ৰিয় দৃষ্টি নিক্ষেপ কৰিছিল। আধুনিক অসমীয়া নাট্য-সাহিত্যত লক্ষ্মীনাথ আৰু পদ্মনাথ দুইজনা সাহিত্যৰথীৰ অৰিহণা বিশেষ মূল্যবান আৰু দুয়োজনেই আমাৰ নমস্য পুৰুষ।

জয়জয়ে লক্ষ্মীনাথে 'জোনাকী'ত ছোৱা-ছোৱাকৈ উলিয়াই 'লিতিকাই'ৰে তেওঁৰ নাট্য সাহিত্যৰ পাতনি মেলিছিল। তাৰ পিছত আৰু খনচেৰেক ধেমেলীয়া নাট—নোমল, পাঁচনি, চিকৰপতি আৰু নিকৰপতি লিখি তেওঁ প্ৰকাশ কৰিছিল। ধেমেলীয়া নাটৰ উপৰিও চক্ৰ-ধ্বজসিংহ, জয়মতীকুঁৱৰী আৰু বেলিমাৰ এই তিনিখন বুৰঞ্জীমূলক নাট প্ৰকাশিত হৈছিল। এই বুৰঞ্জীমূলক নাটকেইখনৰ পম খেদিলে তাত অসম বুৰঞ্জীৰ হুবহু প্ৰতিফলন হোৱা দেখা নেযায়। নাট্যকাৰে সেই কালত যিমিনি বুৰঞ্জীৰ সমল বিচাৰি পাইছিল, তাৰ ওপৰতে ভেজা দি নাট ৰচিছিল। বুৰঞ্জীৰ ঘটনাৰ সত্যাসত্য বিচাৰ কৰিবলৈ তেওঁ যত্ন কৰা নাছিল। পিছৰ কালত দৃষ্টিগোচৰলৈ অহা বহু কথাত তেতিয়া বুৰঞ্জীৰ পোহৰ পৰা নাছিল। বুৰঞ্জীৰ তাৰ-ৰীয়া তথ্যপাতিৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হোৱাত 'চক্ৰধ্বজসিংহ' নাটত লাচিতৰ সৌহাত স্বৰূপ বাঁহগড়ীয়া আতন বুঢ়াগোহাঁয়ে ন্যায্য স্থান নেপালে। 'জয়মতীকুঁৱৰী' নাটত সেই কাহি-নীৰ অন্যতম নায়ক লালুকসোলা বৰফুকনে টুপাই ধুব মাৰিলে। নাট্যকাৰৰ যাই উদ্দেশ্য আছিল অসমৰ অতীত গৌৰৱ কাহিনী নাটৰ আকাৰেৰে তেতিয়াৰ অসমীয়াৰ আগত প্ৰচাৰ কৰাটোহে —নাট লিখি যশ আৰ্জিবলৈ যোৱাটো নহয়। নাট্যকাৰৰ সেই উদ্দেশ্য সিদ্ধি হৈছে আৰু যশ আৰ্জ্জন আপোনাআপুনি হৈছে। পিছৰ কালত 'জয়মতীকুঁৱৰী'ক বোলছবিলৈ ৰূপান্তৰিত কৰোঁতে জ্যোতিপ্ৰসাদে নাটখনৰ আধাআধি নকৈ লিখি আগৰ বুৰঞ্জীৰ অসম্পূৰ্ণতা ভালেখিনি দূৰ কৰিছিল আৰু ৰূপকোঁৱৰৰ কাপৰ পৰশত বেজবৰুৱাৰ জয়মতীত সোণত সুৱগা চৰিছিল। আজিকালি কোনো কোনোৱে ল'ৰা ৰজাই জয়মতীক শাস্তি দিয়া কাহিনীটোকে ফুটুকাৰ ফেন বুলি উৰাই দিব খোজে। ৰাজবুৰুত যদি শিয়ালৰ শিঙেই নেথাকে অৰ্থাৎ জয়মতীক শাস্তি দিয়া

কথাটোৱেই অনুলক হয়, তেন্তে মহাসতী জয়মতীকো দেখোন আমি হেজবৰুৱাৰ কল্পনীয়া হওঁ? এইবোৰ বুৰঞ্জীৰ বাকবিতণ্ডাৰ মাজত সোমাবলৈ আমাৰ ধৃষ্টতা নাই—সেয়েহে আন কথা এটা কওঁ। জ্যোতিপ্ৰসাদে 'জয়মতী' বোলছবি উলিয়াবলৈ যোজা কৰি এই বিষয়ে সহায় কৰিবলৈ ৺ডঃ সূৰ্য্য-কুমাৰ ভূঞাৰ কাষ চাপিছিল আৰু বুৰঞ্জীবিদ ভূঞা ডাঙৰীয়াৰ পৰা যথাবিহিত দিহা-ভৰসা লাভ কৰিবলৈকো সমৰ্থ হৈছিল। ভূঞা ডাঙৰীয়াই বুৰঞ্জীৰ পাত লুটিয়াই চাই জনাইছিল যোলে জয়মতীক ঘেৰেড়া পথাৰত টীয়াত্ ভুগোৱা চাওদাঙৰ মুখিয়ালজন আছিল দক্ষিণপটীয়া হাজৰিকা। বুৰঞ্জীত তেওঁৰ নামটো অশ্লীল শব্দ এটা হোৱাৰ বাবে জ্যোতিপ্ৰসাদে গাথি হাজৰিকা নামেৰে নকৈ নামকৰণ কৰিছিল আৰু সেই গাথি হাজৰিকাৰ নিৰ্ম্মম ভূমিকা শ্ৰীফণী শৰ্ম্মাই দক্ষতাৰে ৰূপায়িত কৰিছিল।

এই কথা স্বীকাৰ্য্য যে বেজবৰুৱাৰ নাটৰ পুৰুষ চৰিত্ৰবোৰতকৈ নাৰীচৰিত্ৰবোৰ অধিক উজ্জ্বল আৰু মনোগ্ৰাহী। তৰাৰ ভিতৰত ভোটাতৰা জিলিকি থকাৰ নিচিনাকৈ এই সকলো নাৰী-চৰিত্ৰৰ ভিতৰত আকৌ ডালিমীৰ চৰিত্ৰ জাকত জিলিকা। সমগ্ৰ অসমীয়া নাট্য সাহিত্যতে ডালিমী নাট্যকাৰৰ এক অতুলনীয় সৃষ্টি। ডালিমীয়েই লক্ষ্মীনাথৰ নাট্য-প্ৰতিভাক ষোল অনাই বিকশিত কৰি তুলিছে। কবিৰ ভাষাৰে কবলৈ হলে ডালিমী যেন 'অৰ্দ্ধেক মানবী, অৰ্দ্ধেক কল্পনা'। অসম-বুৰঞ্জীত এই চৰিত্ৰটোৰ অস্তিত্ব নামমাত্ৰ। আজিৰ পৰা বহু বছৰৰ পূৰ্ব্বে আমি এবাৰ নগাপৰ্ব্বতৰ নাগিনীমৰা অঞ্চলত সাদিনমান আছিলোঁগৈ। তেতিয়া সেইবোৰ ঠাইত আজিৰ দৰে আধুনিককৰণ হোৱা নাছিল। প্ৰকৃতি আছিল তাত পূৰ্ণযৌবনা, চিৰসেউজীয়া। বনফুলে তাত হাঁহিছিল, নিজৰাই দিনে-নিশাই নাচিছিল। নাগিনীমৰাৰ পৰা বৰজানলৈ যাওঁতে বাটত অনিতা গছৰ নিচিনা ডাঙৰ একোজোপা চেকীয়া গছ দেখি আমাৰ হঠাৎ কবে মনত পৰিছিল:

"পৰ্ব্বতৰ চেকীয়া নিহিৰীপতীয়া
বতাহত হালেজালে,
ক'লা আকাশত বগে জাক পাতি
উৰা মাৰে ৰুৱবালে।
পখিলী উৰিলে উৰিব ডালিমী
লগৰে লগৰী পাই,
মনৰে সোঁৱাটো চুটি মেলি যাব
কলৈকো উৱাদিহ নাই।"

পৰ্ব্বতৰ ওপৰলৈ দিমাকে উঠি গৈছিলোঁ, সিমাকে অনুভৱ কৰিছিলোঁ সেইখন সঁচাকৈয়ে ডালিমীৰ দেশ। নিজৰ ওপজা ঠাই ৰংপুৰ নগৰৰ গাতে লাগি থকা এই ঠাইলৈ বেজবৰুৱা নিশ্চয় গৈছিল—সেয়েহে তেওঁ ইমান হুবহুকৈ ডালিমীৰ ছবি আঁকিব পাৰিছিল, নগাপৰ্ব্বতৰ প্ৰাকৃতিক পৰিবেশ ফুটাই তুলিব পাৰিছিল এনে আমাৰ অনুভৱ হৈছিল। বেজবৰুৱাৰ বৰ্ণিত দৃশ্যবোৰ আমাৰ চকুৰ আগত জীৱন্ত হৈ ভাহি উঠিছিল। সেই ঠাইৰ মানুহৰ পৰা শুনিছিলোঁ, নগাবিলাকে হেনো সেই অঞ্চলতে এজন আহোম ৰজা লুকাই থকা বুলি কয় আৰু তেওঁৰ লগত হেনো এজনী নাগিনী ছোৱালীৰ সদ ভাৱ হৈছিল। সেই নাগিনীয়ে গা ধোৱা নাগিনীজান আৰু নাগিনীয়ে ধান খুন্দা শিলৰ উৰালো তেওঁলোকে মোক দেখুৱাইছিল। আৰু এটা কিম্বদন্তী মতে গদাপাণিয়ে হেনো অজ্ঞাতবাস শেষ কৰি ভৈয়ামলৈ যোতিয়া গৈছিল—তেওঁৰ পাছে পাছে

হেনো সেই নাগিনীজনীও আছিল। নাগিনীজনীক লগত নিবলৈ গদাপাণি অস্বস্তি হ'ল। নাগিনী কিন্তু নেৰোপানি। তাই আহিবই। অৱশেষত গদাপাণিয়ে খং উঠি "ঘুৰি নেযাৱ নে?" বুলি তাইৰ বুকুত টোকৰ এটা মাৰি দিলে। ভীমকায় গদাধৰৰ সেই ধনঞ্জয় টোকৰতে নাগিনীজনী পৰি গ'ল আৰু তাতে তাইৰ থিতাতে মৃত্যু হ'ল। তেতিয়াৰ পৰা হেনো সেই ঠাইৰ নাম হ'ল 'নাগিনীমৰা।' লক্ষ্মীনাথে এই নাগিনীৰ সাধু শুনিব পায় আৰু সৰাইপৰাই মৰমৰ উম দি ৰখা সেই নাগিনীজনীকে তেওঁ ডালিমী হিচাপে জয়মতীকুঁৱৰী নাটত তুলিতালি লৈছিল। নিজৰাৰ পৰা বাঁহৰ চুঙাত পানী লৈ যোৱা নাগিনী ছোৱালী আমি দেখা পাইছিলো আৰু সিহঁতৰ খিলখিল হাঁহি শুনি ডালিমীৰ হাঁহিলৈ মনত পৰি গৈছিল। সেয়েহে আমি এটা কবিতাত লিখিছিলোঁ—

"কাষত কলহ লোৱা নহয় বালিকা
তাতোকৈ অপৰূপা পাহাৰী বালিকা।"

এই অপৰূপা পাহাৰী বালিকা নাগিনী ছোৱালীৰ মাজতে "ডালিমী'ক আমাৰ মনত সোঁশৰীৰে দেখা পোৱা যেন লাগিছিল—অজানিতভাৱে নাট্যকাৰ বেজবৰুৱালৈ শ্ৰদ্ধাত মূৰ দোঁ খাই গৈছিল। এই ডালিমী চৰিত্ৰ অংকণতে নিপুণ নাট্যকাৰ লক্ষ্মীনাথৰ দক্ষতা প্ৰকাশ পাইছে।

সম্প্ৰতি "পত্ৰলেখাতে" প্ৰকাশিত লক্ষ্মীনাথে তেওঁৰ বন্ধু পণ্ডিত হেমচন্দ্ৰ গোস্বামীলৈ লিখা এখন চিঠিৰ পৰা জানিব পৰা গৈছে যে "কুমাৰভাস্কৰ বৰ্মা' নামৰ নাট এখন ৰচনা কৰিবলৈকো বেজবৰুৱাই আঁচনি তৰি থৈছিল। দুখৰ বিষয় সি কাৰ্য্যকৰী হৈ নুঠিল। সেই চিঠিখন হৈছে।

"* * * The questions has cropped up, why should not I depict things of the glorious Hindu Period that preceded the Ahom advent to Assam ? So I am thinking of writing a drama entilted Bhaskarvarman whose reign seems to be the climax of the Hindu civilization in Assam, as far as chronicled history penetrates into. But without your help it is not quite practicable. Description and details, howsower scanty, of the great Hindu Pundits of deep Sanskrit lore of Kamrup consists. Kumarila Bhatta, our great Assamese Dak and other great Sanskrit and others are to be embodied to show the superior civilization of the period. You understod what I mean. So please carefully prepare a note with suggestions and send anything you think fit to be included : Harshavardhan—the procession and so on and so on. It will be, if I succeed, a great Assamese Hindu national drama."

আজিকালি একাঙ্কিকা নামৰ এশ্ৰেণী নাট আমাৰ মাজত জনপ্ৰিয় হৈ উঠিছে। একাঙ্কিকা নামটো নতুন হ'লেও অসমীয়া সাহিত্যত আগেয়েও এবিধ নাটৰ প্ৰচলন নথকা নহয়। ইয়াৰ মাৰ-মাচ প্ৰথম আধুনিক অসমীয়া একাঙ্কিকা হিচাপে বেজবৰুৱাৰ 'পাচনি' নাটখনকে আগবঢ়াই দিব পাৰি। তদুপৰি ১৯১৮ চনতে চ'ৰাবৰীয়া নাম দি 'বাঁহী'ত প্ৰকাশিত আৰু বৰ্ত্তমানে পুথিৰ আকাৰত প্ৰকাশ হোৱা বেজবৰুৱাৰ 'গদাধৰ ৰজা' নামৰ নাটিকাখনতো আধুনিক একাঙ্কিকাৰ সকলো লক্ষণ বিদ্যমান। অসমীয়া চুটি গল্পৰ দৰে বেজবৰুৱাক অসমীয়া একাঙ্কিকাৰ কৃতী জনক হিচাপেও আমি অভিনন্দন জনাব পাৰোঁ।। গ্ৰন্থাৱলীত অন্তৰ্ভুক্ত 'নাটৰ কুকি'ত 'গদাধৰ ৰজা'ৰ উপৰিও আৰু খনচেৰেক চেচুকৰ জেমতেমকা হৈ

তেকুৰি থকা নাটিকা সামৰি লোৱা হৈছে। এই গ্ৰন্থৰ নাট-বিভাগত সজোৱা নাট কেইখনৰ উপৰিও ‘কদমকলি’ত ‘দেৱযানী’ আৰু ‘বৰবৰুৱাৰ বুলনি’তো ‘জুনুকী’ক (বেতাল ষষ্ঠ বিংশতি) দেখা পোৱা যাব।

নাটৰ পাছতে এই গ্ৰন্থাৱলীও কৃপাবৰ বৰুৱাক আসন দিয়া হৈছে। লক্ষ্মীনাথতকৈও কৃপাবৰ বৰবৰুৱাকহে অসমীয়া মানুহে ভালকৈ চিনি পাইছিল। পূৰণি চাম অসমীয়া মানুহে যেনেকৈ যি কোনো অসমীয়া আলোচনীকে ‘অৰুণোদয়’ আখ্যা দিছিল, সেইদৰে লক্ষ্মীনাথৰ নাম ললেই কৃপাবৰহে আহি আগত থিয় হৈছিল। কবিতা, চুটি গল্প, নাট, উপন্যাস জীৱনী আদি সাহিত্যৰ বিভিন্ন বিভাগ লক্ষ্মীনাথৰ সোণৰ পৰশ পাই কম-বেছি পৰিমাণে জিকমিকাই উঠা জানোহক। লক্ষ্মীনাথৰ ‘বীণ-বৰাগীৰ’ গীত সকলোৱে শুনিছে, লক্ষ্মীনাথৰ “অ’ মোৰ আপোনাৰ দেশ” জাতীয় গীতটো আমি সকলোৱে একেলগে গাইছোঁ। লক্ষ্মীনাথৰ ডালিমী, ধনবৰ ৰতনী, পিজৌ গাভৰু, গজপুৰীয়া, ভদৰী আদি বহু চৰিত্ৰক আমি ভালদৰে চিনি পাওঁ। লক্ষ্মীনাথৰ ‘বুঢ়ীআইৰ সাধু’ আৰু “ককাদেউতা আৰু নাতি ল’ৰা’ৰ সাধুবোৰ অসমীয়া অকণিহঁতে মৌ পিয়াদি পঢ়ে। সেয়ে হলেও বেজবৰুৱাৰ হাস্যৰসৰ ফালটোৱেহে সকলো শ্ৰেণীৰ পাঠকৰে চকুত পৰে। পৰিৱৰ কথাই, কিয়নো লক্ষ্মীনাথৰ কৃপাবৰী প্ৰতিভাই আটাইতকৈ বেছি লোকদেখনিয়াৰ আৰু সৰু-বৰ সকলোৰে পক্ষে সমানে উপভোগ্য। কৃপাবৰৰ এই হাস্যৰসৰ মাজতো জানিবলগীয়া, ভাবিবলগীয়া আৰু উপলব্ধি কৰিব লগীয়া বহু বিষয়ৰো বহু কথাই আছে। কৃপাবৰৰ বহু ৰচনাই হাস্যৰসত জুবুৰিয়াই ৰসাল কৰিছে যদিও তাৰ অন্তৰ্নিহিত সত্য, ভাব ভাষা আৰু প্ৰকাশভঙ্গীয়ে আমাৰ অন্তৰৰ সুপ্ত তাঁৰডালতো কঁপনি তোলে। চেনিৰ লেও দিয়া কুইনাইন বড়ীৰ দৰে এনে বিধ ৰচনা দেহ আৰু সমাজৰ পক্ষে হিতকৰ।

হেৰাই যোৱা সমাজ এখনৰ, হেৰাই যোৱা দেশ এখনৰ, সুস্পষ্ট ছবিও এই ৰচনা-ৰাজিৰ মাজতে দেখিবলৈ পোৱা যায়। শ্ৰীকৃষ্ণৰ মুখৰ ভিতৰতে যশোদাই গোটেই বিশ্ব-ব্ৰহ্মাণ্ডকে দেখা পাইছিল। কৃপাবৰ বৰুৱায়ো অসমীয়াক বিশ্বদৰ্শন কৰাবলৈ মুখ মেলি দিছে কিন্তু তাকে দেখা পাবলৈ হলে অসমীয়াক আজি চাবলৈ লাগিব চকু, অনুভৱ কৰিবলৈ লাগিব বুকু। বাহিৰত দেখাত লক্ষ্মীনাথ হাস্যৰসিক কৃপাবৰ হলেও অলপ ভালকৈ ভুলকি চালেই লক্ষ্য কৰিব পাৰি মূলতে তেওঁ দেশপ্ৰেমিক, চিন্তাশীল, তত্ত্বদৰ্শী বেজবৰুৱাহে— অসমীয়া সাহিত্যৰ, অসমীয়া সংস্কৃতিৰ যুগনায়ক:

ডঃ বৰুৱা আৰু ডঃ শৰ্মাই সম্পাদনা কৰা ‘বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি’ৰ প্ৰথম ভাগৰ পাতনিৰ পৰা একাংশ এইখিনিতে তুলি দিয়া হ’ল:

“এটা বিষয়ত বেজবৰুৱা অদ্বিতীয় হৈ আছে আৰু সম্ভৱ থাকিবও—সেয়ে হৈছে ব্যঙ্গ আৰু খুহুটীয়া সাহিত্য। সাহিত্যৰ এই শাখা-বিশেষত বেজবৰুৱাই অভূতপূৰ্ব সফলতা লাভ কৰাৰ মূলতে হৈছে অসমীয়া জাতীয় জীৱনৰ লগত গভীৰ পৰিচয় আৰু তেখেতৰ আবিষ্কাৰধৰ্মী প্ৰতিভা। দৰাচলতে বেজবৰুৱাৰ প্ৰতিভা কিছু দূৰ সৃষ্টিধৰ্মী হলেও প্ৰধানকৈ আবিষ্কাৰ-ধৰ্মীহে। আবিষ্কাৰৰ কাৰণে প্ৰয়োজন পৰ্য্যবেক্ষণ শক্তি আৰু বিশ্লেষণী ক্ষমতা। সৃষ্টিৰ কাৰণে লাগে কল্পনা-শক্তি। য’ত সৃজনী-প্ৰতিভাৰ বেছি প্ৰয়োজন তাত বেজবৰুৱাই বৰ সফলতা লাভ কৰা নাই কিন্তু য’ত পৰ্য্যবেক্ষণ-শক্তি আৰু বিশ্লেষণী-ক্ষমতাৰ দৰকাৰ তেনে

ঠাইত বেজবৰুৱাই বিস্ময়কৰৰূপে সফলতা লাভ কৰিছিল। এই কাৰণেই অসমীয়া জাতীয় জীৱনৰ চিত্ৰ ফুটাই তোলাত বেজবৰুৱাৰ দৰে সফলতা কোনো অসমীয়া সাহিত্যিকে লাভ কৰা নাই। বেজবৰুৱাৰ কবিতা বা নাটকসমূহ যদি ভস্মীভূত হৈ যায় তেন্তে অসমীয়া সাহিত্যৰ কিছু ক্ষতি হলেও সেই ক্ষতি অপূৰণীয় নহয়; কিন্তু তেখেতৰ হাস্যৰসৰ প্ৰধান ৰচনাৱলী যদি কিবা কাৰণত নষ্ট হয়, তেন্তে সাহিত্যৰ ভঁৰালৰ এটা অংশ অপূৰণীয় ভাৱে শূন্য হৈ ৰব। অসমীয়া সাহিত্যলৈ এই হাস্যৰসপ্ৰধান প্ৰবন্ধসমূহেই বেজবৰুৱাৰ সৰ্ব্বপ্ৰধান মৌলিক দান।

কাকতৰ টোপোলা', 'ওভতনি' আৰু 'ভাবৰ বুৰবুৰণি'ৰ প্ৰবন্ধসমূহ আধুনিক যুগৰ ব্যক্তিনিষ্ঠ মনোধৰ্মী ৰচনাৰ পৰ্য্যায়ভুক্ত কৰিব পাৰি। উপন্যাস আৰু চুটি গল্পৰ দৰে এই বিধ প্ৰবন্ধও মূলতঃ অভাৰতীয়, পাশ্চাত্য সাহিত্যৰ প্ৰভাৱৰ ফল। লঘু ভাবেৰে হাস্যৰসৰ মাজেদি জ্ঞান বিকিৰণেই এনে বিধ ৰচনাৰ বিশেষত্ব। অতিশয় পুৰণি বা অতি পৰিচিত বিষয়ক এই শ্ৰেণীৰ প্ৰবন্ধ লেখকে কল্পনা আৰু পৰ্য্যবেক্ষণ শক্তিৰ দ্বাৰা অসাধাৰণভাৱে প্ৰকাশ কৰি প্ৰথম পৰিচয়ৰ আনন্দ শিহৰণ তোলে। ৰচনাৰ প্ৰকাশভঙ্গীয়েই এই বিধ ৰচনাৰ প্ৰধান কথা। ইংৰাজ সমালোচক Rabert Lynd ৰ সংজ্ঞাই প্ৰবন্ধ-সাহিত্যৰ বিশেষত্ব স্পষ্টভাৱে প্ৰকাশ কৰিছে। তেওঁ কৈছে,—

"Sometimes it is nearly a sermon, sometimes it is nearly a short story. It may be a fragment of autobiography or a piece of nonsence. It may be setirical or vituperative and sentimental It may deal with any subject from the day of Judgment to a pair of scissors".

বিষয়ৰ পৰা বিষয়ান্তৰলৈ জঁপিয়াই যোৱা এই বিধ ৰচনাৰ আন এটা বিশেষত্ব। বেজবৰুৱাৰ ভাবৰ বুৰবুৰণিত উপৰুক্ত প্ৰায়বিলাক লক্ষণেই বিৰাজমান।

বেজবৰুৱা মানুহজনক সাহিত্যৰ মাজেদি বুজিবলৈ হলে এই হাস্যৰসৰ প্ৰবন্ধবোৰেই প্ৰধান সম্বল। তেখেতৰ চিন্তাধাৰা, আদৰ্শ, জগত আৰু জীৱন সম্বন্ধে ধ্যান-ধাৰণা আদিৰ লগত সম্যকভাৱে পৰিচয় হবৰ কাৰণে এই প্ৰবন্ধসমূহৰ অধ্যয়ন অপৰিহাৰ্য্য। ইংৰাজীত "The style is the man himself" অৰ্থাৎ প্ৰকাশভঙ্গীয়েই ব্যক্তিত্ব বুলি এটা কথা আছে। তেওঁৰ জাগ্ৰত স্বদেশানুৰাগ, সুস্থ-সবল আশাবাদী মন, চিৰতৰুণ ব্যক্তিত্বৰ নিৰঙ্কুশ-প্ৰকাশস্থল হৈছে বুৰবুৰণিকে আদি কৰি মৌলিক হাস্যোজ্জ্বল প্ৰবন্ধসমূহ। কাব্য-উপন্যাসত বেজবৰুৱাৰ ব্যক্তিত্বই স্বতঃস্ফূৰ্ত্তভাৱে যেন প্ৰকাশ পোৱা নাই, এটা কৃত্ৰিম পোছাকে যেন আৱৰি ৰাখিছে। কিন্তু সেইবিলাকৰ মাজেদিও একো একোটা সুৰুঙাইদি আচল মানুহজনে ভুমুকি মাৰি যায়হি।

বেজবৰুৱাৰ প্ৰবন্ধসমূহ সুখপাঠ্য আৰু গ্ৰহণীয় হৈছে প্ৰধানকৈ অনন্য-সাধাৰণ হাস্যোদ্দীপক ৰসাল ভাষা আৰু প্ৰকাশভঙ্গীৰ কাৰণে। অসমীয়া সাহিত্যত বেজবৰুৱাৰ অননুকৰণীয় ষ্টাইল এটা বিশেষ সম্পদ। এই কালৰ পৰা বেজবৰুৱাৰ প্ৰকাশৰীতিক Personal idiosyncracy of expression বুলিব পাৰি। বৰ্ণনাভঙ্গীৰ সহৃদয়তা বেজবৰুৱাৰ ৰীতিৰ অন্যতম বিশেষত্ব। ভাবৰ বুৰবুৰণি প্ৰবন্ধমালাত লেখক আৰু পাঠকৰ মাজত সহজভাৱে অন্তৰঙ্গতা স্থাপন হৈছে। তদুপৰি নাটকোচিত প্ৰকাশ-ৰীতিয়ে বৰ্ণনাক বৈচিত্ৰ্যময় আৰু চমকপ্ৰদ কৰি তুলিছে।

বিবিধ বিষয়ৰ বুৰবুৰণিৰ প্ৰবন্ধমালাত বেজবৰুৱাৰ নিজ ব্যক্তিত্বৰ উপৰিও উনবিংশ শতাব্দীৰ শেষ স্তৰৰ অসমীয়া সমাজখনো সোমাই আছে। অসমীয়া জীৱনৰ লগত পৰিচয় নথকা মানুহে অসমীয়া ভাষা শিকি ললেও বেজবৰুৱাৰ ভাষা সহজে বুজি নেপায়। বুৰবুৰণিকে আদি কৰি

প্ৰবন্ধসমূহত ভাষা লঘু আৰু খুহুটীয়া হৈ পৰিছে। এইবিলাকৰ যোগেদি প্ৰকাশ পোৱা হাস্য-ৰসো প্ৰধান ভাৱে ভাষাগত—ভাষা-প্ৰয়োগৰ বিচিত্ৰ কৌশল আৰু চাতুৰ্য্যৰ ওপৰতেই হাঁহি তুলিব পৰা গুণ নিৰ্ভৰ কৰিছে। নাট্য-সমালোচক A. Nicoll ৰ ভাষাত কবলৈ গ'লে

"He plays with words, his fancy works swiftly and out of the movement of his fancy he orders phrases and ideas in such a manner that others loaugh along with him."

"তেওঁ শব্দৰ খেলা খেলে, তেওঁৰ কল্পনা তীব্ৰগামী হয় আৰু কল্পনাৰ গতি অনুসৰি ভাব আৰু ভাষাই এনে গঢ় লয় যে তেওঁৰ লগতে আনকো হঁহুৱায়।"

বুৰবুৰণিৰ প্ৰবন্ধাৱলী উপমাৰে নিৰুপমা হৈছে; পুৰণি সাহিত্যৰ পৰা বাছিতা খুৱাই উদ্ধৃত কৰা ৰচনাৱলীৰে সমৃদ্ধিশালী হৈ পৰিছে। সৰল, পোনপটীয়া, বাহুল্যবৰ্জ্জিত কথা-ভাষাৰ প্ৰয়োগত বিষয়বস্তুৰে মৰ্ম্মস্থান ভেদ কৰিবলৈ সক্ষম হৈছে। এই হাস্যৰসাত্মক প্ৰবন্ধ-বিলাকৰ আন এটা সাধাৰণ বৈশিষ্ট্য হৈছে যে তীব্ৰ বা মৃদু ভাৱে সকলোবোৰেই ব্যঙ্গাত্মক। কেৱল হাঁহিৰ কাৰণেই ৰচনা কৰা প্ৰবন্ধৰ সংখ্যাও কম নহয়; কিন্তু ইয়াতো অলঙ্কাৰ বিশেষণ আদি প্ৰয়োগত ব্যঙ্গৰ বুৰবুৰণি পোৱা যায়। কিছুমান প্ৰবন্ধত ব্যঙ্গ মূৰ্ত্ত আৰু কিছুমানত প্ৰচ্ছন্নৰূপে প্ৰকাশ পাইছে। 'কাকতৰ টোপোলা'ৰ 'সমাজিক' প্ৰবন্ধত ব্যঙ্গই তীব্ৰ আৰু মূৰ্ত্ত ৰূপত প্ৰকাশ পাইছে। আনহাতে 'ওভতনি' আৰু 'বুৰবুৰণি'ৰ কিছুমান প্ৰবন্ধত ব্যঙ্গৰ বিষয় অলপ চিন্তা কৰিলেহে ধৰিব পাৰি। এই দুবিধৰ উপৰিও আৰু এবিধ প্ৰবন্ধ আছে যাৰ অন্তৰালত কোনো গূঢ় অভিপ্ৰায় নাই, কেৱল হাস্যৰস সৃষ্টিয়েই একমাত্ৰ অভিপ্ৰায় বুলিব পাৰি। 'চুমাবিজ্ঞান', 'বুঢ়ামেঠা সংৰক্ষণী সভা', 'জীৱন-মৰণ বিচাৰ' এনে ধৰণৰ প্ৰবন্ধ।

পৃথিৱীৰ শ্ৰেষ্ঠ ব্যঙ্গ-লেখকসকলৰ ৰচনাই যে বেজবৰুৱাক প্ৰভাবিত কৰিছিল তাৰ আভাস তেওঁৰ ৰচনাত পোৱা যায়। ডিকেন্সৰ "পিক্‌উইক্ পেপাৰছ্" কাকতৰ টোপোলাৰ উত্তাৰক হব পাৰে। ডিকেন্সৰ পিক্‌উইক্ চৰিত্ৰই অস্বাভাৱিকৰূপে গাম্ভীৰ্য্য অৱলম্বন কৰিবলৈ যাওঁতে পদে পদে লঘুতাৰ প্ৰকাশ পোৱা বৰ্ণনাৰ লগত কৃপাবৰৰ বৰ্ণনাৰ কিছু সাদৃশ্য পৰি-লক্ষিত হয়। গোল্ডস্মিথৰ 'চিটিজেন অৱ ডি ৱাৰ্লড'ৰ ক'লা পোছাক পৰিহিত' 'মেন ইন্ ব্লেক' চৰিত্ৰৰ লগতো কৃপাবৰৰ কিছু সাদৃশ্য নথকা নহয়। আনহাতে দুই এটা বিষয় আৰু প্ৰকাশৰ ভঙ্গিমাও বঙ্কিমচন্দ্ৰৰ 'কমলাকান্তৰ দপ্তৰৰ' লগত মিলে। এইদৰে 'জেৰম কে জেৰমে'ও দুই এটা প্ৰবন্ধৰ আদৰ্শ দিছে। কিন্তু উপকক্ত লেখকসকলৰ লগত সামান্য সাদৃশ্য থাকিলেও কৃপাবৰ সম্পূৰ্ণ স্বতন্ত্ৰ। বুৰবুৰণিৰ এটা প্ৰবন্ধত তেখেতে লিখিছে—"এই পৃথিৱীত মাত্ৰ তিনি-জন মানুহে হাঁহিব জানিছিল। প্ৰথম জন পুৰণিকলীয়া গ্ৰীচ দেশৰ, নাম এৰিষ্টফেনিচ্; দ্বিতীয় জন আছিল স্পেইনত, নাম ছাৰ ভেণ্টিচ্ আৰু তৃতীয়জন জন বুল দেশত, নাম ছুইফ্‌ট। এওঁলোকৰ উপৰি চতুৰ্থ এজন আছে সেইজন বৰবৰুৱা স্বয়ং।" গতিকে দেখা যায় পৃথিৱীৰ প্ৰায়বোৰ ব্যঙ্গ-লেখকৰ ৰচনাৰ লগত বেজবৰুৱাৰ পৰিচয় আছিল।

বেজবৰুৱাৰ বুৰবুৰণিবিলাকৰ প্ৰধান বিশেষত্ব হৈছে এক বিষয়ৰ পৰা বিষয়ান্তৰলৈ পৰ্য্যটন, এটা কথা কবলৈ আৰম্ভ কৰি অন্য কথাৰ অৱতাৰণা। স্ত্ৰী-স্বাধীনতা সম্বন্ধে কবলৈ আৰম্ভ কৰি অসমীয়া ভাষাত বঙলা শব্দৰ প্ৰয়োগ আৰু অসমীয়া ৰীতি-নীতি পৰিত্যাগৰ ফলাফল কীৰ্ত্তন কৰোঁতেই প্ৰবন্ধ শেষ হ'ব লগা হৈছে। বুৰবুৰণিৰ সকলোবোৰ প্ৰবন্ধই অকপট আৰু খিয়ালী মনোভাবৰ আৰু সকলোতে লেখকৰ স্বতন্ত্ৰ দৃষ্টিভঙ্গীৰ পৰিচয় আছে। ৰচনাৰ কোনো

সুপৰিকল্পিত নীতি অনুসৰণ কৰি এইবোৰ অৱশ্যে ৰচিত হোৱা নাই আৰু শব্দ-বাহুল্য আৰু প্ৰয়োগতো মিতব্যয়িতাৰ ফালে বিশেষ চকু দিয়া নাই। প্ৰবন্ধবিলাক বিষয়বস্তু অনুসৰি সুসংবদ্ধ-ভাবে শ্ৰেণী বিভাগ কৰাও কঠিন। কিছুমান ৰাজনৈতিক, কিছুমান সমাজনৈতিক, কিছুমান ব্যক্তিগত বিষয় লৈ ৰচনা কৰা হৈছে। আকৌ এনে কিছুমান প্ৰবন্ধ আছে যিবোৰক কোনো পৰ্য্যায়তে পেলাব নোৱাৰি। কিন্তু প্ৰবন্ধৰ বিষয় দেখাত বিয়েই নহওক বিষয়বস্তুৰ ঐক্য ৰক্ষা কৰা নাই। এই কাৰণে এটা শ্ৰেণীৰ লগত আনটো শ্ৰেণীৰ ব্যৱধানৰ ৰেখা খুব সূক্ষ্ম; সমাজ-নীতি, ৰাজনীতিৰ বৰ্ণনা ওপৰাউপৰি ভাবে একেটা প্ৰবন্ধতে পোৱা যায়। বিভিন্ন সময়ত উদ্ভব হোৱা ৰাজনৈতিক বা সামাজিক ক্ৰিয়া প্ৰতিক্ৰিয়াবিলাকেই প্ৰবন্ধৰ উপাদান। কেইবাবোৰ প্ৰবন্ধত সমাজ আৰু ব্যক্তিৰ কপটতা, অসাধুতা, ভণ্ডামি, আত্মসন্মান জ্ঞানৰ অভাৱ, ধন আৰু পদ-মৰ্য্যাদাৰ অভিমান সম্বন্ধে ব্যঙ্গ-বিদ্ৰূপৰ সহায়ত জনসাধাৰণক সচেতন আৰু হাঁহি-কৌতুক উপদেশেৰে শিক্ষা দিবলৈ চেষ্টা কৰা হৈছে। Wisdom in a smiling mood. এয়ে বেজবৰুৱাৰ ৰচনা কৌশল। হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক বিৰোধ, গান্ধী-আৰুইণ চুক্তি, কেবিনেট মিছন সাম্প্ৰদায়িক ভাগ-বাটোৱাৰা স্ত্ৰী-স্বাধীনতা এনে ধৰণৰ সাময়িক জ্বলন্ত সমস্যাবোৰেই কৃপাবৰৰ দৃষ্টিকোণেদি প্ৰকাশ পাইছে। বৰবৰুৱাৰ গল্পপ্ৰয়াস, মিলনৰহস্য, জীৱনমৰণ বিচাৰ আদি প্ৰবন্ধ ব্যক্তিনিষ্ঠ লঘু হাস্যোজ্জ্বল চিত্ৰৰ উদাহৰণ।

'কাকতৰ টোপোলা'ৰ বেছি ভাগ প্ৰবন্ধই অসম সম্বন্ধীয়, 'ওভতনি'ত ভাৰতীয় সমস্যাই প্ৰধানকৈ স্থান লাভ কৰিছে আৰু 'বুৰবুৰণি'ত অসমৰ সমস্যাৰ পৰা আৰম্ভ কৰি বিশ্বৰ নানা সমস্যাই ঠাই পাইছে। ৰচনাৰ কাল হিচাপেও কাকতৰ টোপোলা প্ৰথম অৱস্থাৰ আৰু বুৰ-বুৰণি শেষৰ. "পোনপটীয়া কথাটোকে বেঁকাকৈ ৰাহুকৰণীয়া শব্দৰ আঁৰিয়া ধৰি অলাই জকমকীয়া কৰা" প্ৰকাশভঙ্গীৰ পিঠিত উঠি সকলো ধৰণৰ বিষয়-বস্তুৱেই আত্মপ্ৰকাশ কৰিছে। এই বিচ্ছিন্ন আৰু বিভিন্ন বিষয়ৰ প্ৰকাশৰ বাহন হ'ল হাস্যৰস আৰু সকলোবোৰৰ মাজৰ একমাত্ৰ যোগসূত্ৰ হ'ল লেখকৰ স্বদেশপ্ৰীতি।"

পাততনি লেখকজনে বেজবৰুৱাৰ হাস্যৰসৰ ৰচনাবোৰকেই সৰ্ব্বশ্ৰেষ্ঠ স্থান দিছে যদিও আমি হলে তেওঁলোকৰ মন্তব্য আংশিকভাবেহে সঁচা বুলি কব খোজোঁ। কিয়নো কৃষ্ণ-কথা, তত্ত্ব-কথা আদি তত্ত্বগধুৰ পুথি আৰু অসমীয়া ভাষা-সাহিত্য সম্পৰ্কীয় প্ৰবন্ধবোৰকে তৰ্জ্জুত তুলিলে জোখত তললৈ নেনামিব নিশ্চয়। সি যি নহওক এই গ্ৰন্থাৱলীত কৃপাবৰী-সাহিত্যৰ পূৰ্ব্ব প্ৰকাশিত চাৰিখন পুথিৰ উপৰিও আৰু চাৰিখন ন পুথি যুক্তাই সৰ্ব্বমুঠ আঠখন পুথি একে-ঠাইতে সন্নিবিষ্ট কৰি কৃপাবৰী-সাহিত্যৰ প্ৰায় সম্পূৰ্ণ অংশ একে ঠাইত আগবঢ়োৱা হৈছে। এই আঠখন পুথিতে কৃপাবৰ বৰবৰুৱাৰ হাঁহিৰ গন্ধমাদন পৰ্ব্বতটো আছে।

'বাঁহী'ৰ-প্ৰথম তিনি বছৰমান প্ৰায় প্ৰতি সংখ্যাতে 'কৃপাবৰ বৰুৱাৰ সাৰৰণি' শিতানত কিছুমান কাৰ্টুন বা কৌতুক-চিত্ৰ প্ৰকাশ হৈছিল। আজিকালি এনে ব্যঙ্গ চিত্ৰৰ প্ৰচলন ভাত-মাছ খোৱা কথা হৈছে যদিও সেই কালত সমালোচনাৰ বিকল্প বা পৰিপূৰক হিচাপে আগবঢ়োৱা হৈ ইয়াক প্ৰৱৰ্ত্তন কৰিব পৰাত বেজবৰুৱাৰ কৃতিত্ব নিশ্চয় উলাই কৰিব পৰা বিধৰ নহয়। 'কৃপাবৰ বৰুৱাৰ সাৰৰণি' প্ৰধানিত বিজ্ঞ সমালোচকসকলক এই বিষয়ে আলোচনাৰ সময় যুগুতাই দিয়া হৈছে।

ইয়াৰ উপৰিও অৱশ্যে সামান্য অংশ এটা বাদ পৰি গৈছে। 'লিতিকাই', 'পাচনি', 'নোমল' আৰু 'চিকৰপতি নিকৰপতি' এই চাৰিখন ধেমেলীয়া নাটতো বেজবৰুৱাৰ হাস্যৰস

চপচপীয়া হৈ আছে। অথবা মণ্ডল, ভোকেন্দ্র বৰুৱা, গজপুৰীৰা আৰু নাগুলুচন্দ্ৰ গাৰ প্ৰভৃতি কৃপাবৰৰ মানস-পুত্ৰও অনেক। তদুপৰি বেজবৰুৱাৰ আনবিলাক গ্ৰন্থতো কৃপাবৰে অনুপ্ৰবেশ নকৰাকৈ থকা নাই— কৰবাত কৰকৈ, কৰবাত বেছিকৈ। পুৰণি আলোচনী আৰু বাতৰি-কাকতবোৰতো কৃপাবৰে দখল কৰি থকা স্থান এতিয়াও সম্পূৰ্ণভাবে চিহ্নিত হোৱা নাই। এই সকলোবোৰ চালিজাৰি চাই ইমানকে কব পাৰি যে কৃপাবৰ বৰবৰুৱাই হাঁহিছিল, হঁহুৱাইছিল আৰু এহাতে চেকনি, আনহাতে বিহলঙনি লৈ ব্যক্তি আৰু জাতিৰ গাৰ ভুতো খেদিছিল। অৱশ্যে সময়ত কোনো কোনো ৰচনা যে আক্ৰমণাত্মক আৰু তীব্ৰ বিদ্ৰূপাত্মক হোৱা নাছিল তেনে নহয়। পিছে হু'দাপানীৰ বটল খোলাৰ পিছত উঠা উত্তলৰ ভকভকনি অলপ পিছতে মাৰ যোৱাৰ নিচিনাকৈ সময় যোৱাৰ লগে লগে সেইবোৰ আজি আপোনাআপুনি নাইকিয়া হৈ গৈছে। গ্ৰন্থাবলীত অন্তৰ্ভুক্ত কৃপাবৰী নতুন গ্ৰন্থকেইখন 'বাঁহী', 'অসম বন্তি', 'উষা', 'আৱাহন' 'মিলন' 'নজোন' আদি কাকতৰ পুৰণি পৰা সেইবোৰৰ সংখ্যাবোৰৰ লাকপলে চাই 'বৰবৰুৱাৰ বুলনি', 'ভাবৰ বুৰুবৰণি', 'চিন্তাৰ শিলগুটি', 'সাহিত্যিক ৰহস্য,' 'কৃপাবৰ বৰুৱাৰ' সামৰণি' নামে নামকৰণ কৰা হৈছে। এই পুথি কেইখনত চুটি গল্পও আছে, নাটিকাও আছে, কবিতাও আছে, প্ৰকৃত বুৰঞ্জীও আছে, প্ৰত্নতত্ত্বও আছে আৰু বহুত কিবাকিবি আছে—অৱশ্যে বেনামীভাৱেহে।

এইটো অতি সঁচা কথা যে কৰ্মময় জীৱনছোৱাত অসমৰ পৰা বহু আঁতৰৰ সবলপুৰত থাকিও শেনচকুৰা বেজবৰুৱা ডাঙৰীয়াই সন্ধ্যৰ দৃষ্টিৰে অসমৰ গজহস্তীৰ পৰা বালিচাহীলৈকে আমাতকৈ ভালদৰে মণিব পাৰিছিল। তাতে থাকিয়েই তেওঁ অসমৰ জকাইচুকত ঘটা সাধাৰণ ঘটনা এটিও আমাতকৈ আগতে গম পাইছিল। তদুপৰি আমি পাহৰি যোৱা বা ব্যৱহাৰ কৰিব নজনা 'সুৰীয়া-মাত'ৰ সুললিত শব্দ-সম্ভাৰেৰে তেওঁৰ ৰচনাৰাজি সমৃদ্ধ হৈছিল। সামাজিকেই হওক বা ৰাজনৈতিকেই হওক, অসমৰ কোনো সমস্যাৰে প্ৰতি তেওঁ কোনো দিনে উদাসীন নাছিল। অসমীয়া জাতিক যোগমুক্ত কৰি সুস্থ আৰু সবল কৰি তুলিবৰ উদ্দেশ্যে কৃপাবৰী-নিদানেৰে জাৰিকুৰি ওৰে জীৱনে বেজৰ ৰবৰ লবা বেজবৰুৱাই বেজালি কৰিছিল বুলি কলেও বঢ়াই কোৱা নহয়।

এতিয়া এই গ্ৰন্থাবলীত সন্নিবিষ্ট শেষৰ খন পুথি 'অসমীয়া ভাষা আৰু সাহিত্য'ৰ কথা কওঁ। ১৮৮৮ চনত কলিকতাত জন্ম লাভ কৰা "অসমীয়া ভাষা উন্নতি সাধিনী সভা'ই অসমীয়া ভাষা-সাহিত্যৰ উন্নতি আৰু ইয়াৰ উন্নয়নৰ কাৰণে যি মহৎ ভূমিকা গ্ৰহণ কৰিছিল, সেই কথা দোহাৰিবৰ সকাম নাই। সেই সভাৰ সদস্য কলিকতাত পঢ়িবলৈ যোৱা এমুঠি অসমীয়া ছাত্ৰৰে কিদৰে অসমীয়া ভাষা-সাহিত্যক সঞ্জীৱনী-সুধা পান কৰাইছিল আৰু মনত দুৰ্জ্জয় সঙ্কল্প লৈ ভাষা-জননীৰ একাগ্ৰচিত্তীয়া সাধক হৈছিল, সেইবোৰ-কথা সুঁৱৰিলেও পুণ্য হয়। সেই সভাত পঢ়িবলৈ লক্ষ্মীনাথ বেজবৰুৱাই 'অসমীয়া ভাষা' শীৰ্ষক এলানি বক্তৃতা যুগুত কৰিছিল আৰু তাক প্ৰথম বক্তৃতা, দ্বিতীয় বক্তৃতা আদি কেবাটাও ভাগত ভগাই লৈ সেইবোৰ অ-ভা-উ-সাৰ বিভিন্ন অধিবেশনত পাঠ কৰিছিল আৰু পিছত সেই বক্তৃতালানি 'জোনাকী', 'বাঁহী' আদি কাকতত প্ৰকাশ কৰা হৈছিল। এই গ্ৰন্থত তেনে ছটা মানৰ বক্তৃতা অন্তৰ্ভুক্ত কৰা হৈছে। সামৰণী বক্তৃতাটো পঞ্চম বক্তৃতাৰ আগতে প্ৰকাশ কৰা হৈছিল যদিও এই গ্ৰন্থত বক্তৃতালানিৰ সামৰণি হিচাপে তাক শেষতহে ঠাই দিয়া হৈছে। বক্তৃতা কেইটাত সঠিক জন্ম-তাৰিখৰ কথা 'বেজ-বৰুৱাৰ দিনলেখা' আৰু 'পত্ৰলেখা' নামৰ পুথিৰ পৰা জানিব পৰা যায়।

আজি আমাক লোকে গচকি গলেও বুজেৰে একেবাৰ মাত নোলায়, আমাৰ ভাষা-সাহিত্যক অহেতুকভাৱে আনে আক্ৰমণ কৰিলেও নাইবা গোকাট নিছাৰে আমাৰ সঁচাবোৰক পুতি পেলা-লেও আজি কাণ তুলি শবলৈ আমাৰ হাতত বল নোহোৱা হৈছে। এদিন পৰাধীনতাৰ গ্লানিয়ে আমাৰ অন্তৰ পুৰিছিল কিন্তু আজি স্বাধীনতাৰ আনন্দই আমাক স্বাৰ্থান্ধ আৰু অপ্ৰাজন কৰি তুলিছে। বেজবৰুৱাই আৰু তেওঁৰ সমবয়সীয়া সাহিত্যিক আৰু দেশনেতাসকলে জানো কোনো দিনে এনেভাৱে সমস্যাৰ ভৰকৰ মাজত ভটীয়া পানীত নাও মেলি দিছিল? অসমৰ বিৰুদ্ধে, অসমীয়াৰ বিৰুদ্ধে, অসমীয়া গ্ৰন্থৰ বিৰুদ্ধে কোনোবাই ক'ৰবাত অপপ্ৰচাৰ আৰু অপকৌশলৰ জাল পেলালে বেজবৰুৱাই তত্তালিকে সিংহমূৰ্তি ধাৰণ কৰিছিল; 'বাঁহী'ৰ পাততে কাপ-কৈলাম লৈ থৈয়ানথৈয়া যুদ্ধ দিছিল। আমাৰ নিজৰ গাতো যিবোৰ দোষ আছে, যিবোৰ মলি আছে সেইবোৰ গুচাবলৈ, কুসংস্কাৰৰ ভিৰাচল ভাঙিবলৈ তেওঁ সততে যত্নবান আছিল। অপ্ৰিয় হলেও সত্য কথা কবলৈ তেওঁ কেতিয়াও সংকোচ নকৰিছিল। আৱশ্যক দেখিলে তেওঁ মনে-প্ৰাণে লগা বন্ধুকো বাক্য-বাণেৰে থকাসৰকা কৰিবলৈ কুণ্ঠিত নহৈছিল। সেই বুলি তেওঁলোকৰ মাজত বন্ধুত্বৰ সনাপিঠাও কোনো দিনে গুচা নাছিল। আমি কোৱা এইবোৰ কথাৰ দৃষ্টান্ত বেজবৰুৱাৰ ৰচনাত ভূৰি ভূৰি পোৱা যায়। 'অসমীয়া ভাষা আৰু সাহিত্য' গ্ৰন্থত ইয়াৰ প্ৰকৃত নিৰ্দৰ্শন পোৱা যাব। এতিয়াও এইবোৰ প্ৰবন্ধ মনোযোগেৰে পঢ়িলে প্ৰতিজন অসমীয়াই জীৱন-যুদ্ধত আগবাঢ়িবলৈ, জাতীয় যুদ্ধত জয়লাভ কৰিবলৈ গাত অপৰিসীম বল লাভ কৰিব পাৰিব।

বেজবৰুৱাৰ যুগৰ পৰা আমি বহুত ভটীয়াই আহিছোঁ আৰু এইছোৱা কালত অসমীয়া সাহিত্যৰ বিষয়ে বৈজ্ঞানিক পদ্ধতিৰে আলোচনা-গৱেষণা আদিও হৈছে; বিশেষজ্ঞসকলে ইতি-মধ্যে আলোচনাৰ সুগম পথো নিৰ্মাণ কৰি দিছে। সেয়ে হলেও এই কথা মনত ৰাখিব লাগিব— বেজবৰুৱা আছিল দুৰ্গম পথৰ যাত্ৰী, আগত কোনো আহি নাছিল, কোনো পথপ্ৰদৰ্শক নাছিল, আবিষ্কৃত সাহিত্যিক সমলো যথেষ্ট নাছিল। সেই কাৰণে এই গ্ৰন্থৰ বিভিন্ন প্ৰবন্ধত গ্ৰন্থকাৰ যিবোৰ সিদ্ধান্তত উপনীত হৈছে সেই, সকলোবোৰেই যে সম্পূৰ্ণ নিৰ্ভুল আৰু সৰ্ব্ববাদী সম্মত হব লাগিব তেনে আশা কৰাটো উচিত নহয়। সেই সময়ৰ আহকলীয়া পটভূমিৰ লগত ৰজিতা খুৱাইহে এইবোৰৰ মূল্যাঙ্কন কৰিব লাগিব। এই গ্ৰন্থৰ সৰহ ভাগ প্ৰবন্ধই অসমীয়া ভাষা আৰু সাহিত্য সম্পৰ্কীয়। ভাষাৰ পটভূমি দেশ। সেই কাৰণে আগতে দেশখনৰ ইতি-বৃত্তমূলক দুটা প্ৰবন্ধ দিয়া হৈছে। এই প্ৰসঙ্গতে আৰু এটা কথা সকীয়াই থওঁ। বেজবৰুৱা আৰু সেই কালৰ মানুহে 'আসাম' বুলিহে কৈছিল আৰু আজিৰ দৰে 'অসম' শব্দটোৰ সৰ্ব্বত্ৰ প্ৰচলন হোৱা নাছিল কিন্তু অসম সাহিত্য-সভাই 'অসম' শব্দটোহে গ্ৰহণ কৰাৰ বাবে আমি বেজবৰুৱাৰ 'আসাম'কো 'অসম' কৰিছোঁ—সাহিত্যৰথীজনালৈ যথাবিহিত শ্ৰদ্ধাৰে।

অসমীয়া ভাষা-সাহিত্যক বঙ্গীয় ৰকমুৱৰ পেটত সুমাই লবলৈ আৰু গোটেই অসম দেশখনকে গিলি পেলাবলৈ বঙালী পণ্ডিতসকলে ক্ৰমাগতভাৱে ওপৰাউপৰিকৈ যিবোৰ আক্ৰমণ চলাইছিল সাহিত্যৰথী লক্ষ্মীনাথে সেই সকলোবোৰ আক্ৰমণ সিংহবিক্ৰমেৰে ওফৰাই পেলাইছিল; অসমীয়াৰ ন্যায্য দাবী দৃঢ়তাৰে সাব্যস্ত কৰি তেওঁ জয়লাভ কৰিছিল। সমসাময়িক আৰু সকলো-বিলাক সাহিত্যিক নেতাই ৰণসেনাপতি লক্ষ্মীনাথৰ বলিষ্ঠ নেতৃত্ব মানি লৈছিল। ভাষা-সাহিত্যৰ ৰণত দিগ্বিজয়ী হোৱাৰ বাবেই বেজবৰুৱাক আজি আমি সাহিত্যৰথী আখ্যাৰে বিভূষিত কৰিছোঁ। ১৯৩১ চনত ৰংপুৰত বহা অসম সাহিত্য-সভাত মুকলি অধিবেশনে দিয়া মানপত্ৰ আদিৰ উপৰিও অসম সাহিত্য-সভাৰ দুগৰাকী প্ৰাক্তন প্ৰধান সম্পাদকে লিখা চিঠিত ইয়াৰ স্পষ্ট

স্বীকৃতি পোৱা যায়। ৺বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ সভাপতিত্বত ধুবুৰীত বহা অসম সাহিত্য সভাৰ গুৰুত্বপূৰ্ণ অধিবেশনৰ আগে আগে সেই সময়ৰ সভাৰ প্ৰধান সম্পাদক ৺শৰৎচন্দ্ৰ গোস্বামী-দেৱে লিখিছিল—"ধুবুৰী সন্মিলনলৈ আপুনি নাহিলে কিজানি সময়ত আমাৰ মুখ ৰক্ষাই নপৰে। সেই দেখি অসমীয়াৰ গৌৰৱ আৰু স্বাৰ্থৰক্ষাৰ অৰ্থে আপোনাক আমি অতি আশা আৰু আদৰেৰে আহ্বান কৰিছোঁ। আশা কৰোঁ নিৰাশ নকৰিব। আমি এইবাৰ হয় ধুবুৰী জয় কৰিব লাগিব, নহয় শত্ৰুৰ হাতত এৰি দিব লাগিব। সেই দেখি আমাৰ সুদক্ষ সেনাপতিসকলৰ অতি আৱশ্যক।"

৺ৰঘুনাথ চৌধাৰীৰ সভাপতিত্বত বহা অসম সাহিত্য-সভাৰ তেজপুৰৰ অধিবেশনৰ আগে আগে তেতিয়াৰ প্ৰধান সম্পাদক ৺চন্দ্ৰধৰ বৰুৱাদেৱে লিখিছিল—"সাহিত্য সন্মিলনৰ সভাপতিৰ বিষয়ে এতিয়ালৈকে খিনিখিনি ভোট আহিছে, তাৰ পৰা বুজা যায় সম্ভৱতঃ আপুনিয়েই নিৰ্ব্বাচিত হ'বগৈ। কিন্তু বাতৰি-কাকতত আপোনাৰ চিঠি দেখি আমি চিন্তিত হৈছোঁ। এইবাৰ পাচঁত সভাপতি নহ'লে সমূহ বিপদৰ সম্ভাৱনা দেখিহে আপোনাক এইদৰে আজুৰিবলৈ বাধ্য হৈছোঁহক। আৰু ইমান কম সময়ৰ ভিতৰত আপোনাত বাজে এই ভাৰ লবলৈ আগ বাঢ়োঁতা আৰু সমৰ্থ লোক পোৱা নেযায়। গতিকে আপোনাৰ অনেক অসুবিধা দেখিও আপোনাক আমনি নকৰিলে গা নবয়। এই মাঘৰ ২০ তাৰিখে সভাপতি নিৰ্ব্বাচন কৰা হ'ব। আপোনাৰ নাম নিৰ্ব্বাচনত উঠিলে পাছদিনাই আপোনালৈ টেলিগ্ৰাফ কৰিম আৰু আপুনি এই ভাৰ গ্ৰহণ কৰিবলৈ এতিয়াই ভিতৰি খাটি থলোঁ। আপুনি এই জাতীয় কামৰ বাবে নিজে অসুবিধা সহিও আৰু দহ ধন কাতিকৈ হ'লেও কষ্ট স্বীকাৰ কৰিব; ইয়াকে খিবাংকৈ জনা বাবেহে সকলোৱে আপোনালৈ ইমানকৈ হেঁপাহ কৰিছে। আশা কৰোঁ অত বাইজক আপুনি পৰান্মুখ নকৰিব। সাহিত্য-সভাৰ অৱস্থা সম্প্ৰতি সম্পূৰ্ণ শোচনীয়। আপুনি সাহিত্যৰ বিষয়ে দেশৰ প্ৰধান গুৰিয়াল। এই সঙ্কটৰ সময়ত আপুনি আমাক এইবেলা সহায় নকৰিলে আমি অতি বিপাঙত পৰিব লাগিব। ঘৰোৱালৈ যাবলৈ হলেও, যথাসময়ত তাৰ পৰাও আহিব পাৰিব। সন্মিলন ২৬।২৭ ডিচেম্বৰত তেজপুৰত বহিব। তাহানি এবাৰ সঙ্কটৰ আন্ধাৰ যুগত আপুনি 'জোনাকী' উলিয়াই আমাক বাট দেখুৱাইছিল। এতিয়াও দেশৰ এই সন্ধিক্ষণত আপুনি আমাক সুবাট দেখুৱাই বাট লগাই দিবলৈ যেন পাছ নোহোঁহকে, ইয়াকে আমি সবিনয়ে খাটিছোঁ।"

ডঃ বাণীকান্ত কাকতিদেৱে এই সম্পৰ্কত কৈ গৈছে: "বৰ্ত্তমান কুৰিশতিকাৰ আৰম্ভণি ভোখৰত অসমত থকা প্ৰবাসী কেতবোৰ বিদেশী মানুহ কিছুমান হাতত লৈ অসমীয়া ভাষা আৰু সমাজক বঙলা ভাষা আৰু সমাজৰ প্ৰাদেশিক বিকৃত তাণ্ডৱ বুলি ঘোষণা কৰি অসমত বিজয় পতাকা উৰাবলৈ চেষ্টা কৰে। এই জয়-হুঙ্কাৰৰ প্ৰথম কুৰুলি উঠে ১৯০৯ চনত গৌৰীপুৰত বহা বঙ্গীয় সাহিত্য-পৰিষদত। সভাপতি আছিল কটন কলেজৰ ভূতপূৰ্ব্ব অধ্যাপক (এতিয়া মহামহোপাধ্যায়) শ্ৰীযুত পদ্মনাথ বিদ্যাবিনোদ। 'বাঁহী' নতুনকৈ ওলাইছে। আমি 'অসমীয়া গৌৰীপুৰত বঙলা সাহিত্য-সভা' বুলি ধাৰাবাহিক বেজবৰুৱাৰ পৰা খি তিতা-মিঠা ৰস মিহলোৱা প্ৰবন্ধ কেতবোৰ ওলাইছিল, তাৰ ভিতৰত বেজবৰুৱাৰ অফুৰন্ত হাস্যৰসৰ কথা-বোৰে আমাক বৰকৈ আমোদ দিছিল আৰু হাস্যৰসৰ ধুমুহাকেই আমি তৰ্কতকৈও বেছি প্ৰবল যেন পাইছিলো। তাৰ ভিতৰত সভাপতিক লক্ষ্য কৰি কোৱা 'বিদ্যাবিনোদ ভায়া' আদি কেতবোৰ কথা কলেজত পঢ়োঁতেও অধ্যাপক বিদ্যাবিনোদক দেখিলে মনত পৰিছিল। সেই যে বিদেশী প্ৰভাৱৰ-বিৰুদ্ধে আত্মমৰ্য্যাদা জাগি উঠিল, তাৰ কোবত প্ৰবাসীয়ে আৰু বেছি দিনলৈ মূৰ দাঙিব নোৱাৰিলে। তাৰ পিছত কামাখ্যা পৰ্ব্বতত আৰু এবাৰ বঙ্গীয় সাহিত্য-পৰিষদ বহিছিল। তাৰ পিছতে আৰু অসমৰ পৰা ইয়াৰ তিৰোধান। অলপ দিন আগতে ধুবুৰীত

যি অসমীয়া সাহিত্য সভা বহিছিল তাত বেজবৰুৱা স্বয়ং উপস্থিত আছিল আৰু তেওঁ লিখা ৰচনা পঢ়িছিল, তাত আগৰ আত্মমৰ্য্যাদাৰ ভঁৰাত অসমীয়াই তাৰ কিৰিকটিৰ দৰে হিচাপকৈ পূৰি-ছিল। গোৱালপাৰাৰ পৰা 'আৱাহন' পত্ৰিকা ওলোৱাৰ লগে লগে প্ৰবাসীৰ ভাষাৰ কালৰ পৰা অসম-বিজয় চেষ্টাৰ ওৰ পৰিল বুলিব লাগে আৰু বেজবৰুৱাৰ ইমান কাল ব্যাপী চেষ্টা ফলৱতী হ'ল।"

এইখিনিতে হয়তো এনে এটা প্ৰশ্ন উঠিব পাৰে যে পুৰণি আলোচনা কাকতৰ পিছৰ পৰা বাদানুবাদবোৰ বাচি-বিচাৰি কিতাপত ঠাই দিয়াৰ আৱশ্যক কি? "অতীত মৰিল গ'ল, তাৰ কথা অন্ত হ'ল, মনৰ পৰাই তাক কৰা বিসৰ্জ্জন।" মৰা অতীতক টানি আজুৰি আনি বৰ্ত্তমানৰ লগত সংস্থাপিত কৰিব নোৱাৰিলে আমিও ভালকে পালোহেঁতেন। আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায়, ছাৰ আশুতোষ মুখোপাধ্যায়, ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায় প্ৰমুখ্যে উদাৰমনা বঙ্গৰ সুসন্তান অনেক আছে সঁচা আৰু সেইসকল আমাৰ নমস্য। পিছে যেয়ে হলেও আমাৰেই দুৰ্ভাগ্যৰ কথা এয়ে যে আজিও বঙ্গালীৰ সেই পুৰণি ব্যাধি একেবাৰে মৰাৰ লক্ষণ আজিও দেখা পোৱা নাই আৰু মাজে সময়ে সাহিত্যতেই হওক, শিক্ষাতেই হওক বা ৰাজনীতিতেই হওক ই উক দি উঠা দেখা গৈছে। বেজবৰুৱাৰ ভাষাতেই ইয়াৰ নাম 'ধনঞ্জয় বায়ু'। "আমাৰ শাস্ত্ৰত কৈছে—মৰিলেও নেৰয় জানা ধনঞ্জয় বায়ু। উনপঞ্চাশটা বায়ুৰ ভিতৰত এই বায়ু অৰৰ কৰ্পটি, জোকৰ চেলাপেটা। কাছু কাটি-বাছি ধুই চকত বহাবলৈ নিওঁতেও ধনঞ্জয় বায়ুৰ কোৰত তাৰ আগমণ্ড টিপটিপাই থাকে। আমি ইতি কৰিলে কি হ'ব, বায়ুৰ এক কম আঠৈকুৰি ভায়েকৰ ভিতৰত ধনঞ্জয় নামৰটো চলিয়েই আছে।" সেই কাৰণেই যিমান দিন অসমীয়া ভাষা-সাহিত্যৰ ওপৰত অনধিকাৰ চৰ্চ্চা স্বৰূপে বঙ্গালীৰ ধনঞ্জয় বায়ু চলি থাকিব, সিমান দিনলৈ ভাষাৰ বেজবৰুৱাৰ বেজালিকো বিদায় দিব নোৱাৰি। এই প্ৰবন্ধবাজি আমাৰ ভাষা-সাহিত্যৰ বুৰঞ্জীত সাঁচি থবলগীয়া দলিল স্বৰূপ বিবেচনা কৰিহে এই গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হৈছে। 'অসমীয়া ভাষা' শীৰ্ষক প্ৰবন্ধৰ উপৰিও এই গ্ৰন্থত তিনিখন মূল্যবান অভিভাষণ একত্ৰিত কৰা হৈছে। এই ভাষণ কেইখনত চিন্তনীয় বিষয়বস্তুৰ লগতে বেজবৰুৱাৰ বলিষ্ঠ ৰচনাভঙ্গীৰো প্ৰচুৰ নিদৰ্শন আছে।

দুখন অনুবাদিত শিশু-পুথিৰ (মাৰ্ক্ছ দেশৰ ভাৰত বুৰঞ্জী আৰু যোগীন্দ্ৰ চৰ্কাৰৰ "হাসি-খুচী) বাহিৰে বেজবৰুৱাৰ আঠাইকেইখন ছপা কিতাপ আৰু বিভিন্ন স্থানত সিচৰতি হৈ থকা বেজবৰুৱা ৰচনাৱলীৰ এটা নূতন অংশ এই গ্ৰন্থাৱলীত অন্তৰ্ভুক্ত কৰা হৈছে।

দুখৰ বিষয় দুইখণ্ড গ্ৰন্থাৱলীত নিৰ্দ্দিষ্ট কৰি লোৱা পৰিসৰৰ ভিতৰত বেজবৰুৱাৰ সম্পূৰ্ণ ৰচনাৱলী সামৰি লব পৰা নহল। ধৰ্ম্ম-কথা, বিবিধ প্ৰবন্ধ, কাহনী-খাবলি, বাঁহীৰ সম্পাদকৰ কথা, আদি খনচেৰেক পুথি আধৰুৱাকৈ থুওঁতাই থোৱাতেই বৈ গ'ল; তদুপৰি পত্ৰলেখা, চিত্ৰলেখা, দিনলেখা, ইংৰাজী, বঙলা আদি প্ৰবন্ধৰ সংকলন আছেই। 'সাহিত্য-প্ৰকাশ'ৰ যোগেদি এতিয়া ইয়াৰ দুই এখন সুকীয়া পুথিৰ আকাৰত দেখা পাবলৈ আশা কৰা হৈছে। এতিয়া এই গ্ৰন্থাৱলী দুই খণ্ডই বেজবৰুৱাক নকৈ প্ৰতিষ্ঠা কৰিব পাৰিলেই

আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম। ইমান দিনে বেজবৰুৱাক আংশিকভাৱে দৰ্শন কৰি যি সমালোচকসকলে নানা তৰহৰ প্ৰবন্ধত নিজ নিজ মন্তব্য দিছিল, এতিয়া বেজবৰুৱা সম্পূৰ্ণ মানুহজনক আলোচনাত বিভিন্ন দৃষ্টিকোণৰ পৰা নিৰীক্ষণ কৰিবলৈ এই দুইখণ্ড গ্ৰন্থাৱলীয়ে সুবিধা দিব বুলি আমি আশা ৰাখিছোঁ।

যিসকলে আমাক এই বিৰাট সম্পাদনা কামত নানা প্ৰকাৰে সহায়—হাত আগবঢ়াইছে সেইসকলৰ নাম পূৰ্ব্বতে উল্লেখ কৰি অহা হৈছে। গান্ধীনগৰৰ শ্ৰীপ্ৰতাপ চৌধুৰী আৰু শিৱসাগৰৰ অৰ্জ্জুনগুৰিৰ শ্ৰীমতী পুতলী আইদেৱে দুই এটা প্ৰবন্ধ নকল কৰি দিছে। শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱা আৰু শ্ৰীমান পতঞ্জলি চৌধুৰীৰ যোগেদি পুৰণি আৱাহন কেইখনমান পোৱা হৈছে। শ্ৰদ্ধেয় শ্ৰীবেণুধৰ শৰ্ম্মাদেৱৰ পুথিভঁৰালত সংৰক্ষিত 'বাঁহী'ৰ পৰাও আৱশ্যকমতে সমল আহৰণ কৰা হৈছে। এইখন গ্ৰন্থাৱলীৰ চানেকীকাকত শুধৰোৱাৰ গুৰুভাৰ বাইকৈ বহন কৰিছে 'সাহিত্য-প্ৰকাশ'ৰ কৰ্ম্মী শ্ৰীৰজনী কান্ত দেৱ শৰ্ম্মাই। সমূহীয়াভাৱে সকলোটিৰে শলাগ লৈ ইমানতে সাহিত্যৰথী বেজবৰুৱাদেৱৰ পুণ্যাত্মাৰ প্ৰতি মূৰ দোঁৱাই আমি মেলানি মাগিছোঁ আৰু এশ-এটা ৰচা-টুটা দোষৰ বাবে ক্ষমা মাগিছোঁ।

বিনীত—
শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা
মুখ্য সম্পাদক,
গ্ৰন্থাৱলী সম্পাদনা সমিতি

তপোবন, উজান বজাৰ
গুৱাহাটী—১

# আমাৰ দুআষাৰ

‘বেজবৰুৱা-গ্ৰন্থাৱলী’ৰ দ্বিতীয় খণ্ড ৰাইজৰ সন্মুখলৈ আগবঢ়াই দি আমি পোনতেই আমাৰ দোষৰ বাবে মাৰ্জ্জনা বিচাৰিলোঁ। ঘোষণা কৰা মতে নিৰ্দ্ধাৰিত সময়ৰ ভিতৰত এই খণ্ডটো প্ৰকাশ কৰিব নোৱাৰি আমি দুখ পালোঁ। এই সম্পৰ্কত কাকত-পত্ৰই আপত্তিও উত্থাপিত হয়। পিচে আমাৰ এই ত্ৰুটী ইচ্ছাকৃত নহয়। নানান বাধাৰ সন্মুখীন হোৱাৰ বাবেহে আমি সময়মতে কাম সম্পূৰ্ণ কৰিব নোৱাৰিলোঁ।

‘সাহিত্য-প্ৰকাশ’এ এটা দুঃসাহস লৈয়েই ‘বেজবৰুৱা-গ্ৰন্থাৱলী’ প্ৰকাশ কৰিবলৈ দায়িত্ব লৈছিল। প্ৰথম অৱস্থাত এই গ্ৰন্থাৱলীৰ কলেৱৰ সম্পৰ্কে কোনো স্পষ্ট ধাৰণাও হোৱা নাছিল। প্ৰথমতে প্ৰায় এঘাৰশ পৃষ্ঠাতে সকলো সামৰি ল'ব পৰা হ'ব বুলি ভবা হৈছিল যদিও পিচত দুটা খণ্ড কৰাৰ প্ৰয়োজন অনুভৱ কৰা হ'ল। প্ৰথম খণ্ডটোৰে কলেৱৰ প্ৰায় এহেজাৰ পৃষ্ঠাৰ হ'লগৈ। এতিয়া দ্বিতীয় খণ্ডৰ ক্ষেত্ৰতো মূল হিচাপৰ কিছু হেৰফেৰ হ'ল। আগতে ধাৰণা কৰাতকৈ আকাৰ ডাঙৰ হ'ল। সাহিত্যৰথীৰ সিচঁৰতি হৈ থকা বিভিন্ন ৰচনাৱলী সংগ্ৰহ কৰোঁতেও পলম হ'ল; আনহাতে ছপাৰ কামতো সেইদৰে পূৰ্ব্ব-নিৰ্দ্ধাৰিত সময়তকৈ বেছি সময় লাগিল।

আমি এটা দুঃসাহসিক কাম হাতত লোৱা বুলি আগতেই উল্লেখ কৰা হৈছে। এনে এটা গুৰুভাৰ চৰকাৰ, বিশ্ববিদ্যালয়, প্ৰকাশন পৰিষদ আদিয়ে লোৱা হলে আৰ্থিক ফালৰ পৰা কিছুমান সুচল থাকিলহেঁতেন, সাহিত্য-প্ৰকাশে সেই দায়িত্ব লওঁতে সেইখিনি সা-সুবিধা আশা কৰিব নোৱাৰে। সেইদেখি আমাৰ অসুবিধাখিনিৰ কথালৈকো লক্ষ্য কৰিলে আমি নিশ্চয় সহানুভূতি আশা কৰিব পাৰিম। এনে বৃহৎ গ্ৰন্থাৱলী এখন প্ৰকাশ কৰোঁতে আৰ্থিক ফালৰ পৰা কেনে ডাঙৰ বোজা এটা বহন কৰিবলগীয়া হয়, সেই কথা নিশ্চয় ৰাইজে স্বীকাৰ কৰিব। আমি তথাপি এই দায়িত্ব লৈছিলোঁ—কেৱল ৰাইজৰ আশ্বাসৰ ওপৰত নিৰ্ভৰ কৰি। ৰাজ্য চৰকাৰৰ তৰফৰ পৰা আমি আশ্বাস পাইছিলোঁ যে চৰকাৰে বহুল সংখ্যক ‘বেজবৰুৱা-গ্ৰন্থাৱলী’ কিনি লব। কিন্তু দুখৰ বিষয় যে চৰকাৰৰ তৰফৰ পৰা এতিয়ালৈকে কোনো সহাৰি পোৱা নগ'ল। এই ক্ষেত্ৰত অসম সাহিত্য সভাৰ তৰফৰ পৰা কৰা চেষ্টাও বিফল হ'ল। আনহাতে ৰাইজৰ তৰফৰ পৰাও যিদৰে সঁহাৰি পোৱা হব বুলি আশা কৰা হৈছিল, সেইদৰে পোৱা নগ'ল।

এনে অৱস্থাত আমি কিমানখিনি অসুবিধাৰ মাজেদি কাম চলাবলগীয়া হ'ল—তাকে যেন ৰাইজে উপলব্ধি কৰে। যোগাৰ সৰকি বাঢ়োঁতেহে আমাৰ পলম হ'ল—আমাৰ হেমাহিৰ বাবে পলম হোৱা নাই।

আৰু এটা কথা। 'বেজবৰুৱা গ্ৰন্থাৱলী'ৰ দাম দুয়োটা খণ্ড ধৰি মুঠতে ৫২ টকা কৰা বাবেও দুই-এটা মহলে আপত্তি দৰ্শাইছে। ৫২ টকা খৰচ কৰি এই গ্ৰন্থাৱলী কিনাৰ সামৰ্থ্য যে বহুতৰে নাই—সেই কথা আমিও স্বীকাৰ কৰোঁ। কিন্তু সম্প্ৰতি যিটো দাম ধৰা হৈছে, তাতকৈ কমাই ধৰাটো কোনোমতে সম্ভৱপৰ নহয়। অৱশ্যে সুলভ মূল্যত প্ৰকাশ কৰাৰ বাবে যি বিশেষ ব্যৱস্থা হাতত লোৱাৰ থল আছিল—সেই বিষয়ত চৰকাৰে তৎপৰতা নেদেখুৱালে। 'ৰবীন্দ্ৰ ৰচনাৱলী' সুলভ মূল্যত প্ৰকাশ কৰাটো সম্ভৱপৰ হ'ল—চৰকাৰী অনুদানৰ বলত। কিন্তু সাহিত্যৰথীৰ ৰচনাৱলীৰ সুলভ মূল্যৰ প্ৰকাশনৰ বাবে অনুদানৰ দুৱাৰ বন্ধ হৈ থাকিল।

আমাৰ বক্তব্য ইমানেই। অসম সাহিত্য সভাৰ ৩৭ তম্ ধিং অধিবেশনৰ আগে আগে 'বেজবৰুৱা গ্ৰন্থাৱলী'ৰ ২য় খণ্ড প্ৰকাশ কৰিব পাৰি আমি ধন্য মানিছোঁ। আমাৰ এই প্ৰচেষ্টাত অসম সাহিত্য সভাৰ গ্ৰন্থাৱলী সম্পাদনা সমিতিৰ মুখ্য সম্পাদক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা প্ৰমুখ্যে সুধীবৃন্দৰ অক্লান্ত পৰিশ্ৰমে যোগোৱা বৰঙণিৰ কথাও আমি এই সুযোগতে শ্ৰদ্ধাৰে সুঁৱৰিছো। লগতে অধ্যাপক শ্ৰীযোগেশ দাস আৰু 'দৈনিক অসমৰ' সম্পাদক শ্ৰীকীৰ্তিনাথ হাজৰিকাদেৱে নানা দিহা-পৰামৰ্শৰে সহায় আগবঢ়োৱা বাবে আমাৰ ধন্যবাদ জ্ঞাপন কৰিলোঁ।

সাহিত্য-প্ৰকাশ
গুৱাহাটী—৩

# দ্বিতীয় সংস্কৰণৰ বিষয়ে দুআষাৰ

'বেজবৰুৱা-গ্ৰন্থাৱলী'ৰ প্ৰথম আৰু দ্বিতীয় খণ্ডৰ প্ৰথম সংস্কৰণ শেষ হোৱা কিছুদিন হ'ল যদিও গ্ৰন্থাৱলীৰ দুয়োখণ্ডৰ বৃহৎ কলেবৰে দ্বিতীয় সংস্কৰণৰ ছপাৰ কাম হাতত লোৱাত কিছু বাধাৰ সৃষ্টি কৰিছিল। কিন্তু সাহিত্যানুৰাগী ৰাইজৰ প্ৰবল আগ্ৰহে সেই বাধা উটুৱাই দিলে। ৰাইজৰ প্ৰবল আগ্ৰহৰ ফলতেই 'বেজবৰুৱা-গ্ৰন্থাৱলী'ৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ হ'ল। সেয়ে আমি আশা কৰিছো, প্ৰথম সংস্কৰণৰ দৰে দ্বিতীয় সংস্কৰণেও ৰাইজৰ প্ৰভূত সঁহাৰি পাব।

বেজবৰুৱাদেৱৰ কিছু ৰচনা গ্ৰন্থাৱলীৰ এই দুটা খণ্ডই সামৰি ল'ব পৰা নাই। আশা কৰিছো, তৃতীয় খণ্ডই বাকী থকা ৰচনাৰাজি সামৰি লব পাৰিব। 'বেজবৰুৱা-গ্ৰন্থাৱলী'ৰ তৃতীয় খণ্ডটো অতি সোনকালে ছপা কৰি ৰাইজৰ হাতত দিবলৈ আমাৰ তৰফৰ পৰা চেষ্টাৰ অকণো ত্ৰুটি কৰা নহ'ব।

সাহিত্য-প্ৰকাশ

# গ্ৰন্থ আৰু বিতং বিষয়-সূচী

## প্ৰথম খণ্ড

### ॥ জীৱনী, ধৰ্ম্ম আৰু তত্ত্বকথা ॥

## ॥ উপন্যাস, গল্প ॥

## ॥ সাধুকথা, শিশু-সাহিত্য ॥

# দ্বিতীয় খণ্ড

## ॥ কবিতা আৰু নাট ॥

## ॥ হাঁহি, কৌতুক, ব্যঙ্গ ॥

## ॥ ভাষা, সাহিত্য, সংস্কৃতি ॥

---

**টোকা:** গ্ৰন্থাৱলী দুই খণ্ডত ঠায়ে ঠায়ে ভুল বৈ যোৱাৰ বাবে আমি দুঃখিত। শুধৰণিৰ বাবে দুই-এটা মাথোন উল্লেখ কৰা হ'ল। (১) প্ৰথম পৃষ্ঠাত উদ্ধৃতিৰ দ্বিতীয় শাৰীত থাবা নহৈ হ'ব লাগে **চাপ**। (২) ১৬৭২ পৃষ্ঠাত **টোকাৰাম শৰ্ম্মা** প্ৰথম স্তম্ভত আৰু **কবিতাৰ কাঠসংস্কাৰ** দ্বিতীয় স্তম্ভত হ'ব লাগে। (৩) ভাঙনি-পুথি **'ভগৱৎ কথা'**ত মূল গ্ৰন্থকাৰ মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰ। (৪) ১৭১৯ পৃষ্ঠাত প্ৰথম খণ্ডৰ সলনি হ'ব লাগে প্ৰথম **বক্তৃতা**।

—সম্পাদক

"* * Lakshminath was quite a pioneer in many forms of literature in Assamese. Of him it may be said, as Dr. Samuel Johnson had said about Oliver Goldsmith, that "there was no branch of literature which he did not touch, and there was nothing he touched which he did not adorn". A cursory glance over his published works would show the range of his literary output. He was primarily a prosateur, although he published some beautiful lyrics and songs which are unique of their kind in Assamese. He was also a humorist and a satirist of social life and social ways. He had a broad sympathy for humanity, and this sympathy was illumined by his good-natured humour. He created a unique type in Assamese literature, and that was the personality of Kripabar Barbaruwa. The Kripabar volumes are racy of the Assamase soil, and they are so very popular that they have given to Lakshminath the sobriquet of 'Charles Dickens of Assam". He wrote one novel, and besides brought out two collections of folk-tales, and seven dramas. He has a number of penetrating studies of the great religious personalities of Assam like Sankara-Deva and Madhava-Deva. His several volumes of serious essays, literary, cultural, political as well as religious are also outstanding creations in modern Assamese literature. And above all, one of the finest books in Indian literature is his Autobiography. (Mor Jivan Sowaran).

Lakshminath Bezbaruwa's life was not a sensational one—it was that of a highly cultural gentleman who was in business, but who by his pen brought about an intellectual and even a spiritual renaissance in Assam. His influence has been working silently, with the passing of decades his importance is becoming more and more strongly established in the domain of Assamese literature and culture * *"

-Dr. SUNITI KUMAR CHATTERJI

# কদমকলি

(প্ৰথম প্ৰকাশ—১৯১৩ চন)

## পাতনি

কবিতা হয় যদি হওক, নহয় যদি নহওক বুলি নাজেসময়ে লিখা পদ্যবোৰ গোটাই একে ঠাই কৰি এই কিতাপখন কৰা হল, কবি হবৰ দুৰাশা কৰি নহয়। মোৰ নিজৰ ৰচনাবোৰ মোৰ নিজৰে পঢ়িবলৈ ভাল লাগে; বোধকৰোঁ। নিজৰ দেখি। সেইবোৰ সিচঁৰতি হৈ থকা বাবে, পঢ়িব খুজিলে আহুকাল পাওঁ, সেইদেখি সেইবোৰ একে লগ কৰি সুচলকৈ ললোঁ। এখন ছপোৱা আৰু হেজাৰখন ছপোৱা প্ৰায় একে খৰচৰে কথা; সেই বাবে সেইদৰেই ছপাই থলোঁ। যাৰ মন যায় পঢ়িব, যাৰ মন নাযায় নপঢ়িব। আৰু যাৰ মন যায় তেওঁ মনত অলপো খুকুৰি নাৰাখি তাৰ কাঠসংস্কাৰ কৰি সন্তোষ লভিব, বাইজৰ আগত এই নিবেদন।

১৮৩৫ শক, ১ ভাদ
লৰোলচ হাওড়া

গ্ৰন্থকাৰ

### সখীৰ প্ৰতি

১

প্ৰাণসখী! দুখীনাক জনমৈ এনিনা?
অত স্নেহ, অত মাযা সকলো পাহৰিলা?
সৌ চোৱা আকাশত কলা কলা ডাৱৰত
চমকি চমকি বিজুলীয়ে উমলিছে,
গোৰ গোৰ কৰি মেঘে গাজনি মাৰিছে।
ডাৱৰৰ দেখি ভাৱ, ম'ৰাই উথালি গাৱ,
ছালি ধৰি ঠেও ধৰি নাচোন ধৰিছে,
তোমাৰ বিৰহে সখী হৃদয় দহিছে!

২

আকৌ চোৱা পানীপিয়া "পিওঁ" "পিওঁ" মাতেৰে,
জুৰাইছে প্ৰাণ পানী পি হাবিয়াহেৰে।
বুকুৰ বান্ধ। কিন্তু মোৰ সন্নিপাতে মহাঘোৰ,
শুকাই শুকাই হিয়া কৰ্কৰীয়া কৰিলে,
প্ৰাণপখী মৰি যাব স্নেহ-পানী নিদিলে!

৩

ডাউক-ডাউকী শুনা "কুৰা" "কুৰা" মাতেৰে,
সুখ-সৰোবৰত আলাপে মন ৰঞ্জেৰে;
কদমৰ ডালত পৰি কপৌ-কপৌয়নীযুৰি
"কুৰু" "কুৰু" কৰি হৰিষেৰে গীত গাইছে,
দুৰ্ভগীয়া মই মাত্ৰ হায় বুকু ফালিছে!

৪

চেনেহৰ গীত শুনা সৌৱা নৈয়ে গাইছে,
কুলু কুলু কৰি চোৱা কেনে লৰ ধৰিছে।
সখীৰ লগত গৈ কেনেকৈ মিল হৈ
একে জীৱ একে দেহা, আন মন নকৰি,
বৈ যায় মন সুখে সকলোকে পাহৰি।

৫

পানীৰ বুকুত বুদবুদবোৰ ফোলিছে;
অলপ উগনি দেখা আকৌ বুৰ মাৰিছে।
সৌফালে কৰা মন চিকুণচাম নাওখ
দুই পাখি কাষ মেলি কেনেকৈ সাঁতুৰিছে,
মন যায় মোৰো, কিন্তু বিধিয়ে বিড়ম্বিছে।

৬

এৰা বোহ, আহঁা সখী! একেলগে ৰঞ্জেৰে
কপোৱালি নৈৰ বালিত ফুৰোঁ ঠগেৰে;
সৌল সাজোঁ, নাদ খাণ্ডো, শিলগুটি গোটাই আনো,
বালিখোঁৱা, বালিমাহী খেদি খেদি লৰৰোঁ;
গালি পাৰি প্ৰতিধ্বনিক ডিঙি মেলি চিঞৰোঁ।

৭

আহঁা হেৰা প্ৰাণসখী! নৈত নাৰি গাধোৱোঁ।
বুৰ মাৰি পানীৰ তলত, পাৰোঁমানে ভাগৰোঁ।
চিলনী-সাঁতোৰ দিওঁ, সোঁতেসোঁতে উটি যাওঁ
পানীত টুকুৰিয়াও আঙুলিৰ আগেৰে,
বুৰবুৰণি কাঢ়োঁ পানীৰ তলত নাকেৰে।

৮

কুলিৰে সিয়াৰেঁ আহঁা ফুলনিত সোমাই
গোলাপক পেলাওঁ লাজ ওৰণী গুচাই

সেউতীক দিওঁ বিয়া বাওলেৰে সইতে
শাৰী পাতি মালতীক বৰৰাওঁ তহিতে
বকুল গোটাই আনি নিয়ৰৰ সিঁচি পানী
নোৱাওঁ উকলি দি আও-লগা নাৰেৰে,
গাজৰিৰিণাৰ পাত বজাওঁ আনন্দেৰে।

৯

ৰৰ-বাৰী মিছা, কোনো কালে মোক নালাগে
নেচাও পৰক যি ইসব নিতিয়াগে।
বকুলৰ গুটি খাম, সেউতীৰ বিয়া চাম,
কৰবীৰৰ মৌ পিম, কেতেকীৰ ধূলি লম,
ভোমোৰাৰে গাম গীত, কুলিৰে বজাম মিত,
ভাতকেচুৰ সৈতে ওৰেদিন গাম নাম।
পদুমপাহিত উঠি নাৱকো খেলাম।
সেইদেখি মোৰে শপত চোৱাঁ মুখ তুলিহে
দুখীয়া সখীক কিয় মাৰা তুমি পুৰিহে?

১৮৮১ শক
ভাদ, কলিকতা

---

## বায়েক উষা, ভনীয়েক প্ৰতিভা

(কুসলিত)

১

প্ৰতিভা। "হেৰা বাইটী। কিহে সৌটো কুটুকাকুটুকী
নাচি নাচি কুলে কুলে মাৰিছে ভুমুকি?
এহে বাক অ'। চুমাচুমি কৰিছে হবলা?
ইমান চেনেহ আও। চাওঁগে বলা।

২

হয় বাইটী। বৰ মৰম, বৰ ভাল পায়,
মুখতেই মুখ দি তেনেই পমি যায়।

৩

ইকি। যেখোন মোৰ মুতিজুপিলে
শোৱাই মাৰিছে লৰ হাঁহিমুখ কৈ?

৪

সৰ্বনাশ। পৰিল তাত। চুমাও খালে,
বাইটী। মোৰ যুতি কুলত চুমা দিলে।

৫

যুতি হেৰা। মই আজি চিনিলো তোমাক।
যুতি সখী। মই আজি চিনিলো তোমাক।
কেৱলে মোক অতদিন দি আছিলা ফাকি,—
"তোমাকেহে ভাল পাওঁ মৰমৰ সখী।"

৬

ইস্। মোকেইহে ভাল-পোৱা 'মৰমৰ সখী।'
যতমানে মিছা কথা।—এনে মিছলীয়া।
অ'—আজলী সখীক পাই ভাল ফাকি দিয়া।

এতিয়াহে জানিলো তোমাৰ চতুৰালি
আগত নহলে জানো কত পাবা গালি।
ই:—'তোমাকেই হে চুমা খাম, জীওঁ যত দিন;
তোমাৰেইহে উমলিম, দুইৰো নাই ভিন।

৭

আটাইবিলাক ফাকি; আটাইখিনি মুখৰ মহলা,
মই হেন সখীক এৰি ভাল সখী পালা।
ভাগ্যে মই দেখিলোঁ দেখিহে
নাইবা আৰু কত ভুৰা দিলাহেঁতেনহে।
বাৰু সখী। বাৰু তোমাৰ চিত
পেটত এতেক কথা, নীজানো কিঞ্চিৎ।

৮

সেহি। সুঁৰৰিছো 'নিলাজী' সখীৰ কথা,
মোতেইহে দেহটো, মোলইহে বেথা।
বেয়ে যাওক ওচৰলৈ কুছিমুছি যায়;
সদায় মনত ভয়,—সখী বেয়া পায়।
মোৰ হৈ মৰিব পাৰে, মযো তেওঁৰ হৈ
কুৰ্চ্চুটীয়া সখী পালোঁ, এনে সখী সৈ।

৯

বাইটী। গোসাঁয়ে মোৰ মৰম জনে সখী মিলিলোঁ,
মই যেনে ভাবোঁ, কেনৈ তেনেকুৱা নাই?
চকুৰ আগতত্ বাইটী। মিতো দেখি আহা—
দেহ যেন যুতি সখী; কিয় মোক মিছা—

১০

এই কথাটোৰেই মই নাগোঁ,—
মোৰ সখী লোকৰ হল, কেনেকৈ চাই থাকোঁ ?
মনত পৰিলে গাটো বৰ্ বমাই যায়,
পুৰণি চেনেহৰ কথা কৈও অন্ত নাই।
সেতিয়া বাৰুণী-বেলি তেজপোৰা হৈ,
মাকৰ গুৰিলৈ যায় 'ভোক' 'ভোক' কৈ।
আহোঁ মই সেঁওতা কালি
ৰতাহেও ডালি ডালি
কৰি মোৰ মূৰৰ চুলি উকৰাই দিব,
সখীয়ে দূৰত দেখি ৰঙত হাঁহিব।

১১

দিনটোৰ যতেক কথা নাৰৱ সুৰেৰে
বিনাই বিনাই সখীক কম হবিষেৰে।
কানিমুনি হোৱা দেখি,
আকোৱালি ধৰি সখী,
ৰাতিটোলৈ লগাম মাত ৰেজাৰ মনেৰে
তেনে সখী এনে হল কোনটো চিতেৰে ?

১২

কাউৰীয়ে কা কৰিব গছৰ ডালত বৈ,
ফুল-কটা লোটাৰে এলোটা পানী লৈ ;
মযো ধুম মুখ, ধাইটী সখীকো ধুৱাম,
ৰাতিটো আঁতৰিছিলো বুলি চুমা খাম।
তেৰেঁ। খাব চুমা, মোত হেঁপাহ আছিলে,
দেহি ঐ ! এতিয়া দুষ্টে সখীক ভুলালে।

১৩

হেৰা কপটীয়া সখী !
কাণসাৰি মাৰি থাকিলেনো কিটো হব ?
তেনেকৈ ৰলে আনো গাব দায় যাব ?
তুমি মোৰ কথাবচোন সবিধান দিয়া,
আইহে—কিহবলো ইমান গগ? গাতে থাটি মোৰ।।

১৮১১ শক

[illegible], কলিকতা

২

মইনা

১

মইনা মইনা বুলি কতনো মাতিম মই,
কতনো বিনাই আক কাকুতি কৰিম ঐ,
নাই নে মইনা মোৰ ? নাই নেকি মনচোৰ ?
নাই নে, নাই নে মোৰ মইনা মউৰ ?
নাই নে জগতে মোৰ চেনেহ-চকোৰ ?

২

কিমান চাকুৰি হিয়া বিচাৰোঁ পখীটি মোৰ,
কিমান চিন্তাই বুকু চিতাচিও কৈলে মোৰ,
বিয়াকুল, বিয়াকুল, নাই তাৰ কুলাকুল
তথাপি বাতৰি নাই মইনা পখীৰ
তথাপি বাতৰি নাই চকুৰ মণিৰ।

৩

সঁচাকৈ সঁচাকৈ যদি পৃথিৱীত এই
নাই পখী যাক মাতোঁ মইনা মইনা কৈ
কিয় মঁজা লোপোৱালি, মৰম পাখীৰ মালি,
চেনেহ-চাউলে যৈতে হেঁপাহ-বাটিত
দিলে মোৰ হৃদয়ত কৰিমো থাপিত ?

৪

কিয়নো কিয়নো কাণ মাত, আকলুৱা অতি ?
কিয় দিলে মুখ মোৰ চুমাৰ বলিয়া পাতি ?
বুকত মইনা-ৰোগ কেলৈ মোৰ কৰে ভোগ ?
দৰৱ নথকা ৰোগ কিয় দিলে মোক ?
নহলে মইনা, মই নাপাওঁ কিয় তোক ?

৫

এয়ে নে চিকুণি মোৰ ললাটত লিখা হল ?
মইনা মইনা কৰি মৰিবলগীয়া হল।
আছে যদি সঁচাকৈয়ে, তেওঁ যদি হব তয়ে,
সে দেখা, সে ধৰা, কতনো জীয়াতু সম ?
কত চট্‌ফট্‌ কৰি জীৱনৰ ভাৰ যম ?

৬

কান্দোতে কান্দোতে মোৰ চকু হেৰ উৱাহিল,
মাতোঁতে মাতোঁতে মাতো ভাগি নাইকিয়া হল।
ভাবোঁতে ভাবোঁতে লোপ, ভাবোঁতে থেৰগনি ৰেল,

তথাপি এখুদো তোৰ নালাগে মৰম।
মোক পুৰি মৰাটোৱে তোৰ নে ধৰম?

৭

মধুৰ মইনা নাম নাজানো কোনেনো দিলে,
শিলৰ বুকুত কোনে প্ৰেম-সৰণু সানিলে?
নিমিলিল নাও-গাও নালাগিল আওভাও,
নতু মইনাৰ হিয়া মইনাত নাই,
কেনেকৈ এনে কথা হব পাৰে হায়?

৮

নাই দেখা, নাই শুনা, কেনেনো মইনা তই;
কলৈ গলে কি কৰিলে তোক হেৰ পাম মই?
নেজানো কি বস্তু তই, একো উৱাদিহ নাই,
মাত্ৰ তোক লাগে মোক ভাবৰ প্ৰতিমা,
মণি নাই, আছে শুদা চেনেহৰ টেমা।

৯

কেতিয়াও আলৈআথানি নকৰোঁ মইনা তোক
মৰম-নৈত নিতে বুৰাই বাখিম তোক
মৰম-অমৃত চালি, মৰম বহৰ-থালি,
মৰম-জুইত পাগি মৰমৰ হাতে,
আনি দিম তোক সোণ! মৰমৰ মাতে।

১০

মৰম মৰম গীত ৰাতি-দিনে মই গাম
চিকুণ চেনেহ-চুমা নিতে ন ন খাম
প্ৰেমৰ শীতল পানী প্ৰেম-কলহত আনি
পৰম যতনে সিঁচি ৰাখিম আদৰে তোক,
দেখা দে মইনা হেৰ! বধ নকৰিবি মোক।

১৮১২ শক
কান্তি, কলিকতা

— —

**তোমাকহে ভাল পাওঁ মৰমৰ সখী**

১

তোমাকেহে ভাল পাওঁ, তোমাৰেহে মুখ চাওঁ
তোমাকেহে দিনে—ৰাতি ফুৰোঁ মই দেখি
তোমাকেহে ভাল পাওঁ মৰমৰ সখী।

২

একেথিৰে একেমনে একেভাৱে একেথানে
থাকোঁ কেতিয়াবা হৈ কাঠৰ পুতলা,
নোহে আন একো, মাত্ৰ জপোঁ তুমি-মালা।

৩

কেতিয়াবা গুণ-গুণ কৰি গীত সকৰুণ,
হিয়াৰ হিল্লোল এটি কৰোঁ যে ব্যক্ত,
থাকা সখী তুমি মাত্ৰ সেইটি গীতত।

৪

হেৰাল হেৰাল কিবা বুলি ফুৰোঁ ৰাত্ৰি-দিবা
নেপাই নিৰাশ হৈ হুমুনিয়া কাঢ়োঁ
তুমিহে হেৰোৱা ধন, তোমাকেহে স্মৰোঁ।

৫

নিমাত দুপৰ ৰাতি একেথিৰে তৰা এটি
চাই টোপ্ টোপ্ পানী পৰে যে চকুৰ
তোমাৰেহে ভাবে হিয়া কৰে মথিমুৰ।

৬

"কেতেকী" "কেতেকী" কৰি উৰি যায় পখীযুৰি
কত প্ৰেমিকৰ মন যায় তাৰ লগে,
মোৰ মন তোমা বিনে তাততো নালাগে।

৭

নিৰ্জ্জন নদীৰ কান এজনে গাইছে গান
বতাহে আনিছে তাৰ ৰিণি ৰিণি সুৰ-
জানা সখী, তাত মোৰ আশা নোহে পূৰ।

৮

ফুল ফুল কৰি কত হইছে কবি উন্মত্ত
কিন্তু মোৰ পক্ষে ফুল নিকুল সমান,
তুমি-ফুল বিনে মোৰ ফুল নাই আন।

৯

বসন্তৰ কত কুলি পঞ্চমত সুৰ তুলি
গায় গীত, তালৈ সখী কোনে কৰে কাণ?
তোমাৰ হাতত মাত্ৰ আছে মোৰ প্ৰাণ।

১০

বিলত ভেটৰ পাহি জোন দেখি মাৰে হাঁহি,
সেই হাঁহি চাই আৰু কত লোকে হাঁহে,
তোমাৰ হাঁহিত বাজে মোৰ হাঁহি নাচে।

১১

হৃদয়ে হৃদয়ে স্নেহ, নাই যদি নাই শেহ,
সকলোৰে চেনেহৰ নদীত সাঁতোৰে,
নেপালে তোমাৰ স্নেহ মোৰ হিয়াধনে।

১২

তোমাৰ সুখত সুখ তোমাৰ দুখত দুখ
ইজীৱন মোৰ সখী জীৱনে তোমাৰ,
তোমাৰেহে মই সখী তোমাৰ--তোমাৰ।

১৩

তোমাৰ মৰম-নাও উঠি হেৰা উটি যাওঁ,
তুমি বোজা ভাল-পোৱা পবিত্ৰ প্ৰণয়,
বুকুৱা বা নুবুকুৱা যেনে ইচ্ছা হয়।

১৪

চেনেহ-দোলেৰে অটা, নাৱৰ পিৰিবে জোটা
বুৰিলেও নাৰে সৈতে এৰাএৰি নাই,
এনে বুৰা সুখে ভৰা ভাগ্যৱন্তে পায়।

১৫

অবিশ্বাস নকৰিবা, ধ্ৰুৰূপ তুমি জানিবা
তোমাকেহে দিনে-ৰাতি কুৰোঁ মই দেখি,
তোমাকেহে ভাল পাওঁ মৰমৰ সখী।

১৮১২ শক, কাতি
২নং ভৱানীচৰণ দত্তৰ লেন, কলিকতা

---

## চুমা

(১)

কপৌ-কপৌৱনী চুমাত বলিয়া
হৰিণা-হৰিণী আৰু,
ভাটৌ-ভাটৌৱনী চুমাচুমি চোৱাঁ,
খাইছে প্ৰেমৰ নাৰু।

ফুলে ফুলে চুমি ফুল মতলীয়া,
ভোমোৰা চুমাত পৰা,
সবে চুমাৰৰ, হেৰাঁ তেন্তে মই
কিয়নো লেখাম চুমা ?

(২)

বতাহে বতাহে চুমাৰ খাতৰি,
পানীয়ে পানীয়ে চুমা,
আকাশ-পাতাল চুমাৰ উঁৱাল
সেউতী চুমাত ঘমা।

চুমাৰ বাগীত গোকুল--গোপিনী
থৰকবৰক জীৱ,
চুমা খাই খাই কাৰো তত নাই,
মইবা লেখাম কিয় ?

(৩)

সেই দেখি দেখি লেখি লেখি এশ চুমা দিয়া,
অন্তত ই প্ৰাণ মোৰ বুজিবাজি লোৱাঁ।

১৮১২ শক। আঘোণ, কলিকতা

---

## প্ৰিয়তমা

(১)

প্ৰশ্ন। জনমৰে পৰা শুনি আহি আছোঁ,
মুকুতামালাৰ কথা,
কত পোৱা যায়, কেনেকুৱা বস্তু,
কিন্তু নাই পোৱা দেখা।
উত্তৰ। "প্ৰিয়ে! শুনি বোৱা" বুলি দিলোঁ মাত,
মাৰি হাঁহি মিচিকিয়া,
হাঁহিয়ে হঁহাই উদঙালে দাঁত,
কলোঁ আঙুলিৰে, "চোৱা"।

(২)

প্ৰশ্ন। থাকে আছোঁ শুনি কিন্তু নাই দেখা
ৰঙা গোলাপৰ মণি,
উত্তৰ। আকৌ দেখুৱালোঁ প্ৰিয়তমা-ওঁঠ
হেঙুলী পোৱাল-মণি।
প্ৰশ্ন। কঁইট নথকা কণহ গোলাপ
বোলে পৃথিৱীত নাই-
উত্তৰ। একোকে নামাতি প্ৰিয়াৰ দুগাল
থাকিব ধৰিলোঁ চাই।
প্ৰশ্ন। ক'ত আছে এনে অপূৰ্ব্ব পদুম
ৰাতি-দিনে থাকে ফুলি ?

উত্তৰ। চকুৰে দি ঠাৰ দেখালোঁ প্ৰিয়াক,
 মুখেৰে একো নুবুলি।
প্ৰশ্ন। প্ৰেমৰ পুতলা চেনেহ-প্ৰতিমা
 কোন ধনিকৰে কৰে ?
উত্তৰ। যেয়েঁ৷ কৰক সেইটো প্ৰতিমা
 এই চোৰ্ৰা নোৰ ঘৰে।

১৮১৩ শক
কলিকতা

---

## প্ৰিয়তমাৰ সৌন্দৰ্য্য

কেলৈ লাগিছে সেন্দূৰীয়া গাল
 ফৰিং-প্ৰমিকৰ জুই ?
কোৱাভাতুৰীয়া ওঠৰ তলত
 ফেটীসাপ থাকে শুই।

কিয়বা লাগিছে তিৰবিৰ চকু
 যেনে সৰগৰে তৰা,
ওখ বুকু কিয় নৱণুকোমল,
 মদন পিচলি পৰা ?

কি কাম দীঘল মেঘবৰণীয়া
 সাগৰৰ ঢউ চুলি ?
প্ৰেম-পগলাৰ হৃদয়-তৰণী
 বুবি পায়গৈ তলি !

মৃণাল দুবাহু কি কাম সাধিব ?
 মত্ত প্ৰণয়ীৰ দোল,
মিহি মউমাত, বিয়াধৰ পেঁপা,
 ৰাখে কৰি মাথোঁ ভোল।

সুগোল সুঠাম সুবলিত চাৰু
 বাহু, জংঘা, উৰু, কৰ,
সকলোবিলাক চোকা চোকা অস্ত্ৰ,
 শণাইত সুতীক্ষ্ণ শৰ।

নেলাগে সুন্দৰী মন-প্ৰাণহাৰী,
 দিয়া মোক এনে হিয়া,
যিহিয়াত বজি মোৰ এই প্ৰাণ
 হৈ যায় মাইকিয়া।

দিয়া এনে প্ৰেম যি প্ৰেমে মোলেগ
 অস্তিত্ব বিলোপ কৰে
প্ৰণয়-মদিৰা দিয়া এনে মোক,
 চিৰকাল বাগী নেৰে।

এনে চুমা লাগে যি চুমাই মুখন
 নিভাজ হিয়াক জোৰে,
চকু যেন দুই মুকলি দুৱাৰ,
 প্ৰেমৰ ভঁৰাল-ঘৰে।

কথা নহয় প্ৰেম-মুকলীৰ মাত,
 কপটতা থাকা নাই,
মৰমে মৰমে মৰম নিগড়,
 বাদ্ধোন বোলে মিছাই।

নিদিবা, নিদিবা সুন্দৰ প্ৰতিমা
 মাত্ৰ সৌন্দৰ্য্যৰ খনি,
গোলপুৰা হাঁহি মুখত নধৰা,
 অন্তৰত কালফণী।

কোমল অন্তৰ, প্ৰেমময় মন,
 কোমল জুৰ হৃদয়,
দিয়া যত দিনে-ৰাতি মোৰ মন
 অচল অটল ৰয়।

১৮১৩ শক, কলিকতা

---

## ভ্ৰম

কোনে কলে সেয়া বাঁহী বাজে বুলি ?
 বনদেৱী গীত গায ;
শেৱালিৰ মালা নহয় এইধাৰ,
 তৰাৰে গুথিছে হায়।

নহয় ফুলনি কুঁৱৰীসকল ;
 দগাই দগাই কওঁ ;
গোলাপ নহয়, প্ৰিয়াৰ নয়ন,
 দেখি থিৰ হৈ ৰওঁ।

কোনে কয় সেইটি হৰিণাপোৱালি ?
 ইমান চেতনা নাই।
বনৰ সৌন্দৰ্য্যই ৰূপ ধৰি আহি
 দেও দি দুবৰি খায়।

নহয় পুখুৰী, প্ৰেমিকৰ হিয়া
 পানী নহয়, প্ৰেমৰস,
নৈ নহয়, ঠিক প্ৰেমৰ প্ৰবাহ
 বিচাৰি প্ৰেম বিৰশ।

বীণৰ আয়াটি উৰি "গুণ্" গায়,
কোনেনো ভোমোৰা বোলে ?
খোপাৰ ফুলটি উৰিয়েই প্ৰিয়াৰ,
পখিলাৰ নাম পালে।
কুহুপখী বোলে নিকুঞ্জবনত
"কুহু কুহু" ডাক দিছে ?
পখী নহয়, আমা প্ৰাণৰ কান্দোন,
প্ৰতিধ্বনি ৰূপে আছে।
জনয়া নহয়, বিৰহীসৱৰ
গোট খোৱা দুখুনিয়া,
প্ৰিয়তমাৰ প্ৰাণ ওফন্দি পৰিছে,
যেয়েহে জানা যুঞ্জিয়া।

১৮১৩ শক
কলিকতা

---

## প্ৰবলৰোৰ চিঠি

প্ৰিয়াহে

তোমাৰ কঠিন চিত,
চাওঁতে চাওঁতে তিনি নিশা গল,
চিঠিৰে কৈলা বঞ্চিত।
ত্ৰয়োদশী ৰাতি চিঠিৰ সময়
উকলি যেতিয়া গ'ল,
বকুল ডালত বেজাৰৰ গীত
পখীটিৰ গোৱা হল।
গোৰ গোৰ কৰি বিষাদ-ভাৰৰে
ওপোলাই নিলে মন,
এন্ধাৰে এন্ধাৰে গোৰাপাটী পাই
শোকত হৰোঁ মগন।
প্ৰবুদ্ধ দীঘল পুহুষ্ঠ নিশাটো
লোৰেৰে খেদালোঁ খপি,
পুৱেৰুণ দেখি শোক-শয্যা এইলোঁ
আজি চিঠি পাম জপি।
চতুৰ্দশী ৰাতি চিঠি পোৱা কাল
ওচৰাউচৰি আহিল,
আশা বং ভৰ আকাংক্ষাত ভাব
লোলাইয়াবুকুৰি দিলো।

বুকু ধপ্ ধপ্ মনত জপাছি
কি কৰোঁ, কলৈ যাওঁ ?
খন্তেকে খন্তেকে কুৰি বাৰ আহি
পদূলিমুখলৈ চাওঁ।
নিৰাশ! নিৰাশ! চিঠি অনা কাল
গুদাই আহিল, গল,
অশোকজুপিত অশোকৰ ঘুপি
আগৰ দৰেই বল।
ভুৰ বায়ু ভুৰ বলে একেদৰে
জোনাকী একে পোহৰে,
আমৰ আগত কুলিৰ ৰাগিণী
লৰচৰ ক'তা কৰে ?
আগৰ দৰেই জিলীয়ে মাতিলে
দূৰ্ব্বাত মুকুতা জ্বলে,
আগৰ দৰেই পূৰঘুমা পখী
প্ৰেমৰ কথাটি কলে।
কিন্তু ওখ আশা— পৰ্ব্বতৰ টিং
যি আছিল মোৰ ঠাই,
নিৰাশ-সাগৰে পৰি একেবাৰে
সমূলি গলোঁ লুকাই।
সি নিশাৰ মোৰ সকলো অৱস্থা
অভেদ্য আন্ধাৰে ঢকা,
স্মৃতি-লেখনীৰ এধা-মচা এটি
ৰেখ আছে চকামকা।
পূণিমাৰ ৰাতি হাঁহি-ভৰা মুখ,
হাঁহি-ভৰা ভেটপাহি,
নৈ বৈ যায় কুল্ কুল্ কুল
সুস্বৰত বাজে বাঁহী।
চকোৰ উন্মত পি পি চন্দ্ৰামৃত,
আৰু মতলীয়া কৰি,
'প্ৰিয়তমাৰ প্ৰেম চিঠি এই পাম'
ময়ো মতলীয়া ভাবি।

প্ৰিয়াহে।

কলে বুকু ফাটি যায়—
চাওঁতে চাওঁতে সকলো আশাত
ছাই পৰিল প্ৰায়।

পূর্ণিমাৰ ৰাতি আউগী আন্ধাৰে
প্ৰভেদ আছে নে কিবা ?
জ্বালামুখী গিৰি আৰু মোৰ হৃদি,
বিভিন্ন বতাই দিবা ।

১৮১৪ শক
১৮ নং শোভাৰাম বসাকৰ লেন, কলিকতা

---

## বাঁহী

ত্ৰিভুবন মাজে যত বস্তু মধুময়,
সিসবৰ সাৰ ভাগ কৰি একেঠাই,
পূৰালি উদৰ তোৰ হে বাঁহী অমিয়া
প্ৰেমিকে মাগিছে কণা পূৰ্ণ কৰ হিয়া ।

মুধামৃত সুৰাসৱ, আদৰ আঙুলি
বুলাই মাগিছোঁ ভিক্ষা, দে প্ৰাণ খুলি ।
স্বৰ্গৰ অমৃতবাণী পশোক কাণত,
প্ৰকৃতি মুগ্ধ হওক, দেৱ বিমানত ।

মৰ্ত্ত্যৰ সন্তাপ আতৰক এখন্তক
দিব্যালোক প্ৰকাশক, আতমা জাগক ।
ধৰা মধুময় হক, ক্ষৰোক অমৃত,
উটি যাওক সি সোঁতত মোৰ কাঠচিত ।

১৮৩১ শক
হাওড়া

---

## চন্দ্ৰ

(গীত)
ঝিঝিট—কাৱালি

হাতে চুকি পোৱা আছিল জোনাই সমুদ্ৰ মথা কালতহে,
দেৱাসুৰে দন্দ কৰি থাকোঁতেই, উঠে ওখ আকাশতহে ।
কাটিকাৰ টেকেলি লৈ পলাই গল,
জোনা লাগি দেৱ-দৈত্য চাই বল
ভেতিয়াৰে পৰা লুকাভুকি দেখাই জোনায়ে কাটিকা পিয়েহে ।

সোমৰস এক পখ পান কৰি,
পূৰ্ণিমাত পকি-জকি চলি পৰি,
এক পখ শুই গা টঙাই লৈ আকৌ তাত লাগি দিয়েহে ।

চকোৰ, বিৰহী, ভেট, কবি, খালি
পূৰ্ণচন্দ্ৰ চাই মাৰিছে টপালি,
ফুটুকাৰ ফেন, কেঁচা-কলা মাখোঁ সিহঁতৰ আছে ভাগ্যতহে ।

সাতাৰপুৰুষীয়া আজোককাতকৈ
বুঢ়া চন্দ্ৰমাৰ টোটোৰা মুখকেই
বলিয়াই ৰিজায় বুলি চন্দ্ৰাননী প্ৰিয়াৰ মুখৰে সৈতেহে ।
চন্দ্ৰকান্ত, চন্দ্ৰধৰ নাম থৈ,
হোজা বাপে মোক মাতে আদৰকৈ,
নাজানে সি নাম কাঠ-ফুলা গজা, ভেকুৰা, মামৰে খোৱা হে

জ্যোতিৰ্ব্বিদে কয়,--চন্দ্ৰগ্ৰহ মৰা,
জনপ্ৰাণীহীন গোটেই চন পৰা,
কৃপাবৰে কয়, অতি ফাটিকাৰ কৰ্ম্মফল ধৰিলোৱা হে ।।
১৮৩১ শক, আঘোণ
ঝাৰসোগোড়া

---

## কুজি

(গীত)
(ৰামপ্ৰসাদী সুৰ)

আয়ে লুকাই পাৰিলে কণী
কাউৰীৰ বাহত মনে মনে মোৰ আয়ে পাৰিলে কণী ।
ফুটিল কণী জগিলোঁ মই ;
কাউৰী মাহী তুলি লয় ;
আপোনাৰ পোৱালি ভাবি মুখত দিয়ে টোপকণি ।।

চকু মুদি খাই থাকি
উৰণীয়া পাই পাখি
চেগ বুজি ভুকংকৰে উৰি গলোঁ দূৰ বননি ।।
পাছে পাছে খেদে মোৰ
কাউৰী খুদি জুৱাচোৰ
খেদাৰ তাপত প্ৰাণ যায় গাড মোৰ নাই তবণি ।।

কালিদাস, ভৱভূতি,
ছেলী, কীট্‌ছ্‌ নৰপতি,
জাকে জাকে কবিৰ খেদাত থাকোঁ ৰই প্ৰবাদ গণি ॥

গোটেই বছৰ ভয়ত টেপা
লাগি থাকোঁ খাই চেপা
কাগুন-চ'তত আমাৰ ডালত বহি মাতোঁ একপষাখনি ॥

"সৰ্ব্বনাশ কৰিলে কুলি
বুকুৰ বাঢ়ে কলে গলি?"
দায় দিয়ে মোৰ গাত ভত্তালিকে বিৰহিণী।

১৮২১ শক, আঘোণ
ঝাৰসোগোড়া

---

ধোঁৱাখোৱা

(গীত)

(বাগেশ্ৰী—আড়াঠেকা)

অনন্ত আকাশ মাজে দে ধোঁৱা উকৰাই!
গল ভোক, গল শোক, দে ভাগৰ পলুৱাই ॥
নলী-লগা ধোঁৱাখোৱা,
কৰি দে ঐ কোৱাকোৱা,
টোবোক ভৈৰৱ নাদে বিশ্বজগৎ পোৱাই ॥

সম্বৰ্ত্তক বলাহক
মেঘবৃন্দ স্তব্ধ হওক,
বায়ুগণভেকোলাবোৰে যেন আৰু নোটোৰোঁৱায় ॥

ধূপ-ধূনা আঁতৰ হক
ধোঁৱাখোৱা চাপি ৰক,
মলাধপাত্ৰৰ গোন্ধে বাওক বিশ্ব মলামলাই।

১৮৩১ শক, আঘোণ
ঝাৰসোগোড়া

---

ক'লা-বগা

(গীত)

(ভৈৰৱী—ঝাপতাল)

ক'লাই বগাই মিল নাই,
কোন নজনাই কয়?
পদুমৰ পাহিৰ বুকুত
ভোমোৰা কিয়বা শুপুত?
জোনৰ কোলাত শহা কিয় বয়?

কৃষ্ণৰ কোলাত কিয় ৰাধা?
সৌদামিনী মেঘত বন্ধা?
হিমালয়ৰ টিঙত কিয় বগা বৰফ পৰি ৰয়?

১৮৩১ শক, আঘোণ
ঝাৰসোগোড়া

---

আমাৰ জন্মভূমি

(গীত)

হেৰা আমাৰ জন্মভূমি।
হেৰা আমাৰ জন্মভূমি।
এনে দেশ কতো নোপোৱা হেৰা তুমি।
হেৰা আমাৰ জন্মভূমি।

কত আছে এনে চাউল পানীত দিলে ভাত?
কত এনে কুঁজীথেকেৰা টেঙাই যায় দাঁত?
কত পাবা পকা-খৰিচা, কতচেকীয়া শাক?
এঠা-দৈ কত এনে নেখায় ধুলে যাক।
হেৰা আমাৰ জন্মভূমি।

কত এনে খাসৰ পথাৰ, ভালোল পাগৰ খাৰী?
ভলুকা বকাল আদি আছে বাঁহৰ খাৰী।
নুইতৰ দৰে নৰদৈ কত আছে কোৱা?
খুবি আহাঁ বসুমতী, তথাপি নোপোৱা।
হেৰা আমাৰ জন্মভূমি।

কত এনে নিৰ্জিনাচ, কত এনে বিহু ?
কত পাবা জগা গাইব এনেকুৱা ফেহু ?
হৃষ্টপুষ্ট হাঁহি-মুখ মুকলিমুৰীয়া
লৰা-ছোৱালী কত এনে দেখুৱাই দিয়াঁ ?

এনেখনি দেশ কতো নোপোৱা বিচাৰি,
নিশ্চয় নিশ্চয় মই কওঁ আটাহ পাৰি।
হেৰা আমাৰ জন্মভূমি।

১৮৩১ শক, আঘোণ
ঝাৰসোগোড়া

---

## ছয় ঋতুৰ ডাক

(গীত)

ছয়-ঋতু আৰ যাবিযাবে মিলি-জুলি লৰা।
নহলে তোমাৰ নাও বুৰিব জানিবা ॥

বসন্তই কুঁৱৰীয় সুহুৰি ফুৰ্ফুৰ,
আবে সেংগায, বাহ মাবে কুহুৰ কুহুৰ।
জহৰ ভপত গাত যেনে চেঙা পানী,
বাৰিষাই ঘৰ্ঘৰ, বিং মাবে টানি।
ছয় ঋতু, যাবিযাবে—ইত্যাদি।

পানী-নগা হেমন্তই হাঁচি ঔ মাতে
আগে।তে চুনিবাৰ খোচোনাটো ফাটে।
চন্দ্ৰাৱলী শৰতৰ নূপুৰৰ ধ্বনি
মন-প্ৰাণ পাতি দিয়ে ভালকৈয়ে শুনি ॥
ছয়, ঋতু, যাবিযাবে—ইত্যাদি।

১৮২১ শক, আঘোণ
ঝাৰসোগোড়া

---

## বৃন্দা-চন্দ্ৰাৱলী সংবাদ

চন্দ্ৰা। Now look he.e B.inda বাই,
Go tell him go :—
মই ৰাধা নহওঁ, বাঁহী বাই নচুৱাব মোক so !
Let him go to Radha's Bower,
here no চালাকি।
ইমান পাতল নহয় চন্দ্ৰা, ভাঁলৰ জীয়াৰী নহয় কি ?

বৃন্দা। হৰ পাৰা ভালৰ জীয়াৰী, হৰ পাৰা গধুৰ।
But why abuse our Radha ?
what is ,for কচুৰ ?
হাক দিলেও, কনাই বাঁহী বজাবলৈ নেৰে।
Awful naughty that boy
ৰাধাক বলিয়া কৰে !

চন্দ্ৰা। Steal the flute, pay him back in his
own coin ;
ফুটা কেইটাত মাটি সুমাই মাৰি দিয়াঁ তাৰ জইন।
That's the way to put an end to that
nuisance.
যোৰাঁ। বৃন্দা। যোৰাঁ। লক্ষ্মী। pray have
no norsence

১৮৩১ শক
পুহ, হাওড়া

---

## বাঁহী

কোনেনো বজাইছে বাঁহী সন্ধিয়া বেলিকা ?
কোনেনো সুৰেৰে মাতে "ৰাধিকা" "ৰাধিকা" ?
গধূলি বতাহ ধীৰে বিৰ বিৰ বয়,
কোনে "ৰাধা" বুলি মাতে হই তন্ময় ?

নোৱাৰোঁ। ধৰত ৰব টানে বাঁহী মোক,
লাজ-ভয় সকলোতে নেওচা পৰোক।
কেনি যাম বাট সখী দেখুৱাই দিয়া
উগুলথুগুল মন থিৰ নাই হিয়া।

মুখখনি চাই আহোঁ,
মালাধাৰি পিন্ধাই আহোঁ
হাঁহিৰে মাধুৰী পি আনন্দত ভাহোঁ।

১৮৩১ শক
মাঘ, আঘোণ

---

## ডাকৰ টোপোলা

### গীত

(আসাভৈৰৱী-ঠুংৰি)

কই মোৰ্ঁা ডাকোৱাল ! খোজ কিয় কোৱাল ?
কনুকজুনুক কিনো বাজে ?
তোমাৰ সি টোপোলাত চিঠি নামে অসংখ্যাত
কিনো অদভুত বস্তু বাজে ?

বিদেশত আছে পতি, ঘৰত ৰইছে সতী,
মৰম খাতৰি কিবা যায় ?
বিৰহত পোৰা নাৰী মাগি প্ৰেম শান্তি-বাৰি
প্ৰণয়ীক প্ৰণয় জনায় ?

পিতৃৰ সন্দেহ-বাৰ্ত্তা, মাতৃৰ ভাবনা-চিন্তা
বন্ধুৰ সাদৰ-সম্ভাষণ,
হতাশৰ আশা-বল, আতুৰৰ চকুজল
শোকাৰ্ত্তৰ মধুৰ সান্ত্বন,

প্ৰভুৰ আদেশ-বাণী, ভৃত্যৰ প্ৰাৰ্থনাখিনি
ৰজাৰ অনুজ্ঞা আজ্ঞাবাণি ;
মন-সাগৰৰ নানা গতি, চিন্তা, বিবেচনা.
চিঠিৰূপে কি টোপোলাবাসী ?

নহয় টোপোলা সেয়া সংসাৰৰ সকু কায়া
পৃথিৱীৰ ক্ষুদ্ৰ ভাঙৰণ।
কোৰ্ঁা ডাকোৱাল কাই ! হয় নে নহয় বাই
টোপোলা ৰূপেৰে নিবন্ধন ?

১৮৩১ শক, মাঘ, হাৱড়া

---

## সত্য কোৱা

(গীত)

ইংৰাজী সুৰ

সত্য কোৱাঁ প্ৰাণনাথ !, কোন তোমাৰ আপোন ?
সত্য কোৱাঁ প্ৰাণধন ! বুকুৰ ৰাজ কোন ?
নিবাশা নৰক সুখ,
আশা দুখৰ মাহ ॥
আচল কথা তু পালে
নেবাওঁ শোকত জাহ ॥
হেৰা সোণামণি মোৰ !
নেয়াওঁ শোকত জাহ ॥

১৮৩১ শক
মাঘ, হাৱড়া

---

## তৰা

অনন্ত আকাশে বহি কোন তোমালোক
কি কাৰণে ধ্যানমগ্ন, কিবা দুখ-শোক ?
কি কামে নিবিষ্ট চিত্ত, কিবা ভাবে ভোৰ ?
সামান্য মানুহ মই নাই পোৱা ওৰ।

পাপ-তাপ, দুখ-ক্লেশ, দেখি পৃথিৱীৰ,
হৃদয় ব্যথিত আলো, পৰে আখি নীৰ ?
শঠতা-বিদ্বেষ হিংসা-বিষে জৰ্জ্জৰিত
আমাৰ অন্তৰ দেখি বিজৰিছে চিত ?

টিপ্ টিপ্ চকুলো নিয়ৰৰ কণা
পেলোৱা শোকত কিবা ? একো নাই
অথবা আকাশী ফুল স্বৰ্গ-উপবনে
ফুলি আছা নুগুকাই সদানন্দ মনে।

সুবিমল শুভ্ৰ জ্যোৎস্না সৌৰভ বিলাই,
স্বৰগত প্ৰেম-হাঁহি, শোক-তাপ নাই।
নতুবা অপূৰ্ব্ব মণি মুকুতা উজ্বল,
বিশ্বপতি বিশ্বগৃহে কৰে জলমল ?

অথবা অযুত কোটী চকু বিধাতাৰ
চতুৰ্দ্দিশ অধঃ উৰ্দ্ধ ব্যাপ্ত চৰাচৰ।
পাপ-পুণ্য সুকৃতি-দুষ্কৃতি নিৰন্তৰ
দেখি বিধানিছে বঁটা, দণ্ড ঘোৰতৰ।

নাজানো একোকে মই নিঃকিন মানৱ,
জ্ঞান দিয়া অধমক দেৱ আদিদেৱ !

১৮৩১ শক
ফাগুন, হাৱড়া

---

## কবিতা

শোকৰ সঙ্গীত সিটি, বিষাদৰ সুৰ,
আতুৰৰ ছমুনিয়া, লোতক চকুৰ।
বেজাৰৰ ক'লা ৰেখা তৃষ্ণা তৃষিতৰ,
বিধৱাৰ বুকু ফটা যাতনা কাতৰ।
ছুঁয়ামৰা মুখৰ সি খন্তেকীয়া হাঁহি,
সুৰভি বিলাই যোৱা গোলাপৰ পাহি।
বিজুলীৰ চকমকা নিমিষ পোহৰ
জোনৰ কোমল কান্তি, পানীৰ লহৰ।
বীণৰ আতমা সিটি উৰি "গুণ" গায়
বাঁহীৰ জীৱন সি যে ডালত কুঁউৱায়
ৰমণীৰ কমনীয় মাধুৰী মধুৰ,
আধাকুটা আধামাত সৰগ শিশুৰ।
লাজেৰে তিওৱা মুখ সুন্দৰী কপহী,
নিয়ৰত গা ধোৱা সেউতী সি বাহী।
অনাঘ্ৰাত কেতেকীৰ গোপোৱালি বেণু,
বৃন্দাবন বনতলীয়া কলীয়াৰ বেণু।
প্ৰকৃতিৰ কামনাৰ সৌন্দৰ্য্য বঞ্চিত।
কবিতা কল্পনাময়ী কবিৰ বাঞ্ছিত।

১৮৩২ শক
বহাগ, হাওড়া

---

## বাঁহী

(গীত)

ভৈৰৱী—মধ্যমান

শুনিলে সেইটোৰ মাত মূৰ আচম্ভাই কৰে,
আজিও সেই সুৰত মোৰ থৰ-যুগুতি হৰে।
কুটা দিয়া বাঁহৰ চুঙা
কৰোঁ মাথোঁ উপলুঙা
তথাপি আমনি কৰি সেইডালে মাৰে ॥
ধপাত ভৰাব পাৰি
পিঠা পুৰি খাব পাৰি
কুকুৰ-মৰা মাৰি সেইডাল ঠিক হব পাৰে ॥
গা বেয়া, মন বেয়া
কৰে, তাত কিহৰ মায়া ?
নাজানো কিয়বা লোকে তাত ফুৰাই মৰে ॥
কৃষ্ণই কৈলে আবিষ্কাৰ,
গোপীক দিলে সমাচাৰ,
(দেখোন) টেলিফোনে সেই কাম সহজতে কৰে।

১৮৩২ শক
বহাগ, হাওড়া

---

## চন্দ্ৰা-ৰাধাৰ দ্বন্দ্ব

(গীত)

বেহাগ—খেমটা

তাই কিয় গালি পাৰি যায় ?
মোৰ পদূলিত চন্দ্ৰাই কিয় মুখ বজায় ?
দন্দুৰী নহওঁ ৰাধা,
পাই মোক গোটেই চিধা
যি আহে মুখত কৈ কিয় ফক্‌ফকায় ?
পাৰে নিয়ক কৃষ্ণক মাতি,
ৰাধাৰ গাত কিহৰ খাটি ?
খোচনাত কানুক ৰাধাই লুকাই থোৱা নাই,
যাৰ বস্তু তাৰ ঘৰে
তাইৰ কিয় চকু পোৰে ?
সেইজনীৰ মুখত জানো লাজ-কাজ নাই,
কিয় গালি পাৰি যায় ?

১৮৩২ শক
জেঠ, হাওড়া

---

## মোৰ দেশ

(গীত)

অ' মোৰ আপোনাৰ দেশ।
অ' মোৰ চিকুনী দেশ।
এনেখন সুফলা,
এনেখন সুকলা,
এনেখন মৰমৰ দেশ ॥

অ' মোৰ স্বকীয়া মাত !
অসমৰ সুৱদি মাত !
পৃথিৱীৰ কতো
বিচাৰি জনমটো
নোপোৱা কৰিলেও পাত ।

অ' মোৰ ওপজা ঠাই !
অ' মোৰ অসমী আই !
চাই লওঁ তোমাৰ
মুখনি এবাৰ,
হেঁপাহ মোৰ পলোৱা নাই ।

অ' মোৰ আপোনাৰ দেশ !
অ' মোৰ স্বকীয়া দেশ !!

১৮৩২ শক
জেঠ, হাওড়া

---

## সখী কোনেনো বজায় ?

(গীত)

(বেহাগ–আড়াখেমট)

সখী কোনেনো বজায় ?
সন্ধিয়াৰ বায়ুত শুনা
সেই সুৰ উটি যায়
সখী কোনেনো বজায় ?

যমুনাৰ কুলু গান
আকুল কৰিছে প্ৰাণ ।
নূপুৰৰ ৰুণুজুনু
শুনা তাতে মিলি যায় !!

ভোমোৰাৰ গোজৰ জানো
বাঁহীৰ মাজে গুনাইছে ।
কুলিৰ পঞ্চম কু-উ
তাতে কিবা মিলিছে ।

বন-মালাৰ গোন্ধ ;
আকাশত হাঁহে বিধু ;
আদৰি বন্ধুক আনা,
মিছাতে সময় যায় !!
কোনে নো বজায় ?

১৮৩২ শক, আঘোণ, হাওড়া

---

## মাতৃশ্ৰাদ্ধ

বিশাল প্ৰকৃতি স্নেহ তিল তিল কৰি
গোটাই ৰচিলে মাতৃ জনমদায়িনী ।
করুণ বসত আত্ম হৃদয় তোমাৰ,
মূৰ্ত্তিমতী সহিষ্ণুতা । জনম তোমাৰ
অনন্তকন্দলি বংশে আসাম-গৌৰৱ ।
কিহেৰে তৰ্পিম মাতঃ, আজি শ্ৰাদ্ধদিনে
নিঃকিন সন্তান মই ? চকুৰ লোৱেৰে
ধুৱাওঁ চৰণ আই আশীৰ্ব্বাদ দিয়া ।

২২।১০।১০, শনিবাৰ, ১৮৩২ শক
আঘোণ, হাওড়া

---

## অৱশেষ

ফুলিল মালতী, ফুলি সৰি পৰি গল,
বিলোৱা সৌৰভ মাত্ৰ জগতত ৰল ।
ভাগি গল বীণখনি, ছিগি গল তাঁৰ,
ৰই গল অৱশেষ অমিয়া জোকাৰ ।

পঞ্চত্বত লীন হল তৰুণী সুন্দৰী,
মধুৰ হাঁহিটি মাথোঁ থাকি গল পৰি ।
যাৰ গল দ্বিতীয়াৰ জোনৰ জীৱন,
থাকি গল মধুৰতা কিৰিণ কিৰণ ।

সন্ধিয়াৰ ধীৰ বায়ু ধীৰে গল বলি,
মৃদল হিল্লোল ৰল হৃদয় আকুলি ।
আকাঙ্খাৰ অধীৰতা, উদ্বেগ হিয়াৰ,
বাসনাৰ অতৃপ্ততা, আশাৰ নিকাৰ ।

লাহে লাহে আঁতৰিল, ৰ'ল প্ৰতিধ্বনি
সুৰাগ সকল গল, থাকিল বিননি ।
ধন গল, জন গল, গল কায়ক্লেশ,
সুখ্যাতি অখ্যাতি ৰল, আত্মা অৱশেষ ।

১৮৩২ শক
চ'ত, হাওড়া

---

## চালনী আৰু বেজী

চালনীয়ে বোলে বেজী ভাই তুমি কিয় ফুটা ?
নহয় নে বাৰু হাঁহি উঠা ?
হাঁহি হাঁহি হাঁহি উঠা,
নহয় নে বাৰু হাঁহি উঠা ?

তিনিকুৰীয়াই আনে বিয়াই বাৰ-বছৰীয়া
পকা দাড়ি-চুলি কাচি কৰে মাইকিয়া ;
সেলেতি লগাই ভেকালি কৰে ওঁঠ ৰঙা কৰি
নাতিনীজুৰীয়া যৈণীক মাতে বুলি প্ৰাণেশ্বৰী।
নহয় নে বাৰু হাঁহি উঠা ?

গোঁফঠুটীয়া ডেকা লৰাই প্ৰেম-কবিতা লেখি,
ভব্যগব্য কবি হলোঁ ভাবি থকা দেখি,
কাৰনো বাৰু হাঁহি নুঠে, কাৰনো নুঠে খং,
পদ্যপাঠ পঢ়োঁতাৰ দেখি এনে ঢং ?
নহয় নে বাৰু হাঁহি উঠা ?

ইস্তাহাদত ফেল মাৰি মাথা-মুণ্ড লেখি,
কৃটিক হৈ ৰবক গালি ছপাই উলিওৱা দেখি,
কাৰনো নুঠে মুখৰ বিষ, কাৰনো নাহে হাঁহি,
খজুৰতি ভোলা এনে দেখি খালিচাহী
নহয় নে বাৰু হাঁহি উঠা ?

মোৰ নামটো ভোটা-ভৰা, মোৰ ঘৰটো বৌ
মোৰ গুণৰ কীৰ্ত্তন কৰ, শুনিছ নে ঔ।
নহলে দিম গালি পাৰি, পাছত মাৰিম খোচ
উভতি ধৰিব যদিও ভয়ত খাম কোচমোচ।
নহয় নে বাৰু হাঁহি উঠা ?

আগৰ স্বৰূপ ভাওৰীয়াক ভেৰৰ বাথে হাঁহো,
কিন্তু মই ভাওৰ হৈ আৰো ওপৰত বহোঁ।
এফ-এ ফেল, বি-এ পাছ বিদ্যাৰ টোপোলা
নৈতিক বলত বাঁহৰ চুঙা গোটেই কোপোলা।
নহয়নে বাৰু হাঁহি উঠা ?

এচিকটা ক্ষমতাতে চোল-ওকণা দিওঁ
"লেউতা ঈশ্বৰ" নুবুলিলে হওঁ উতলা ঘিউ।
আগৰ অকৰা দুখীয়া পালে পোটক্ ভোলা মই,
অসমীয়া নতুন হাকিম মোকে বুলি কয়।
নহয় নে বাৰু হাঁহি উঠা ?

দেশোদ্ধাৰৰ এক নম্বৰ, পেট্ৰিয়ট পকা
ভাষা-মাৰৰ গুৰি-বঠা গদ্য পদ্যত চোকা।
কলিকতাত বিফৰ্ম্মৰ, অসমত বেঁকা,
গা নুধুই চাহ নাখাওঁ, মাখাওঁ বৈনাইৰ হোকা ।
নহয় নে বাৰু হাঁহি উঠা ?

সাজ লাগিলে শুকান ওঁঠ ফটকাৰে তিতে,
পুৱা হলে সন্ধ্যা-পূজাৰ ভোট্‌ভোটনি নিতে।
বাজহৰা, পূজাত ওজা, যৈণীৰ ওপৰত বজ্ৰা
হিংসাত সিজা মনটো যেন তেলত যেঙেলা ভজা।
নহয় নে বাৰু হাঁহি উঠা ?
হাঁহি হাঁহি হাঁহি উঠা
নহয় নে বাৰু হাঁহি উঠা ?

১৮৩১ শক
চ'ত, হাওড়া

---

## বিহু

(গীত)

সুৰ—"লেটতাৰ পদূলিত, গোন্ধাইছে মূৰী, কেতেকী মৰোমলায়, ঐ গোবিন্দাই ৰাম।

টকা, পেঁপা, ঢোল গীতৰ উঠে বোল,
নাচে ভাওৰীয়া বিহু (ঐ বিহুৱা কাই।)
নতুনে বছৰটিক্, নতুনে কন্যাটীক
আদৰে যেনেকৈ শাহু ॥ (ঐ বিহুৱা কাই।
কুঁহিপাত মেলি গছে আদৰিলে,
আমৰ মন ফুলিবে মিলি। ঐ বিহুৱা কাই।)
সৰগৰ বসন্ত, আহাঁ হে আহাঁ হে
আমাৰ পৃথিবীলৈ বুলি ॥ ঐ বিহুৱা কাই।)
শৰতক জোনে, হেমন্তক ধানে,
বাৰিষাক ৰবাইয়ে যেনে,

আদৰি তেনেকৈ নতুনে বছৰটিক
বিহু ডাওৰীয়াই আনে ॥

লৰাই জুনুকা, নুৰীয়ে ভুকুকা,
বোৱাৰী খুন্দিছে চিৰা,
গামোছা, কাপোৰ, পিঠাৰ নাই ওৰ,
বৈণীয়ে পাৰিছে পীৰা ।

মাহ-হালধিৰে গৰু-গাই ধুৱালে,
তবাৰ ন পৰাৰে বাঘে,
আম-কঠালত ন ফল আশাৰে
ধানখেৰৰ জৰীৰে ছান্দে ॥

মচে সাৰে ঘৰ, পদূলি চোতাল,
বেথাযে কণী যুঁজায় ।
ম'হৰ-যুঁজ এখন, গৱাঁয়ে পাতিলে,
খুন্দাত ভুঁইয়ে লৰি যায় ।

চাৰি ডেকা বহি পঁচি খেলে কৰে,
চাৰিকো চাৰিয়ে চৰে,
দহ, পঁচি, মাৰি, গুঠি লই কড়ি ,
চালতে চাপৰি মাৰে ।

ককাইক ভনীয়েকে ন কাপোৰ পিন্ধালে,
সেৱাত পায় "কুশলে হোক",
দূৰণিতে থকা প্ৰতেকক সুঁৰৰি
মাকে বহিলে শোক ।

গধূলি গৰু-গাই ঘৰ চাপি আহিলে,
কোৰে খাই মাখিয়তীৰে
বোৱাৰী-জীয়ৰী, লৰাৰ হাঁহিৰে
ভৰিল ঘৰ খিকিন্দালিৰে ।

টক্ টক্ টক্ টকাই পোঁ পোঁ পোঁ পেঁপাই,
শুন শুন শুন ঢোলেৰে মিলে,
খম্ খম্ খম্ তালেৰে, চট্ চট্ চট্ হাতেৰে,
"বিহু বা, বিহু বা" বোলে। (ঐ বিহুৱা কাই।)

১৮৩৩ শক
বহাগ, হাওড়া

## ৰাধা আৰু সখীসকল

(গীত)

এসনীশা নামৰ সুৰ

বৃন্দা । "বৃন্দাবনতে কোনে বাঁহী বায় এ হে,
আমি শুনি গলোঁ ধ্বনি হে,
নাকে বাঁহী বায়, আঙুলি বুলাই এ হে,
ৰাধা ৰাধা বোলে বাণী হে ।

বিশাখা । বৃন্দাবনতে কদমৰ তলতে, এ হে
যমুনাৰ পাৰতে হয়নি, হে ?
গধূলি পৰতে, মলয়া বওঁতে, এ হে,
ৰাধাই আলোতে পাওঁ হে,
মযো শুনিছিলোঁ, কোন লুকুৱালো, এ হে,
লুকাই কোনে কয়ে হে ।
ধৰিব পাৰিলে বান্ধিম এই বিহাৰে এ হে,
দিম বাধিকাৰ কৰে হে, ॥

ললিতা । কালিন্দী তীৰতে, বনৰে মাজতে এ হে,
নূপুৰে ধৰিছে তাল এ হে ।
মুৰীয়া বজায়, বন উচটায় এ হে,
ৰাধাৰ ওলাস কৰ কাল, এ হে ।
ময়ো নিতৌ শুনো, দিনৌ মনে গুণো এ হে,
কেনেকৈ পেলাম্ তাক্ ফান্দত হে,
দীঘলকৈ ৰাখিছোঁ, সেইহে এই চুলিতাৰ এ হে,
ককালত মেৰাম তাৰ পাকত হে ।
টানি আনি চোৰ, দিয়াম শাস্তি ঘোৰ এ হে,
আমাৰ ৰাধাৰাণীক দিয়েহে ।
নূপুৰ গুৰি কৰি, বাঁহী নিমে কাঢ়ি এ হে,
যদি হওঁ গুৱালৰ জীয়ে হে ॥

(ৰাধাৰ প্ৰৱেশ)

ৰাধা । শুনিছোঁ নখাঁইও! শুনিছোঁ বাইহত! এ হে,
নকবা নিদাৰুণ কথা হে ।
নেলাগে ধৰিব, নেলাগে বান্ধিব এ হে,
মোৰ জীৱই পাব যে ব্যাথা হে ॥

বৃন্দাবনতে, কদমৰ তলতে, এ হে,
বিজনে বজাইছে বাঁহী হে
দেহলাও তেওঁ মোৰ, তেওঁ মোৰ মনচোৰ এহে,
কাবৌকৈ মাতি আনাহি হে।

১৮৩৩ শক
বহাগ, হাওড়া

---

## প্ৰেম

ব্ৰহ্মাণ্ডৰ মধ্য যিটো পৰিছে নিভৰি
গিৰি-বন গছ-লতা সচেতন কৰি
অমৃত হাঁহিৰ বং ফুলত ফুলায় ;
যি শকতি প্ৰভাৱত মন্দাকিনী যায় ;
অণু-পৰমাণু মিলে আকৰ্ষি অন্তৰ ;
পৃথক আতমা মিলি হয় একেশ্বৰ ;
ব্যৱধান ক্ষয় হয়, ওচৰে আঁতৰ ;
অব্যক্ত বেকত ; গুচে আত্ম পৰ ;
সৰ্ব্বাঙ্গে সৰ্ব্বাঙ্গ লয় ; জীৱনে জীৱন ;
আনন্দে আনন্দ, মহানন্দৰ সৃজন ;
সংজ্ঞাৰ অতীত শক্তি, বিশ্বব্যাপী কায়
ক্ষণিক সম্ভোগে যাৰ দেৱত্ব মিলায়
মৰু বুকে, শিল পমে, বিন্দুৰ পৰশে
প্ৰেম আখ্যা মহাশক্তি জগৎ প্ৰকাশে।

১৮৩৩ শক
জেঠ, হাওড়া

---

## শান্তি

অতৃপ্তিত অশান্তিৰ ঘৰ
অশান্তিয়ে অসুখ বিলায়,
অসুখত বিচাটৰ বাণি,
জীৱনৰ সোঁত বৈ যায়।
সংসাৰত তৃপিতিৰ আশা,
মৃগতৃষ্ণা মৰীচিকা প্ৰায়,
বিচাৰি বিভ্ৰান্ত, ক'তো নাই,
শান্তিধাম মাত্ৰ শান্তিৰ ঠাই।
ঈৰ্ষা দ্বেষ মেঘৰ ওলোলে
মনাকাশ এন্ধাৰি পেলালে,
মোহতম বিষম অজ্ঞানে
তত্ত্বজ্ঞান-সূৰ্য্য ঢাকিলে।
ক্ষন্তেকীয়া মেঘৰ আন্ধাৰ,
যুগমীয়া তত্ত্বজ্ঞান-ৰবি,
যুগমীয়া এৰি ক্ষন্তেকীয়া
মণি এৰি কাঁচ কি কৰিবি ?

১৮৩৩ শক
শাওণ, হাওড়া

---

## দেৱযানী

### প্ৰথম দৰ্শন

স্থান—শুক্ৰৰ আশ্ৰম

(দেৱযানীয়ে পূজাৰ নিমিত্তে ফুল তুলৰ আয়োজন কৰিছে)

কচ। নমস্কাৰ দেৱযানী।

দেৱযানী। নমস্কাৰ কচ।

কচ। আহিলোঁ তোমাক আজি লবলৈ বিদায়,
অতি মনদুখে আকুল কৰিছে প্ৰাণ।
লাগিছিল নিজ ঘৰ যেন এই ঘৰ,
পিতৃ বৃহস্পতি যেন গুৰুদেৱ মোৰ,
গুৰু-কন্যা যেন মোৰ আপোন ভগিনী,
চেনেহ-দোলেৰে বান্ধি ৰাখিছিলা মোক
ইজন্মত শুজিব নোৱাৰোঁ এই ধাৰ।
তোমাৰ মনত মাত্ৰ সততে জাগ্ৰত
মঙ্গল কামনা মোৰ। হেৰা সুবদনী।
বাৰে বাৰে ব্যৰ্থ কৰি দানৱৰ চেষ্টা
ৰাখিলা জীৱন মোৰ। পালোঁ প্ৰাণ মই
কৃপাত তোমাৰ। এৰি ই হেন আশ্ৰম,
ত্যজি আশ্ৰম-ঈশ্বৰী এনে, যাওঁ কোন মতে ?

হঁঠাইৰ প্ৰতিগছি তৃণে বান্ধিছে হৃদয়
মোৰ। প্ৰতি কুশাঙ্কুৰে স্নেহ বিজড়িত
দেখোঁ সদ্য অঙ্কুৰিত। চিৰানন্দ বায়ুৱে
বিলায়। পুষ্পিত বিবিধ—লতাবোৰে
মূৰ্ত্তি ধৰি কৰে সাম গান। যজ্ঞধূম
সৰগ সোপান। কৰুণা সৌন্দৰ্য্যে ধৰি
পোৱালি হৰিণাৰূপ জুৰায় পৰাণ।
কিন্তু, কিন্তু, কৰ্ত্তব্যৰ কঠোৰ শাসন
এৰোৱা দুষ্কৰ। এৰি জনক—জননী
আছোঁ বহু কাল, জ্ঞাতি--বন্ধু শোকত
আকুল আশা পালি আছে—অধ্যয়ন
কৰি সমাপন কচ উভতিব ঘৰ।
কৰ্ত্তব্যৰ অধীন সন্তানে সম্পাদি
কৰ্ত্তব্য, আজি যাব খোজে সেইদেখি
ঘৰ। আশীৰ্ব্বাদি গুৰুদেৱে কৰি বিদ্যা-
দান, শিষ্যক মেলানি দিলে। তোমাৰ
কাষত লভিলে মেলানি সুলোচনী!
যাব পাৰে আজি কচ ত্ৰিদশ আলয়।

দেৱযানী। আছে এটি নিবেদন মোৰ, তোমাৰ
কাষত। অঙ্গিৰাৰ পৌত্ৰ তুমি,
কুল-শীল-বিদ্যাৰে মণ্ডিত; শম দম
তপস্যাৰে অলঙ্কৃত বপু। মহৰ্ষি
অঙ্গিৰা, মোৰ পিতৃৰ পূজিত। জনক
তোমাৰ বৃহস্পতি পূজিত সিমতে
মোৰ। কৃতবিদ্য লভি বিদ্যা তুমি; পুত
ব্ৰহ্মজ্ঞানে কলেৱৰ। আছে মোৰ অতি
ক্ষুদ্ৰ এটি নিবেদন। শুনা সৌম্য শুনা
সাৱধানে, যিদিনা আহিলা তুমি আশ্ৰমে
আমাৰ, স্বচ্ছ মন শুভ্ৰকান্তি তাপস-
নন্দন, মোৰো মন হল অনুৰূপ।
মণিৰ সংযোগে কাঁচে ধৰে মণিৰূপ।
অলক্ষিতে আচৰিতে আন্দোলিল মন
অনুৰাগ অকস্মাৎ হল অঙ্কুৰিত।
সেই দিন ধৰি প্ৰতি-পল অনুপলে
বঢ়াই শকতি তাক কৰিলে বিশাল।
হৃদাকাশ জুৰি বনস্পতি প্ৰসাৰিছে
প্ৰণয়-প্ৰস্ৰৱ মোৰ। হে শোভন সৌম্য!
গলে তুমি ফল-ফুল আহৰণ মনে,
পঁজাৰ কাৰণে মোৰ, প্ৰতি আপদৰ
মই থাকোঁ বাট চাই। গোধন চৰাই
তুমি আহোঁতে পলম হলে, দেখো দিনতে
এন্ধাৰ। ভাবোঁ, কিবা অথন্তৰ মিলিল
কচৰ। বাৰে বাৰে দুৰন্ত অসুৰে
নাশিলে তোমাক, এৰি ৰমণীসুলভ
লাজ, সলোতক নেত্ৰে ধৰি পিতৃৰ
চৰণ, মাগি পাওঁ পুনু, হেকম্মা-ৰতন
মোৰ অঞ্চলৰ নিধি হে তাপস-মণি।
যজ্ঞ সমাপন অৰ্থে আহৰা সমিধ
কাঠ; বিক্ষত কণ্টকে দেহ দেখি, মচি
অশ্ৰুজল সেৱি কৰোঁ নিকুঞ্জ তোমাক
কুশাঙ্কুৰে বিন্ধিলে চৰণ, পানীৰে
পখালি পাৱ, প্ৰদানি প্ৰলেপ, ক্ষত
কৰোঁ নিৰাময়। তেহে সুস্থ হয় মোৰ
মন। কি সকাম, সেই কথা এতিয়া
বখানি? জানা সকলোকে তুমি। লাজে
বান্ধি ৰাখিছিল মুখ, সি কাৰণে আছিলোঁ
নিমাত। কিন্তু দেখোঁ হব সৰ্ব্বনাশ।
হেৰায় বুকুৰ বিত, সাঁচতীয়া ধন।
সিকাৰণে প্ৰিয়তম। প্ৰাণপ্ৰিয়। আজি
পৰিত্যাগি সংকোচ সংযম, প্ৰাৰ্থিছোঁ
তোমাক—কৰি মন্ত্ৰ উচ্চাৰণ বেদৰ
বিধানে কৰাঁ মোক পৰিণয় তাপস-
ৰতন।

কচ। নাপায় এনুৱা কথা কব মোক শুভে।
গুৰু শুক্ৰাচাৰ্য্য মান্য পূজনীয় মোৰ
গুৰুকন্যা পূজনীয়া মোৰ সেইদৰে।
ভগৱান ভাৰ্গৱৰ প্ৰাণাধিকা কন্যা
তুমি, গুৰুপুত্ৰী ভগিনী সদৃশ মোৰ
সহয় যুগুত কৰা ইহেন প্ৰস্তাৱ।
দিয়াঁ ভদ্ৰে। হৰ্ষমনে বিদায় ভ্ৰাতৃক,
যাওঁ নিজ ঘৰ, শোকাতুৰ জনক-জননী।
দেখিমোঁ সপোন,-শোকাকুল পুত্ৰৰ
বিৰহে, দুখুনী জননী মোৰ!

দেৱযানী। শুনা কচ। শুনা তপোধন। ভ্ৰাতৃ-স্থান
নহয় তোমাৰ। সন্তান নোহোৱা তুমি
জনকৰ মোৰ। পিতৃৰ গুৰুৰ পৌত্ৰ
তুমি; সি হেতু মাথোন পূজনীয় তুমি
মোৰ। কৰিছিল প্ৰথমতে তোমাক

যিবাৰ অসুৰে বিনাশ, পিতৃৰ কাষত
সককণে মাগি ভিক্ষা জীয়ালোঁ তোমাক।
সেই দিন ধৰি অনুৰক্তা দেৱযানী
তোমাৰেহে কচ। নৃত্য-গীতে কৰি
বিনোদন, সেৱি মই অনেক প্ৰকাৰে
সাধিলোঁ তোমাৰ প্ৰীতি। তোমাৰ খিয়ান
বিনে কচ, নাই মোৰ আন একো কাম।
ধৰ্ম্মজ্ঞানী তুমি কচ, জানা সকলোকে।
এনে অনুৰক্তা মোক, জুৰায় নে হে
কৰা পৰিহাৰ ? নিককণ বচনে তোমাৰ,
দিছে দুখ মৃত্যুতো অধিক। অতএৱ
হেৰা কচ! হেৰা প্ৰাণপ্ৰিয়! দেৱযানী
অভাগীক নেঠেলিবা পাৰে। দাসী হৈ
সেৱিম চৰণ, আচৰি একত্ৰে ধৰ্ম্ম,
লম পদ সহধৰ্ম্মিণীৰ। সুখ-দুখ
সুকৃতি-দুকৃতি যি তোমাৰ মিলিব
ভাগ্যত, ভাগ লৈ তাৰ, নিজক মানিম
ধন্য, সুৰাগিনী হম। তপস্যাত হৈ
তপস্বিনী, কৰিম সহায়। ব্ৰহ্মৰ
পূজাত, মিলাই ভকতি প্ৰেম তোমাৰে
সইতে, বিলোপি পৃথক সত্ত্বা, সাধিম
ঈশ্বৰ-প্ৰীতি। ক্ষুদ্ৰ নদী ব্ৰহ্মপুত্ৰ
নদে, কৰি আত্মবিলোপন। বৈ যায়
শীতলি সংসাৰ। সি কাৰণে হেৰা প্ৰিয়!
হেৰা সুশোভন! নিৰপৰাধিনী মোক
কৰি পৰিহাৰ! নাযাবা নাযাবা কদা।
বধে ধ্ৰুব নিশ্চয় জানিবা!

কচ। অনিযোজ্য বিষয়ত নকৰা নিয়োগ
মোক হে শুভব্ৰতে! গুৰুতো অধিক
তুমি গুৰুতৰা মোৰ। নকৰিবা কোপ।
সুপ্ৰসন্ন মনে মেলানি প্ৰদান কৰঁা।
আছিলোঁ অনেক কাল সুখত ইয়ানে
অনুমতি দিয়া যাওঁ ত্ৰিদশ আলয়ে।
দেৱী! আশীৰ্ব্বাদ দিয়া, বাটত বিঘিনি
যেন নপৰশে মোক। কথা-প্ৰসঙ্গত
সুঁৱৰিবা দুখীয়া কচক, কৰোঁ আশা।
গুৰু মোৰ জনক তোমাৰ, কৰিবা
শুশ্ৰূষা। সাৱধানে পৰিচৰ্য্যা কৰি
সাধিবা পিতৃৰ তুষ্টি, ত্ৰুটী নকৰিবা

বৃদ্ধ তেওঁ। যি পবিত্ৰ উদৰত জনম
তোমাৰ, আছিলোঁ সেই উদৰত মই।
ধৰ্ম্মত সিহেতু, সবন্ধত দেৱযানী
কচৰ ভগিনী। সেই বাবে সুনয়নী!
অশোভন তেনে কথা নানিবা মুখত।

দেৱযানী- শুনা কচ! শুনা মোৰ স্বৰূপ বচন —
প্ৰত্যাখ্যান কৰি তুমি প্ৰাৰ্থকজনক
নকৰিলা ভাল। আশা ছেদ কৰি মোৰ
শালিলা অন্তৰ। বহু কাল পোহা মোৰ
প্ৰণয় পখীটি মাৰিলা মুচৰি ডিঙি,
ঢালিলা তপত তেল ক্ষত স্থানোপৰি।
হাঁহি-মুখ অশোকৰ থুপিটিক ছিঙি,
নিমৰবে গচকি পেলালা। নিৰমল
ঠুনুকা হৃদয় এচাৰি শিলত ভাঙি
লভিলা সন্তোষ। বৈদূৰ্য্য বিভ্ৰম তুল্য
নাৰীৰ প্ৰণয় অযতনি অৱহেলি
ঠেলিলা চৰণে। আৰু কোন ৰমণীৰ ?
গোধোঁ, কোন ৰমণীৰ প্ৰেম ? দেৱযানী
শুক্ৰনন্দিনীৰ—দেৱাসুৰ যক্ষ-ৰক্ষে
সন্মানে সদায় যাক; থাকোক আনৰ
কথা, ইন্দ্ৰ লালায়িত যাৰ কৃপা কণা
আশে—

জানা নে হে ব্ৰাহ্মণসন্তান!
ৰমণীৰ প্ৰেম, ৰমণীৰ জীৱন,
সৰ্ব্বস্ব ? সমৰ্পি এনুৱা প্ৰেম, পৰিছিলো
পদত তোমাৰ—অথলত মুক্তাফল
যেনে। হায়! নাপালে তথাপি প্ৰেম
অভাগিনী নাৰী! কিনো বজ্ৰে বজ্ৰোৰা
হৃদয়! আশাছেদ বধৰ সমান।
কৰি আশাছেদ মোৰ হবা নে সুখী ?
লভিবা নে শান্তি বিপ্ৰ, হৰি শান্তি মোৰ ?
নাৰী বধ পাপৰ কি পৰাচিত নাই ?
যোৱোঁ, কোন সেই নাৰী ?—দেৱযানী,
অপৰাধশূন্যা দেৱযানী, অনুগ্ৰহে
যাৰ, তিনি বাৰ পালে প্ৰাণ অকৃতজ্ঞ
কচে--ভাবিছা নে হেৰা বিপ্ৰ! উপেক্ষি
অভাগী মোক থাকিবা সুখত ? সোৱাবা,
সোৱাবা, সোঁৱো সোৱাবা নিশ্চয়! ৰমণীৰ

প্ৰেম, ক্ৰোধ, অটল দুৰ্ব্বাৰ। নাৰীৰ
প্ৰণয়বাৰি সমূলি বুৰায়; ক্ৰোধৰ
অগ্নিয়ে দহি, কৰে ভস্ম মূল পৰিবিতে।
শুনা কচ! শুনা হেৰা ব্ৰাহ্মণকুমাৰ!
পবিত্ৰ জাহ্নবী জল দুৰ্ব্বাক্ষত,
তিল-কুশ হাতে লৈ দেৱযানী
দিয়ে অভিশাপ;—
এতকাল কৰি তুমি কঠোৰ যতন
যি বিদ্যা লভিলা, বিদ্যা মৃত্যুসঞ্জীৱনী,
ফলৱতী নহব তোমাত, বুলিলোঁ নিশ্চয়!

কচ। কি কৰিলা দেৱযানী! কৰিলা কি কাম।
কিয় অকাৰণে এনে দিলা অভিশাপ?
প্ৰত্যাখ্যান কৰিলোঁ তোমাক, ভাবি দোষ
আশঙ্কা নহয়; গুৰুপুত্ৰী বুলিহে
মাথোন। তদুপাৰ অনুমতি নাছিল
গুৰুৰ। আৰ্য্যধৰ্ম্ম উপদেশ দিছিলোঁ
তোমাক। তথাপি শাপিলা তুমি নকৰি
বিচাৰ। উপযুক্ত নহওঁ শাপৰ। ধৰ্ম্মত
নহয় শাপ, কামতঃ হে দিয়া। সেইদেখি
দিওঁ মই প্ৰতিশাপ শুনা,—তোমাৰ
মনত যিটো আছে অভিলাষ, নিশ্চয়
নিস্ফল হব সি। কোনো ঋষিকুমাৰে
তোমাক নিশ্চয় বিবাহ নকৰিব।
"নিষ্ফল অধীত বিদ্যা" যিটো দিলা শাপ
মানি ললোঁ তাক। কিন্তু এটি কথা বল
তাত,—শিকাম সি বিদ্যা যাক মই, সিদ্ধি
হব তাৰ।

(কচৰ প্ৰস্থান।)

১৮৩১ শক
ভাদ, হাওড়া

---

## দ্বিতীয় দৰ্শন

উদ্যান-উপবন।

(দেৱযানী, শৰ্ম্মিষ্ঠা আৰু সখীসকলৰ প্ৰবেশ।)

(গীত)

সুৰ কানাড়া। তাল খেমটা।

(সকলোৱে মিলি)

চোৱাহে, চোৱাহে, চোৱা আজি হেৰা
কিনো বিনন্দীয়া বন!
ফুঁহিপাত লৰাই নাচিছে শিখীৰে,
নাচিছে ময়ূৰী কদম্ব বিৰিখে,
চম্পক খদিৰ, নাচে কৰবীৰ,
নাচিছে হৰিণীগণ॥

আহাঁ আহাঁ সখী মাধৱীলতা,
দুয়ো মিলি কওঁ মনৰ কথা।
মল্লিকা, মালতী, যথাই, জুই, যুতি,
আহাঁ হৃদয়ৰ ধন!
ইবনত বহি গাওঁ আমি গীত
বিভোৰ সুখত জুৰাওঁ আহাঁ চিত,
মলয়া সুমন্দ, কেতেকী সুগন্ধ,
গোৱাঁ কুলি বিমোহন।

দেৱযানী। আহা কি মধুৰ উপবন! প্ৰাণ-মন
কৰিছে শীতল। লহু লহু মলয়াৰ
বতাহ বলিছে বসন্তৰ পাতৰি বৰ্ণাই।
ৰঙা বৰণীয়া পাত মৃদুল কোমল
লৰাই বিৰিখবোৰে নাচিছে ৰঙত।
কৃষ্ণচূড়া ৰঙা ফুল মণ্ডিত মস্তকে
প্ৰকাশিছে আনন্দ উচ্ছ্বাস, ফুল-ভৰা
অশোক কিংশুকে কৰিছে দীপিতি,
যেন হাঁহি-ভৰা দেৱাঙ্গনা মুখ। শ্যাম
বৰণীয়া নব দুৰ্ব্বাদলে শোভে, সজল
জলদ প্ৰায়। চৈত্ৰৰথ সদৃশ কাননে
ধৰিছে অপূৰ্ব্ব শোভা। নিৰমল সুশীতল
সৰোবৰ জল হৈছে সুগন্ধিত পৰি
পদুমৰ ৰেণু। গুৱাইছে ৰাজহাঁহ
জাকে, গলপড়া শাৰী যেন ৰমণীৰ
গল মৃদুল আন্দোলি। ডাউক ডাউকী
শোভে, যেন দুটি তিল তোমাৰ গালত,
হেৰা বৃষপৰ্ব্বাস নন্দিনী শৰ্ম্মিষ্ঠা

সঙ্গিনী। জলৰ লহৰ যেন হাঁহিৰ
লহৰী, মদনিকা সখীৰ মুখত।
স্ফটিক-নির্ম্মল এনে শীতল জলত
আহাঁ সখীহঁত। মানি কৰোঁ জলকেলি।

(গীত)

সুৰ—বিপ্ৰবেহাগ খেমটা

সকলোৱে- সখী আহাঁ নামো পানীত,
সাঁতুৰি গাওঁ আহাঁ গীত,
সখী নামো পানীত।

আজি সুমধুৰ সাজে, বননিত ফুল বাজে,
পানীত পদ্মিনী পোহত, হাঁহি প্ৰফুল্লিত।

আকাশত মেঘে খেলিছে
দক্ষিণৰ বায়ু বলিছে,
সৰাশিৱাধিপ কেনে চাৰি ফুৰিছে!

আহাঁ সখী ৰাণ্ডালী। খোজেপতি হালিজালি,
সোলোকাই কাপোৰ আহাঁ নামাহি পানীত।

(সকলোৱে সৰোৱৰ পাৰত কাপোৰ সোলোকাই থৈ, পানীত নামি গা ধোৱে আৰু খেমালি কৰে।)

মদনিকা। সখীহঁত! মিলিল মঙ্গল। চোৱা হেৰা,
ধুমুহা বতাহ যেন এচাটি বতাহে
মিহলালে আমাৰ কাপোৰ! আৰু
শুনা দূৰত শব্দ, আহিছে কোনোবা
যেন লখি এই কালে! উঠা লৰালৰি
কৰি, পিন্ধি বস্ত্ৰ হওঁ সমাহিত। বিবস্ত্ৰ
শৰীৰ ঢাকি কৰোঁ ঝাপটে লজ্জা নিবাৰণ!

(সকলোৱে লৰালৰিকৈ পানীৰ পৰা উঠি বেগে আগতে যাৰ কাপোৰকে পালে, বাছি নবলে সময় নাপাই তাকে পিন্ধিলে। শৰ্ম্মিষ্ঠাই নাজানি দেৱযানীৰ কাপোৰ পিন্ধিলে।)

দেৱযানী। হঁয়েৰা শৰ্ম্মিষ্ঠা বৃষপৰ্ব্বাৰ জীয়াৰী!
কোনটো সাহেৰে তই পিন্ধিলি কাপোৰ
মোৰ? শুক্ৰাচাৰ্য্য কন্যা মই। তোৰ মই
গুৰুৰ নন্দিনী; শিষ্যা তই মোৰ। নকৰি
সঙ্কোচ, পিন্ধিলি বসন মোৰ?—
অসুৰৰ জীয়ৰীৰ স্পৰ্দ্ধা দেখি মই
মানো আচৰিত! যেন দেৱযানী সমনীয়া
তাইৰ। কুৰোঁ একেলগে দেখি তই
পাহৰিলি হব নিজা ঠাই? আশে পাই
জাঁপ দিলি দেখোঁ গললৈকে মোৰ?—
নাই দেখা, নাই শুনা এনে অত্যাচাৰ,
আগোচৰ সগোনৰ মোৰ!
জান নে কি হঁয়, এই অত্যাচাৰৰ ফলত,
প্ৰেমোলাভ কদাপি নহয় তোৰ

শৰ্ম্মিষ্ঠা। কিহৰ বাবত তুমি কৰিছা ইমান
খং হেৰা দেৱযানী? ভাঁমটোকা ভয় লগা
গপ দেখুৱাইছা কিহৰ নিমিত্তে?
চাৰা যেন, এনে গেলা গপৰ কাৰণে
নিছিপে তোমাৰ মুখ।
মিহলালে বতাহে কাপোৰ। লৰালৰি
কৰি উঠি পিন্ধিলোঁ কাপোৰ, যেনে যাৰ
পালোঁ, আহিছে কোনোবা ভাবি। নাছিল
সময়, নিজ বস্ত্ৰ বাছি যাতে কৰোঁ
পৰিধান। নাভাবি নুবুজি কিয় উঠিছা
উতলি, ডাক-ঢোলেৰে যিউ পৰা দৰে?
পাহৰি সংযম তুমি, তথাঁ-হঁয়া
শৰ্ম্মিষ্ঠাক কৰা কি কাৰণে? জানা নে হে
ভিকহুৰ জীয়াৰী! কাৰ কন্যা শৰ্ম্মিষ্ঠা
এইজনী? দিনে-ৰাতি পিতাৰে তোমাৰ
স্তুতি কৰে যাক, কৰি আশা এমুঠি
অন্নৰ তাৰ কন্যা মই। যি বস্ত্ৰৰ
অৰ্থে আজি ফোকাৰিছা মুখ, সেই বস্ত্ৰ
লভিবৰ আগে, পিতাৰে তোমাৰ, স্তব
কৰি থাকি যাক কটায় জীৱন, সেই
শ্ৰেষ্ঠ অসুৰ ৰজাৰ আদৰৰ কন্যা
মই। পিতা মোৰ উপবিষ্ট, অথবা
শয়ন কৰি থাকে যেবে, তোমাৰ পিতাৰে
ৰহি নিৰাসনে, স্তুতি পাঠকৰ দৰে
বিনম্ৰ ভাৱেৰে কৰে স্তৱ যাক, দুহিতা
তেওঁৰ মই। যাচ্ঞা কিবা প্ৰতিগ্ৰহ
প্ৰশংসাক কৰি, কৰে যি জীৱিকা নিৰ্ব্বাহ,

তাৰ কন্যা তুমি। সকলোৱে আৰাধনা
কৰি দিন-ৰাতি সেৱি থাকে যাক, তাৰ
কন্যা মই। দানি প্ৰাৰ্থনাৰ অধিক
অৰ্থক, প্ৰাৰ্থকৰ পূৰে মনকাম
সততে বিজনে, তাৰ কন্যা শৰ্ম্মিষ্ঠা
নিশ্চয়! টোকোনা বিপ্ৰৰ পুত্ৰী হেৰা
দেৱযানী! যিমানকে ৰোষ কৰা মোক,
ক্ষোভ কৰি দিয়া অভিশাপ, নিশ্চয়
জানিবা তুমি, দেৱযানী শৰ্ম্মিষ্ঠাৰ
নহয় সমান। ৰাজকন্যা মই —

দেৱযানী। কি কলি দানৱী? কি কলি অসুৰ-কন্যা
তই? সৰু মুখত দেখোঁ বৰ কথা? বুলিছ নে
সঁচাই দানৱী, দেৱযানী নহয় সমান
তোৰ? ইমান পালিহি দেখোঁ বাঢ়ি
নাহে নাহে? দেৱযানী স্তাৱক-দুহিতা?
যাৰ পদধূলি লৈ পৱিত্ৰ বাপেৰ,
তোৰ সপ্তম পুৰুষ, এনে শুক্ৰাচাৰ্য্য
পিতা যাচক প্ৰাৰ্থক? পৰঅনুভোজী?
অসুৰ কুলৰ গুৰু ভাৰ্গৱ মহান্
পৰ অনুগ্ৰহে কৰে জীৱন ধাৰণ?
পৰপদ সেৱি কৰে অসুৰ সংহাৰ?
ভিক্ষাবৃত্তি আচৰণ কৰি, পিন্ধে কটিত
বসন?—

অপবিত্ৰ অসুৰৰ তেজ, নীচ মন
নীচৰ স্বভাৱে গঁথা আছে অস্থি-মজ্জা
তোৰ; উচ্চ সঙ্গ উচ্চ সংঘৰ্ষণে নগল
কদাপি। ঘৃণনীয়া দানৱী পাপিনী।
কিবা নাম সম্ভাষণি তোক?—
নাচাৰি পোন্দাই চকু' মোক, অসুৰৰ
জীয়াৰী! ঘূৰি দিম চকু তোৰ নিশ্চয়
জানিবি! দে মোৰ কাপোৰ দুটা
হতচিৰীয়তী!

(দেৱযানীয়ে শৰ্ম্মিষ্ঠাৰ কাপোৰত ধৰি টানে)

শৰ্ম্মিষ্ঠা। কিয় টান বস্ত্ৰ মোৰ হঁয়? এৰি দে
এতিয়াই কাপোৰ! বলেৰে পাৰিবি
বুলি ভাবিছ যবলা? আৰে চাণ্ডাল
চোৰোৱাৰ জীয়ৰী? বুজ নাই পোৱা তই
শৰ্ম্মিষ্ঠাৰ বাহুৰ প্ৰতাপ? এঠেলাতে
পেলাম নাদত তোক, জানিছ নে তই?

(শৰ্ম্মিষ্ঠাই ঠেলা মাৰি দেৱযানীক পাট নাদ এটাত পেলাই দি, সখীয়েকহতৰ সৈতে গুচি যায়।)

---

## তৃতীয় দৰ্শন

স্থান-উপবনৰে আন এডোখৰ

(ঘোঁৰাত উঠি যযাতিৰ প্ৰবেশ। পাছে পাছে বতুৱা ঘোঁৰাত উঠি বিদূষক)

বিদূষক। হেৰা ৰজা! হেৰা সমনীয়া! মহাৰাজ
স্বৰ্গদেও মোৰ! ৰবা ৰবা, লাহে লাহে
যোৱাঁ। কিবিওতি ভগাদৰে ভাগিছা নে
কিয়? চুৰ কৰি সৰ্ব্বস্ব যেন কাৰ,
ছিঙি তৰানবা, ডিবাই ধৰিছা লৰ!
যেন মই চোৰৰ পাছত, দিছোঁ খেদা
ধৰিবৰ মনে! নধৰোঁ নধৰোঁ হেৰা,
লাহে লাহে যোৱাঁ। নতুবা তোমাৰ ঘোঁৰা;
উচ্চৈশ্ৰৱা মোৰ, অপমান গুণি, নাযায়
শাৰীত তাৰ। ঘোঁৰাৰো দেহত মান-
অপমান জ্ঞান আছে, জানা বিদ্যমান।
ৰোৱাঁ মহাৰাজ, ৰোৱাঁ! কৰি অনাথিতি
মোক হাবিৰ মাজত, পলালে ৰাজন্
নিশ্চয় পশিব পাপে।
নোৰোৱাঁ?—বেছ কথা, বল পৰি বামুণ
ইয়াত। ব্ৰহ্মবধ লাগক তোমাত।

(যযাতিয়ে ঘোঁৰা ৰখাই ৰয়।)

যযাতি। কি হেঁ তুমি কেদুৰা বামুণ? পিয়াহত
কণ্ঠে-কণ্ঠে শুকাইছে মোৰ। ভাগৰত
হাবাশাস্তি মই। জল—অন্বেষণ অৰ্থে
লৰিছোঁ সবৰ; পানী খাই তৃষ্ণা কৰোঁ
দূৰ। আপদ বামুণ! কিয় চিঞৰি পাছত
কৰিছা আমনি? কেৰ কেন যাবৰ পাছত

ঘোঁৰাশাল মোৰ কৰিছে গুৱনি, হাজাৰ
হাজাৰ ঘোঁৰা, নুঠি নানি তাৰ পৰা
ভাল ঘোঁৰা এটা, বহৰা বামুণে আনিছে
বতুৱা এটা! ধুমকেতুৰ নেজৰ নিচিনা
লাগিছে পাছত মোৰ।

বিদূষক। থাকঁ। থাকঁ। নামাবিবা গপ। ঘোঁৰাশাল
নুবুলিবা তাক। গৰ্দ্দভৰ শাল সিটো
নোহে ঘোঁৰাশাল। উচ্চৈশ্ৰৱা বাজী মোৰ
ইন্দ্ৰৰো বাঞ্ছিত। ত্যজি এনে অশ্ববৰ,
অধিৰোহি গাধত তোমাৰ, ভদ্ৰলোক
হৈ লাগিছিল আহিব হবলা? গাধ
উদণ্ডই উজুটিকে খাই, পেলাই বধক
মোক। দুখুনী বামুণী মোৰ, খাই বাৰী-
ভাত, কটাওক জীৱন। তেহে সুখ লাগিব
তোমাৰ? নুশুনো তোমাৰ কথা উতনুৱা
বজা। মনে মনে থাকা।

যযাতি। হৈছে। হৈছে। বুজিছোঁ। সোপাকে। সামৰা
বকলাখন। পিয়াহত বাঁইজাই গা।
বহুবালি লাগে নেকি ভাল
এনে সময়ত? যথাঁ।
কূপৰ নিচিনা এটা দেখিছোঁ দূৰত।
যাওঁ, যাওঁ, পাব পাৰোঁ পানী।

(যযাতিয়ে কূপৰ কাষলৈ গৈ
দেৱযানীক দেখে।)

যাঃ। অগনিৰ শিখাৰ সদৃশ
কি জ্বলিছে সেইটো? . দেৱকন্যা?
অপ্সৰী কিন্নৰী কিবা কৰে জলকেলি?
অন্ধকাৰ কূপৰ মাজত সোণৰ পদুমপাহি!
অপৰূপ জ্যোতি। আহা কৰিছে ক্ৰন্দন।
পানিৰ তিমিৰ গৰ্ভে হীৰা এডুখৰি
কিহেতু নিবসে? সৰগ-শুৱনী কন্যা
দেৱৰ নন্দিনী, পৰিছে ভূতলে কিবা
তৰাৰ নিচিনা? কোন তুমি অপ্সৰী
ললনা? পৰি এই মহা অন্ধকূপে,
কৰিছা বিলাপ বালা? স্ব-ইচ্ছাত আছা
কিবা পৰি? নতু জানো কিবা ক্ৰোধবশে?
দুষ্কৰ্ম্মৰ বশবৰ্ত্তী জনে, কৰিলে ই কাম

কিবা? কোৱা শীঘ্ৰে গুচোক সন্তাপ।
বজা মই, নহুষনন্দন—

দেৱযানী। শুনা মহাৰাজ। মই দিওঁ পৰিচয়।
নিবেদন কৰোঁ মোৰ দুখৰ কাহিনী।
দেৱাসুৰ ৰণত যেতিয়া, অসুৰ নিহত
হয়, সঞ্জীৱনী বিদ্যাৰ বলেৰে প্ৰদানে
যিজনে প্ৰাণ হত অসুৰক, সিজনৰ
কন্যা মই। পিতৃ শুক্ৰ মহৰ্ষি প্ৰখ্যাত,
ব্ৰহ্মজ্ঞান পূত হৃদি। তপোবন মাজে
বৰ্দ্ধিতা তনয়া মই, দেৱযানী নাম।
নাজানে পিতাই, আজি বনৰ মাজত
ঘটিছে ই দশা মোৰ। মহাৰাজ!
মহাবংশ প্ৰসূত আপুনি, অসামান্য
যশৰ ঈশ্বৰ, শান্ত শিষ্ট প্ৰকৃতিৰে
বিমণ্ডিত বপু। ধৰি মোৰ দক্ষিণ
হস্তত, অন্ধকূপ হন্তে উদ্ধাৰঁা সত্বৰে
মোক।—

(যযাতিয়ে দেৱযানীক ব্ৰাহ্মণ-কন্যা জানি
তেওঁৰ সোঁ হাতত ধৰি তোলে।)

ধন্য হওক মহাৰাজ।
দেৱযানী হিয়া-ভৰা দিয়ে কৃতজ্ঞতা।—

যযাতি। কৰ্ত্তব্য কৰিলোঁ মই; ধন্যবাদ নোহোঁ
অধিকাৰী। বিদায় প্ৰাৰ্থক মাত্ৰ তোমাৰ
কাষত, সুবদনী ভাৰ্গৱনন্দিনী।
যাওঁ মই আপোন আলয়।

(যযাতিৰ প্ৰস্থান। পাছে পাছে বিদূষক।)

বিদূষক। বোলোঁ কিহে মহাৰাজ। কলৈ পলাই
গল পানীৰ পিয়াহ? নদেখিলোঁ মই
দেখোঁ, তুমি পিয়া পানী? আহোঁতে তোমাৰ
দেখি ঘোঁৰাৰ চেকুন, ভাবিছিলো বোলোঁ।
আজি কৰিবা গণ্ডুষ, সাতোসাগৰৰ
পানী অগস্ত্যৰ দৰে। কিন্ত, সৰু ককালেৰে
সেই বামুণী ছোৱালী হৰিলে পিয়াহ
দেখোঁ? হলে যেনে চাকিয়ে এন্ধাৰ।
চকুৰেহে পিলা নেকি পানী? কি ব্যাপাৰ?
কি ৰহস্য? কোৱাঁ। বন্ধু নুবুজিলোঁ একো।
কিন্তু, সাৱধান মহাৰাজ। উলাবুলা

নহয় ছোৱালী। চকু। নাক বুঢ়িব ভঁৰাল,
কথাত চেলোৱা লেন, টেঙৰালি
পেটত অনেক, চেলাপেটী-জোক—

যযাতি। কেপ্‌কেপাই নাথাকিবা তুমি। মন গা
নাই লগা ভাল। থাকা মনে মনে বোলোঁ।।

বিদূষক। হুঃ। বুজিলোঁ বুজিলোঁ।
খেতৰণী লাগিল দেহাত।

(দুইবো প্ৰস্থান। ঘূর্ণিকা দাসীৰ প্ৰবেশ।)

ঘূর্ণিকা। কি কৰিছা দেৱযানী অকলে ইয়াত?
চকু ৰঙা কি কাৰণে পৰিছে তোমাৰ?
বেজাৰে ঢাকিছে মুখ, কান্দিছা নে তুমি?
শোকাকুল কিহৰ কাৰণে? কোৱা মোৰ
চেনেহৰ মণি? নাযাবৰ দেখি তুমি,
বিচাৰি আহিলোঁ মই। কি হৈছে আইটী
মোক কোৱাঁ শীঘ্ৰ কৰি।

দেৱযানী। কি নো কম তোক হেৰ ঘূর্ণিকা বাইটী।
দুখৰ বাতৰি মোৰ। শৰ্ম্মিষ্ঠাই আজি
মোক কৰিলে ই দশা। যা লৰি পিতাৰ সমীপ,
ক গৈ সত্বৰে, কি দুৰ্গতি
কৰি গৈছে অসুৰ জীয়াৰী।
কৰি, মই ইহ জীৱনত নোসোমাওঁ
বৃষপৰ্ব্বা ৰজাৰ নগৰ।

[ ঘূর্ণিকাৰ প্ৰস্থান ]

( গীত )

দেৱযানী। শূণ্য প্ৰাণ কান্দিছে সদায়
দিৱস নাযায় মোৰ ৰাতি নুপুৱায়।
শাস্ত্ৰজ্ঞান উপদেশে তৃপিতি নহল,
পূজাহ্নিকে অন্তৰৰ অশান্তি নগল।
হৃদয়-বীণত বাজে বিষাদৰ সুৰ।
কি অভাৱ! কি অভাৱ! পূৰ্ণ কত দূৰ?
সেই হাত পৰশনে তীব্ৰ অভাৱৰ
জোকাৰ জাগ্ৰত দুৰ্ব্বিসহ দুৰ্ণিবাৰ।।

(মহৰ্ষি শুক্ৰৰ প্ৰবেশ।)

শুক্ৰ। (বাৎসল্যভাৱে দেৱযানীক আলিঙ্গন কৰে)
আই দেৱযানী। শুনিছোঁ সকলো মই
ঘূর্ণিকাৰ মুখে। আপোনাৰ সুকৃতি-
দুষ্কৃতি অনুসৰি, সকলোৰে ঘটে
সুখ-দুখ সংসাৰত। বোধকৰোঁ তুমি
কৰিছিলা কিবা পাপ আই। ফলত
বিহৰ ঘটিছে তোমাৰ এই দশা।
হেন জানি সোণ মোৰ নকৰিবা শোক
মলচি চকুৰ পানী, আহাঁ যাওঁ ঘৰ।

দেৱযানী। পাপ-ভোগ হক বা নহক দুষ্কৃতি
ফলত, নালাগে সি কথা। শৰ্ম্মিষ্ঠাই
যি কৰিলে মোক, সম্প্ৰতি হে লাগে তাক।
কইছোঁ বিৱৰি মই ঘূর্ণিকা দাসীক,
শুনি আছা সকলো নিশ্চয়।
আৰু সঁচা যদি শৰ্ম্মিষ্ঠাই যি কলে
আগত মোৰ, তেন্তে পিতা নকৰি পলম
এতিয়াই ক্ষমা মগা উচিত তোমাৰ,
শৰ্ম্মিষ্ঠাৰ কাষত। ঘৃণিত স্তাৱক
তুমি তাইৰ বাপেকৰ। প্ৰতিগ্ৰহ
উপজীৱী। কত আছা শুনি,—
পৰঅন্নভোগী স্তাৱক সন্তানে কৰে
অপমান তাৰ প্ৰভুনন্দিনীক? দণ্ড
তাৰ নিশ্চিত বিধান।

শুক্ৰ। বৎসে দেৱযানী। স্তাৱক বা প্ৰতিগ্ৰহজীৱী
নহয় জনক তোৰ। নহয় পিতাৰ
তোৰ কাৰো চাটুকাৰ। স্তৱ-স্তুতি আনে
কৰে মোক। অচিন্ত্য নিৰ্দ্বন্দ্ব পৰম ব্ৰহ্ম
মোৰ বল। স্তাৱক তেওঁৰ মই, নহওঁ
আনৰ। স্তুতি পাত্ৰ মোৰ জগজীৱ
জগতজনক, নোহে ক্ষুদ্ৰ নৰ।
বৃষপৰ্ব্বা, ইন্দ্ৰ, আৰু নহুষ আদিয়ে
জানে এই কথা।
আৰু শুন দেৱযানী। শাস্ত্ৰৰ ব্যৱস্থা,
ক্ষমা গুণে ভিৰকাৰ উপৰে বিজনে,
বিশ্ব-চৰাচৰ এই কৰায়ত্ত তাৰ
উত্তেজিত ক্ৰোধক নিগ্ৰহি,
বিজনে বান্ধিব পাৰে টানি ৰাজজৰী,

উত্তেজিত অশ্বক যিমতে, সাধুসৱে
তাক যথাৰ্থ সাৰথি বুলি প্ৰশংসে
সদায় । উদ্ৰিক্ত ক্ৰোধৰ অগ্নি, ক্ষমা-বাৰি
সি'চি নুমায় যিজনে, জিনে তেওঁ জানা
এই স্থাৱৰ-জঙ্গমাত্মক বিচিত্ৰ জগত ।
সাপে মোট পেলোৱাৰ দৰে পেলায়
ক্ৰোধৰ মোট যিজন পুৰুষে, পণ্ডিত-
সকলে বোলে সৎপুৰুষ তাক । ক্ৰোধাবেগ
সৰবি যিজনে, তিৰস্কাৰ পাৰে উপেক্ষিব,
হৈ সন্তাপিত আনক নকৰে তপ্ত,
সৰ্ব্ব অৰ্থ সিদ্ধি লাভ তেনে জনে কৰে ।
যিজনে প্ৰতিমা পূজে শত বৰ্ষ ধৰি,
কৰি আছে যজ্ঞ অনুষ্ঠান, নহয়
সমান তেওঁ অক্ৰোধী জনৰ, ক্ৰোধহীন
শ্ৰেষ্ঠতৰ অতি । বিবেকৰ অভাৱত পৰি,
কৰে ক্ৰোধ বালক-বালিকা ; প্ৰাজ্ঞজনে
নকৰে সিমত । সেইদেখি দেৱযানী !
পৰিহৰি ৰোষ, সমাহিত চিত্তে আহাঁ
ঘৰলৈ তোমাৰ ।

দেৱযানী । শুনা পিতৃ-কওঁ মই স্বৰূপ বচন—
বালিকা নহওঁ মই কম বয়সীয়া
ধৰ্ম্ম-কৰ্ম্ম বিবেচিব নোহে অসমৰ্থ
বলাবল পৰিজ্ঞান ক্ৰোধৰ ক্ষমাৰ,
কৰিবলৈ নোহোঁ অপাৰগ । কিন্তু পিতা !
শিষ্য হৈ অশিষ্যৰ দৰে আচৰে যিজনে,
মঙ্গলাৰ্থী নক্ষমে কদাপি । সেই হেতু
হে পিতা ! হে তাত মোৰ ! ভ্ৰষ্টাচাৰ দেশ
ইটো বাসৰ অযোগ্য । এই দেশ বাস
মোৰ অভিলাষ নাই । চৰ্চ্চা কৰি ব্যৱহাৰ
কৌলিন্যাদি আৰু পৰ নিন্দি কটায়,
সময়, এনে লোক নিবসে যি স্থানে,
অযুগুত যি স্থানে নিবাস । অযুগুত
সংসৰ্গক কৰা তাদৃশ পাপীষ্ঠ সতে ।
যি স্থানত কৰিলে বসতি, কৌলিন্যৰ
গৌৰৱ নিখুত, শ্ৰেয়ঃকল্প সিস্থানত
বাস ।—
পিতাদেউ ! শৰ্ম্মিষ্ঠাৰ বাক্যানলে দহিছে
হৃদয় মোৰ । নোৱাৰোঁ সহিব আৰু
মই ! সোনায় মুখত আৰু কথা ; নকওঁ
সৰহ ।—কিন্তু, হতভাগ্য যি জন পুৰুষে
যৎকিঞ্চিত লাভ আশা কৰি উপাসে ধনীক,
মৃত্যু তাৰ শ্ৰেষ্ঠ শতগুণে !—

আঁৰকাপোৰ

১৮৩৩ শক
ভাদ হাওড়া

———

## বাঁহী

( গীত )

মোৰ একেটি সুৰত বাঁহীটি বন্ধা,
একেটি মাথোন মাত ।
বাতিয়ে দিনে এটি হুমুনিয়া,
একেটি আনন্দ তাত ॥

সুখৰ হাঁহিটি খন্তেকতে মৰে
দুখৰ আন্ধাৰ খন্তেকতে হৰে
শান্ত হৃদয় আবেগে আকুল
একেটি সুৰৰ আঘাত ॥

শৰদ কপনি সপ্তম, পঞ্চম,
উচ্চৰে 'একমেব অদ্বিতীয়ম',
শোকৰ যাতনা, সুখৰ বাসনা,
মিহলি একেটি মাত ॥

বৈচিত্ৰ্য বিলয়, ভেদ সমন্বয়,
খণ্ডত অখণ্ড, বাঁহীটিয়ে কয়
হাঁহোন-কান্দোন, প্ৰখৰ মধুৰ
এটি ধ্বনি উঠে তাত ॥

অন্ত অনন্তৰ মাজত আসন,
বাঁহীটিত নাজে আত্মবিলোপন,
শুনা হে শুনা হে অমৃত-সন্তান,
আত্মা পৰমাত্মাত ॥

১৮৩৩ শক
আহিন, হাওড়া

———

## কৰ্ম্ম

কৰ্ম্মৰ জনম জানা, তোমাৰ নগতে
তাৰে সৈতে এৰাএৰি নাই,
তোমাৰ হাততে আছে কৰম-সজুলি,
মন মাধোঁ কৰিবৰ উপায়।

১৮৩৪ শক
জেঠ, হাওড়

---

## চিৰযৌৱন

কোনে কৈছে বুঢ়া হলোঁ মই?
সি যে ভাই মিছা কথা কয়।
বয়সে, অমৃত প্ৰেমে তুমুল সংগ্ৰামে,
জয়ী প্ৰেম, বয়স বন্ধুৱা,
চোৱাঁ মই চিৰবিনন্দীয়া!

প্ৰিয়াই সঙ্গীত মোৰ গায়,
সঙ্গীত পৰাণ ভিন্ন নাই।
প্ৰত্যেক চৰণে চুমি প্ৰিয়া-ওঠ দুটি
যৌৱন-অমিয়া কৰি পান,
চলে চৰি নতুন পৰাণ।

ভাবনাই ভাবি আন কাল,
প্ৰেমহীনে বয়স জঞ্জাল,
প্ৰিয়া-হিয়া অমৃতৰ মধুৰ মদিৰা
কৰি পান অমৰ আতমা,
যৌৱনৰ নাই হেৰা সীমা।

নকৰাঁ নকৰাঁ মোক বুঢ়া,
বয়স বছৰ অহা যুৱা,
চিৰানন্দ যৌৱনৰ শুনুৱা বাতৰি,
প্ৰিয়াৰ প্ৰেমৰ চকুযুৰি
দিছে বাৰ্ত্তা, তাতে আছোঁ বুৰি।

১৮৩৪ শক
আহিন, হাওড়া

## আত্মবোধ

আপোনাৰ মোল নুবুজি মানুহ মৰিব লাগিছে যত,
মাউৰ-মৰকত পৰি পৃথিৱীত নাই মৰা জানা তাত।

১৮৩৪ শক
কাতি হাওড়া

---

## বীণবৰাগী

(১)

দিন-দুপৰন্ত
আগ-চোতালত
কোনেনো বাইছে বীণ?
কিনো গীত গায়,
কিনো কথা কয়,
উজাৰি লুকুৱা চিন?

বুজোঁ বুজোঁ কৰোঁ
বুজিব নোৱাৰোঁ,
কৰে ঐ বৰাগী তই।
কি দুখৰ কথা,
কি শোক বাৰতা,
কি কৈছ নুবুজোঁ মই।

সীতা আইৰ বাতৰি
যদিহে কৈছ,
নকবি আৰু ঐ মোক!
দময়ন্তী-দুখে
হিয়া ভাঙি নিব,
নালাগে অলপো বাক।

চিন্তা-শ্ৰীবৎসৰ
নাগাবি কাহিনী,
দ্ৰৌপদীৰ নকবি কথা,
সতী জয়মতী
আয়তী দুখুনীৰ
দুখত লাগিব ব্যথা।

(২)

যদিহে গাইছ,
মদন ফুকনে
কেনেকৈ আনিলে মান,
কেনেকৈ মৰাণে
অসম ধ্বংসিলে,
যদিহে গাইছ গান ;

মণিৰাম-পিয়লিৰ
মৰণ-বাতৰি
যদি তোৰ বীণে গায়,
মানা কৰ তাক,
ৰবাগী ককাই ঐ !
শোক মোৰ উথলায় ।

একণি হৃদয়,
এফেৰি সম্বল,
কতনো সহিব খুন্দা !
ভাগি-ছিগি যায়
অলপ আঘাতে,
কিয় তই মোক কন্দা ?

বেহুলা-শান্তিৰ
নুশুনাবি দুখ,
চান্দোৰ নকবি কথা.
দুখৰ বোকোচা
বব মই নোৱাৰোঁ,
অন্তৰত পাওঁ ব্যথা ।

বিষাদ-বাতৰি
কতনো শুনাবি,
মনৰ তৰণি নাই,
কাবৌকৈ মাতিছোঁ,
ৰবাগী ককাই ঐ !
বীণে যেন নিবিনায় ।

(৩)

শোকৰ সুৰটি
নুশুনিও নোৱাৰোঁ,
বাধবোবে ধৰে মোক.
আঁতৰি যাবৰ
শকতি নাপাওঁ,
বেজাৰে পীড়িছে বুক ।।

শুনা ঐ ৰবাগী !
আনন্দ কাহিনী,
অসমৰ যশৰাশি,
হিয়া মোৰ হেৰ
বলৱন্ত হোক,
পৰাণ উঠক উলাসি ।

বাণ, ভগদত্ত,
নৰকাসুৰৰ,
ভীষ্মকৰ গুণ গা,
ভাস্কৰবৰ্ম্মাৰ
কীৰিতি সুন্দৰ
শুনো হেৰ বীণ বা ।

শঙ্কলাদিবে
কেদাৰ ৰজাক
কেনেকৈ জিনিলে শুনা,
পাৰস্যসম্ৰাট
আক্ৰচিয়াবেবে
যুঁজিলে কেনেকৈ জনা ।

শঙ্কৰ, মাধৱ,
কন্দলিসকলে,
কি কৰিলে বীণ ক,
ৰুদ্ৰসিংহ স্বৰ্গদেৱে
কি কৰিলে
ক বীণ ! কিয় ৰ ?

ৰবদৈচিলা হেন
চিলাৰায় দেৱানে,
নৰনাৰায়ণ ৰজা,
কি কীৰ্ত্তি ৰাখিলে,
গা ঐ ৰবাগী !
ৰজা, আৰু বাব ৰজা !

(৪)

ৰজা ঐ ৰবাগী
সংসাৰবিবাগী !
সংসাৰৰ গুণ-গান,
সুৰণি সুৰলা
বেপটোৱে পতি
শীতল হওক প্ৰাণ ।

কথাটি নুবুজোঁ,
সুৰটি বুজিছোঁ
জন্মজন্মান্তৰে শুনা,
সিজন্মৰ সোঁৱৰণি
সোঁৱৰাইছ,
হেৰ আলসুৰা বীণা ।

সৰগ বাতৰি
সৰগৰ বীণে
অবুজ ভাষাৰে গায়,
বুজিও নুবুজোঁ,
বুজিম সকলো,
তেতিয়া সিপুৰী পাই ।

সৰগৰ পৰা
নামি আহি বীণে
সৰগ বাতৰি দিলে--
"সৰগ এৰিছা,
আকৌ সৰগ
পাবাগৈ" বুলি সি কলে ।

"সদায় নাথাকে
প্ৰবাসৰ দুখ"
বীণৰ সুৰে বিনায়,
আনন্দৰ কণা,
সৰগৰ আনি,
মৰ্ত্ত্যত মোক যোগায় ।

(৫)

গা বীণ । গা,
অমৃত-সঙ্গীত,
শুকালে মেলক কুঁহি,
প্ৰবাস-ভাগৰ
আঁতৰি পলাওক,
মুখত ওলাওক হাঁহি ।

বীণৰ বৰাগী ।
বৰাগী নহৰ,
দুখীয়া নহয় তই,
আনন্দৰ কণা,
ৰসৰ নিজৰা,
বীণতে বান্ধিছ ঐ ।

নমা ঐ, নমা ঐ,
আকাশী-অমিয়া,
আকাশী গঙ্গাৰ দৰে,
দে মোক, দে মোক,
বৰাগী ককাই ঐ ।
পিওঁ মই নিছিগা ধাৰে ।

নতুন প্ৰাণৰ
ন চকুৱৰি,
দীপিতি ঢালি দে তাত,
পুৰণি পৃথিৱী
ন-কৈ চাই লওঁ,
হে বীণ । এবাৰি মাত ।

১৮৩৪ শক
আঘোণ, হাওড়া

---

## ধনবৰ আৰু ৰতনী

ৰতনী বিৰিঞ্চীয়ৰী । তাইৰ বয়স ষোল । ঘৰ ধনশিৰীমুখত । ধনবৰ মিৰিডেকা । তাৰ বয়স যোল । ঘৰ দিখৌমুখত । ৰতনী মাক-বাপেকেৰে সৈতে উজাই আহি দিগচেৰেক ধনবৰৰ বাপেকৰ ঘৰ দিখৌমুখত আছিল । ৰতনী মাক-বাপেকেৰে সৈতে নিজৰ ঘৰলৈ উভতি ভটীয়াই যাবৰ দিনা, দুপৰীয়া ব্ৰহ্মপুত্ৰৰ পাৰত বহি ধনবৰে এইদৰে বিনাই কান্দি থাকি, অন্তত আত্মবিলোপ কৰিলে :

উজায়ে আহিলে ভাটীৰে ৰতনী,
বুকুৰে মাধুৰী লৈ,
ভটীয়াই গলে ঐ শাহটো সাৰৰি,
মোলৈ খোলাটো থৈ ।

কৰে ঐ ৰতনী ! কৰে এ শাখিনী !
কিনো কুটেশালে তই ।
সকলো লুটিলি ধনাইকে বধিলি,
কেনেকৈ জী থাকোঁ মই ?

পৰ্ব্বতে পৰ্ব্বতে বগাৰ পাবোঁ মই,
লতা বগাবলৈ টান,
ৰতনী সোণাইকে বগাব পাবোঁ মই
মাকক বুজাবলৈ টান ।

ৰুপাৰৈ ৰগলী উৰে কেনে কৰি
পাখিতে পাখি লগাই,
কাবেনো উৰিব ধনবৰ দুখীয়া,
ৰতনী লগতে নাই !

কেনেকোটোকাৰে বৰলুইত বৈছে,
বুকুত লৈ বাগৰিব জাঁজি,
বুকু উদং কৰি ৰতনী গলে মোৰ,
কাকে লৈ বৈ যাব মই আজি ?

পূবৰে পচোৱা চাটি মাৰি গলে
ধানতে থৈ গলে ঠোক,
ধনাইৰে মনাইকে চাটি মাৰি ৰতনী,
মনতে দি গলে শোক ।

গড়াতে উৰিল ঐ গড়াৰে চিলনী,
বালিতে উৰিল ঐ ধোৱা,
সেন্দুৰী টিওতে * বহি উটি গলে
ৰতনী ধনাইৰ পৰা ।

চৰায়ে তুলিলে ঐ চ'ৰা পোৱালি,
গছৰ ডাল গুৰনি কৰি ।
ৰতনীক তুলিলে মাকে-বাপেকে,
ধনাইৰ কালশত্ৰু কৰি ।

লুইতৰ শিহু ঐ ! টুপাই বুৰ মাৰিলি,
আকৌচোন এটিবাৰ ওলা,
ধনাশিৰীৰ ৰতনী টুপাই বুৰ মাৰি গল
ভাঙি মোৰ কামিহাড়চোনা ।

বালিতে চৰিছে দুটি বালিমাহী,
লগৰে লগৰী পাই,
পাৰতে কান্দিছে ধনবৰ দুখীয়া,
ৰতনী লগতে নাই ।

কুটুকাৰ তলতে যখিনী ছোৱালী
টুক্ টুক্ চাপৰি বায়,
ধনাইৰে ছাঁতে ৰতনী নাই ঐ,
কোনে তাৰ মুখলৈ চায় ?

নৈৰে পাৰতে কাৰে এৰাবাৰী,
চপৰাচপৰে খহে ।
লুইতৰ পাৰতে কাৰে ধনবৰ
ৰতনীৰ বেজাৰত জহে ?

* ৰতনী থোৱা নাওখনৰ টিংটো সেন্দুৰেৰে বোলোৱা আছিল ।

যা ঐ ৰতনী ! নাহিঁবি নাহাৰ,
নিচানি নাহিবি মোক !
তোৰে ধনবৰ ভিকহুন ভিকহু,
পৃথিৱীত থৈ যাব শোক,

বোপাই মোৰ লুইত ঐ ! নানৰি পোৱা মোক,
সো ।াত খান এফেৰি দিয়াঁ,
ৰতনী হেৰাল মোৰ, সকলো পৰিল ওৰ,
আৰু মোৰ একো নাইকিয়া ।
(নৈত পৰা শব্দ ।)

১৮৩৪ শক
মাঘ, হাওড়া

---

## ৰতনীৰ বেজাৰ

পাঁচ দিনৰ মূৰত গধূলি ধনবৰৰ মৃত্যুৰ বাতৰি ধনশিৰীমুখত ওলালগৈ । এই বাতৰি ৰতনীৰ বুকুত শেল সোমোৱাদি সোমাল । সেই দিনা ৰাতি ৰতনীয়ে শোৱাপাটীত চটফটাই থাকি, তিনি পৰমান ৰাতি যোৱাত উঠি ঘৰৰ পৰা বাহিৰলৈ ওলাই গৈ চোতালৰ আগৰ বৰগছ এজোপাৰ তলত বহি এইদৰে বিনাই কান্দিছিল । কৃষ্ণ পক্ষ । নৱমী তিথি । খীণ জোনে আকাশত খীণ পোহৰ দিছিল । জোনটোৰ অলপ আঁতৰতে অকলশৰীয়াকৈ জ্বলি থকা তৰা এটি আছিল । সেই তৰাটিলৈকে চাই ৰতনীয়ে এইদৰে বিনাইছিল :

পূৰি গ'ল বৃন্দাবন,
উৰি গ'ল ছাই,
হে উৰি গ'ল ছাই ।
ৰতনী ধনাই আৰু
এই পৃথিৱীত নাই,
হে এই পৃথিৱীত নাই ॥

বুজিও মই নুবুজিলো
কুটুমৰে চিত,
হে কুটুমৰে চিত ।
ৰাখিও মই নাৰাখিলো
দুখীয়াৰ বিত,
হে দুখীয়াৰ বিত ॥

ভৈয়াইক মোৰ আলাগৰ,
চিনিও নিচিনিলো
হে চিনিও নিচিনিলো ।
ডিঙিৰ সোণমণিটিক
এচাৰি ভাঙিলো,
হে এচাৰি ভাঙিলো ॥

আটোমটোকাৰি বান্ধৈৰ
নাপালোঁ আঁটকাল,
হে নাপালোঁ আঁটকাল ।
সাফিৰ লেলেতীয়া বিষ
বল চিৰকাল,
হে বল চিৰকাল ॥

নৰিবৈগে সোণ সৌ
তৰা এটি হ'ল,
হে তৰা এটি হ'ল ।
টুপি টুপি চকুৰ লোৰে
মোলৈ চাই ৰ'ল,
হে মোলৈ চাই ৰ'ল ॥

সোণৰ শিকলিডালি
চকুৰ লোৰে গোঁথা,
হে চকুৰ লোৰে গোঁথা ।
মোলৈ পেনাই দিয়া ধৰা ।
বাধা মোৰ কথা,
হে বাধা মোৰ কথা ॥

গিমূৰৰ পৰা টানি
ৰতনীকো নিয়া,
হে ৰতনীকো নিয়া ।
কি আছে পৃথিৱীত
আৰু, তুমি নাইকিয়া,
হে তুমি নাইকিয়া ॥

ধনাইবে ৰতনী যাৰ
চকুৰ লোতে উঠি,
হে চকুৰ লোতে উঠি ।
পৃথিৱীত থৰ শোক,
টানি ধৰা মুঠি
হে টানি ধৰা মুঠি ॥

ধনাইৰ চকুৰ পানী হেৰ
কপৌফুল হল এ,
হে কপৌ-ফুল হলে ।

সন্তাপৰ কথাখিনি
মুৰ লৰাই কলে,
হে মুখ লৰাই কলে ॥
টোপনিৰ পৰা উঠি
পখীটিয়ে মাতে,
হে পখীটিয়ে মাতে ।
"উঠ ৰতনী উঠ !" বুলি
বপুৰিয়ে খাটে,
হে বপুৰিয়ে খাটে ॥

কেনেকৈ লগ পাম
সৰগবে তৰা,
হে সৰগবে তৰা ।
পখী হেৰ বুৰি দে,
কি কৰোঁ কৰা,
হে কি কৰোঁ, কৰা ॥

বেজাৰত সোনাবাই
শুকাই-খীণাই গল,
হে শুকাই-খীণাই গল ।
কাৰনো বেজাৰ বাই,
তোৰ কিনো হল ?
হে তোৰ কিনো হল ?

বুকুৰে সৰ্ব্বস্ব মোৰ
ধনবৰে নিলে
হে ধনবৰে নিলে ।
সেইটোহে বেজাৰে মোক
খুলি খুলি খালে,
হে খুলি খুলি খালে ॥

গছৰ আগত লৰে হেৰ
চিকিমিকি পাত,
হেৰ চিকিমিকি পাত ।
কোনে শাঁত নাবে মোক
এবাৰ লগাই মাত,
হেৰ এবাৰ লগাই মাত ।

আন দিনা নিজৰাৰে
"নিও" "নিও" কৰে,
হে "নিও" "নিও" কৰে ।
আজি জানো ধনাইৰ শোকত
তাইবো মাত হৰে,
হে তাইবো মাত হৰে ॥

সৰগত ধনবৰ,
পৃথিৱীত মই,
হে পৃথিৱীত মই।
দুটি প্ৰাণী এটি কৰা,
পুইণ কাম হয়,
হে পুইণ কাম হয়॥

"নিও" "নিও" সদায় কৰ,
আজি নে মোক,
হে আজি নে মোক।
মোক নি ধনাইক দে,
কুশল তোৰ হোক।
হে কুশল তোৰ হোক॥

ফুৰ্কুৰীয়া বা! তই
শুন মোৰ কথা,
হে শুন মোৰ কথা,—
ধনাইক কগৈ ৰতনীয়ে
ৰৰকৈ পাইছে ব্যথা,
হে ৰৰকৈ পাইছে ব্যথা॥

নিয়ৰ—

এনেতে ৰতনীৰ মাকৰ কাণত হঠাৎ এবাৰ ৰতনীৰ এই বিননি পৰিলত, মাকে শোৱাপাটীৰ পৰা উঠি বাহিৰলৈ আহি, ৰতনীৰ হাতত ধৰি তাইক টানি ভিতৰলৈ লৈ গৈ পাটীত শুৱাই দিলে।

১৮৩৪ শক
মাঘ, হাওড়া

---

## পকা চুলি

(গীত)

আৰে পকা চুলি মোৰ!
পক ধৰিছে চুলিত,
তালৈ চকু কিয় তোৰ?
আৰে পকা চুলি মোৰ?

চুবুৰীয়া ল'ৰা-বুঢ়া
সকলো মোৰ মনত জোৰা;
ইঁহা ল'ৰা, কন্দা বুঢ়া,
সকলো কুটুম মোৰ।

বাহিৰত মোৰ পকে চুলি,
ভিতৰত বাজে মৌ-সুতুলি,
লৰাৰ কিৰীলি খলকত
মোৰ ৰঙৰ নাই ওৰ।

বুঢ়া বেলিত উষাৰ পোহৰ,
বুঢ়া বিৰিখত বা বসন্তৰ,
বুঢ়া আমত কুঁহিপাত
লবে জুব্ জুব্।

ৰূপৰ বঠা, সোণৰ নাও
টুল্ বুল্ টুল্ বাই যাওঁ,
কলীয়া পানীত ৰূপালী ৰহণ
মোৰ মনৰ চোৰ।

যমুনাৰ জলত উঠে লহৰ,
ৰাজহাঁহজাকে কৰে পোহৰ,
অমল ধৱল তৰল কমল
হাঁহিত বিভোৰ।

আন্ধাৰ-পোহৰ যুঁজে বৰ,
শেহত জয় পোহৰৰ,
আন্ধাৰ ৰাতি ফুলে সেউতী
গোন্ধত ফুৰ ফুৰ।

অপেস্বৰী আনন্দ কৰে,
সাঁতোৰ দি পানীত ফুৰে,
ক'লা মূৰত হীৰাৰ মুকুট
জলে তিৰবিৰ।

কানুৰ কোলাত ৰাধা গৌৰী,
নীল আকাশত বগৰ শাৰী,
ভোমোৰাৰ শুঙত ফুলৰ ৰেণু
সুন্দৰ, সুন্দৰ।

পকক চুলি, পকক মূৰ,
ৰসত হওক ভৰপূৰ,
ধলত দেশ বুৰেঁা বুৰেঁা
সকলো একাকাৰ।
আৰে পকা চুলি মোৰ।

১৮৩৪ শক
ফাগুণ, হাওড়া

---

## মহাপ্ৰয়াণৰ যাত্ৰী

(গীত)

(১)

মহাপ্ৰয়াণৰ যাত্ৰী হেৰা,
মই মহাপ্ৰয়াণৰ যাত্ৰী,
লগত যাওঁ। সমল মোৰ
ভকতিৰ জোলোঙা এটি ।

(২)

জ্ঞান জ্ঞান কৰি ফুৰি
গোৱাঁলো জীৱন ঘূৰি ঘূৰি,
জ্ঞানৰ নাপালোঁ উৱাদিহ,
গোটোলোঁ খোলাকটি ।

(৩)

সঙ্কটময় বাটত মোৰ
শতুৰু সকলোবোৰ,
লগৰীয়া কোনো নাই,
পৰিছোঁ খাই উজুটি ।

(৪)

ধৰ্ম্মৰ নাগপাশ জৰী,
কোনে কৰে তুৰিমুৰি ?
যত আঁটে তত যায়
দূৰ হৈ মুকুতি ।

(৫)

ভকতি সমল কৰি,
কোন আছুঁ। কত পৰি ?
আহাঁ যাওঁ লগ ধৰি,
স্বামীয়ে পঠাইছে মাতি ।

(৬)

ভকতৰ পদৰ ধূলি
মূৰত লৈ বাট বুলি,
প্ৰভুৰ সিংহাসনৰ তলত
আহাঁ পৰোঁগৈ লুটি ।

(৭)

আসন তলৰ ধূলিত পৰি,
ভকতিৰ জোলোঙা উবুৰি কৰি,
কটাওঁ মই অনন্ত কাল,
মনৰ হাবিলাষ এইটি ।
মই মহাপ্ৰয়াণৰ যাত্ৰী ॥

১৮৩৫ শক ।
বহাগ, হাওড়া

---

## খ পিতৰা

### মৰণ

আহক মৰণ ভয় নকৰোঁ। সমুলি
কিন্তু হওক তেওঁ, যি জানে এই নিঃকিনক,—
"বপুৰা বেচেৰা ! কইছিল একুপি অশোক,
ফুলি যাব ফুল, আমোদিছে অনন্ত সদায় ॥"

### ভদ্ৰতা

ভদ্ৰ হোৱাঁ, ভদ্ৰ হোৱাঁ, ভদ্ৰ হোৱাঁ ভাই ।
আনবো ভদ্ৰতা সি আনিব জগাই ।

### কৰ্ম্ম

কাম কৰাঁ মন-প্ৰাণ ঢালি
সুফল আজি বা নতু কালি ।

### কৰ্ম্মৰ আত্ম-প্ৰতিপাদন

মুহূৰ্ত্তেকো ব্যয় নকৰিবা
নিজ কাৰ্য্যগুণ ব্যাখ্যা কৰি,
কাৰ্য্যে নিজে প্ৰকাশ কৰিব,
নোৱাৰিবা ভুৰিতো চিঙিৰি ।

### এলাহৰ মৰণ

জীৱনক খেমালি নাভাবি
কৰি মোৰা প্ৰাণটাকি বন,
বথানক বেয়ে বিহকে কৈ,
ই জীৱন নহয় সপোন ।
সকলো যে কামত মগন,
দিনে-ৰাতি শান্তি-তুষ্টি নাই,
এলাহ সাৰটি থকা জন
পলে পলে ৰসাতলে যায় ।

### সংগ্ৰাম

কোৰাঁ গঁচাকৈয়ে বাৰু হেৰা বিচক্ষণ।
সংগ্ৰামবিহীন প্ৰাণ কিহৰ কাৰণ?
জনমৰে পৰা চোৰাঁ মৃত্যু পৰিমিত
সাধুজনে যুঁজ কৰা বিধিৰ বিহিত।
তেন্তে কিয় পাছ ভৰি, নকৰি সংগ্ৰাম;
সংগ্ৰাম আৰাম হেৰা! সংগ্ৰাম আৰাম।

### সোণৰ শিকলি

মাহ-পখ সোণৰ শিকলি,
ঈশ্বৰৰ দান,
দণ্ড পল একোটা আঙঠি,
পায়গৈ বৈকুণ্ঠৰ থান।
শিকলি যে ছিগি যাব চাবা,
যাত্ৰা শেষ নোহওঁতেই,
সাৱধানে বাট বুলি যাবা
শুচি আৰু সংযম লৈ।

### সৰু আৰু বৰ

কাৰবেইহে উন্নত আসন,
ওখ সৰু ভেদ বিনাশন।
পাচি সজা, কামি চঁচা, টঙাল তুলুৱা,
সন্মানৰ কাম, নীহ মাথোঁ এলেহুৱা।

### আত্মসমৰ্পণ

শুনা মোৰ কোনো চিন্তা নাই,
চিন্তাৰ গৰাকীক চিন্তাৰ ভাৰ দিছোঁ ভাই।
তুমি মৰা আপোন চিন্তাত,
মোৰ চিন্তা অচিন্ত্যৰ গাত।

### তোমাৰ কাম

সৌ যে চুকুকণি আছে তোমালৈ পৰি,
উন্নতিৰ ঠাই, হেৰাঁ যোৰাঁ কাচিপাৰি।
অজ্ঞান এন্ধাৰে ঢকা গুটিদেক লোক
আছে তাত, জ্ঞান দিয়াঁ, জন্ম সাফলোক।
সুখী কৰাঁ দুখিতক, আশীৰ্ব্বাদ লোৱাঁ,
ঈশ্বৰৰ থানলৈ আগবাঢ়ি যোৱাঁ।

### কৃতিত্ব

আত্মমান, আত্মজ্ঞান, আপোন দমন,
এই তিনি উন্নতিৰ মুঁতি,
নাই ভয় কৰি যোৱা কাম,
সংসাৰত হবা তুমি কৃতী।

### শেষ আশা

পৰ উপকাৰ হওক জীৱনৰ ব্ৰত
পৰসেৱা হওক মোৰ কাম,
পৰৰ মৰম আৰু আশীৰ্ব্বাদ লৈ,
যেন মোৰ শৰীৰ পেলাম।

### বৰ্ত্তমান আৰু ভৱিষ্যৎ

বোৰাঁ, বোৱাঁ, খাট চোৰাঁ—এতিয়াৰ কাম
পকা দোৱা, গাঁচি থোৱাঁ, খোৱাঁ, গোৱাঁ গান।

### মোৰ জীৱন

ধন্যবাদ ঈশ্বৰক দিওঁ—
জীৱন নহয় মিহি মোৰ,
সংসাৰৰ ঠেলা, হেচা, টেপা
খাই আছোঁ দিনৌ দুৰ্ব্বোৰ।
এশ-এটা শোকৰ তাপত,
এশ-এটা নিৰাশাত হওক
মোৰ মনুষ্যত্ব বিকশিত,
উজু প্ৰাণ হিয়াহীন কি যে ভয়ানক
এধা-মৰা এধা-জীয়া প্ৰভু নিদিয়ক

### উন্নতিৰ সাঁচাৰকাঠি

জীৱনৰ বহুদৰ্শিতাই দিছে মোক সুবুদ্ধি পৰম,
ধৰ হোৱা বুজিৰ কিটিপ মাথোঁ জানো, অদম্য উদ্যম
খানি পুতি সঙ্কল্প কৰি, মৃত্যু নতু বিজয়সাধন,
এই কথা সাৰোগত কৰি লওঁা তুমি বিজয় ৰতন।

### উন্নতিৰ জখলা

উন্নতিৰ জখলাত তেওঁ
এনেই উঠিছে নাভাবিবা,
টোপনিত থাকোঁতেই তুমি
তেওঁ কাম কৰিছে জানিবা।

## লক্ষ্য

থিৰ কৰা উদ্দেশ্য তোমাৰ
লক্ষ্যভ্ৰষ্ট যতন বিফল,
সৰ্ব্বপ্ৰাণ সৰ্ব্বমন সঁপি
কাম কৰাঁ, গাত পাবা বল।

## কাল্পনিক আদৰ্শ

মনে গঢ়া আদৰ্শ নোপোৱা,
পৃথিৱীত যিমান বিচাৰা,
যদি তুমি আদৰ্শৰ অনুৰূপ
কৰি নিজক নগঢ়া।

## চকু

চকু লাগে নিজ কাম চিনি লবলৈ
সৰু কাম?—হানি কিবা তাত?
ঈশ্বৰৰ দত্ত সেয়ে, ভাবি লৈ তুমি
এহাতুৱীয়াকৈ দিয়াঁ হাত।

## প্ৰকৃত জীৱন

জ্ঞানীয়ে প্ৰমাণ কৰে, মূৰ্খই স্বীকাৰ,
নিজ আচৰণ ব্যৱহাৰ,
কৰ্ম্মশীল জীৱনেই প্ৰকৃত জীৱন;
অন্যৰূপ জীৱন ধিক্কাৰ।

## সুখবোধ

কাৰেঙৰ ৰজা আৰু জুপুৰিৰ প্ৰজা
কোনেও নুবুজে কিনো সুখ,
মূৰৰ ঘাম ভৰিত পেলাই,
যদি তেওঁ নাই কৰা দুখ।

## সুখীয়া আৰু দুখীয়া

সুখী মই,—কামৰ অধীন,
দুখী মই,—বক্তা কৰ্ম্মহীন।

## কামৰ সমাপতি

ইজীৱনে কামৰ যে সমাপতি নাই,
আৱৰণ, দৃষ্টান্তৰ মাথোঁ আছে ঠাই।
কাম কৰাঁ, কাম কৰাঁ, সময় পলায়;
মৰিব সকলোঁ; জীৱ যি নভবায়।

## ভাগৰ

ভাগৰা কামত কেতিয়াবা,
নিষ্কৰ্ম্মা ভাগৰে ৰাত্ৰি-দিবা।

## কোনটো উজু

ভাল কৰা উজু কাম
বেয়া কৰা টান,
ভাল কৰা সাধ্য
বেয়া অসাধ্য-সাধন।

## নিয়মৰ বান্ধোন

জোন, বেলি, আকাশৰ তৰা
পোহৰায় নিয়মত ধৰা,
কৰ্ত্তব্যক সেইদৰে তুমি
নিয়মিত কৰিবলৈ ধৰা।

## মান-অপমান

সৰু কাম ঘিণ কৰা তুমি?
ৰবলৈ তোমাৰ হেঁপাহ?
একো নকৰাহে অপমান
সৰু-বৰ মনৰ বিকাশ।

## এতিয়াই

নাথাকিবা চাই কৰিম কৰিম বুলি কাম
এই মুহূৰ্ত্ততে লাগি যোৱাঁ,
কৰিব পাৰিম বুলি যি ভাবিছা তুমি
কৰাঁ যদি সাহিয়াল হোৱাঁ।
এতিয়াই লাগি যোৱা, মনে বল পাব,
উছাহত সৰ্ব্বলো সিজিব,
অসাধ্যসাধন যেনে বাজীকৰে কৰে,
"সাহে সিধি, আৰ্দ্ধে নিধি" হব।

## উদ্যম

দিন যায়, উঠাঁ সাজিপাৰি
সপোনত নিনিৰা সময়.

মৰণ ভাগ। যুগিছে যতনে
তুমি কিয় কাল কৰা ক্ষয় ?
মধুৰৰ গাঁতত তোমাৰ
ঠাইৰ্শপি নেদেখা নে মিতা ?

সামৰ্থ্যৰ শক্তি অনুসাৰে
যুঁজিবলৈ পাৰে কিনো চিতা ?
ভূত আৰু ভবিষ্যত মিছা,
বৰ্ত্তমানে মাতিছে তোমাক,
'হল', "হব", নকৰিবা ভাবনা,
'হৈছে''ত পেলোৱাঁ আপোনাক।

## মুখ্য লক্ষ্য

জীৱনৰ মুখ্য লক্ষ্য কাম
শকতিৰ সম্পূৰ্ণ বিকাশ,
ঈশ্বৰৰ সুনিৰ্দ্দিষ্ট মানুহৰ কাম,
তাত কৰাঁ বাস।
কৰাঁ তাক ঈশ্বৰত কৰি সমৰ্পণ
নিজ, পৰ অৰ্থে,
আচৰিত আনন্দৰ মিনি যাব বোল
সন্তোষেৰে সৈতে।

## কৰ্ম্ম-জীৱন

কামত মগন জন জীৱন সাফল
কামত জীৱন আগুৱায়,
কামে ঠেলি নিয়ে জানা উন্নতিৰ বাট
তাৰ আৰু কোনো চিন্তা নাই।

## স্বধৰ্ম্ম

যত আছা, যি কৰিছা, কৰাঁ ভালকৈ
স্বধৰ্ম্মে নিধন শ্ৰেষ্ঠ, পৰধৰ্ম্ম ভয়াবহ হয়।

## স্বভাৱৰ দান

সুশোভন সুখ ঠাই, স্বভাৱৰ দান
বিজয় চূড়াৰে সুমণ্ডিত,
সাহিয়াল সজ লোকে মাথোঁ পায় তাক
জানিবা নিশ্চিত।
অন্ধকাৰ অকল্যাণ শূন্য তমোময়,
স্বভাৱৰ বিৰোধপন্থীৰ মাথোঁ হয়।

## নিমাতী কন্যা

(১)

ৰতনপুৰৰ এজন ৰজাৰ আছিল একেটা কইনা,
ৰূপহী জীয়ৰী ঘৰ আলো কৰি, নামটি নিমাতী মইনা।
ওপজাৰে পৰা কথা ফুটা নাই, ফুটিছে মাথোন হাঁহি,
পোহৰ সদায়, বোহ-ঠেহ নাই, যেন কেতেকীৰ পাহি।
বুধিৰ জেউতি জ্ঞানৰ দীপিতি দুচুকু আবৰি আছে,
ভাবত অমিয়া, ৰূপত লৰণু চাৰিফালে বিৰিঙিছে।
বোবা কোনে বোলে? চিন নাই তাৰ, প্ৰতি অঙ্গতে মাত,
চলনে-ফুৰণে নিফুত বচন, শব্দৰ অভাৱহে তাত।
বাপেক-মাকৰ মনত অসুখ, একেটি মাথোন জী,
কিয়নো নামাতে কিনো কপাল হল! কতনো কৰিব কি?
বেজ-গিয়ানীৰ যতন বিফল, ৰজা ৰাণী বিকলীয়া,
পূজা-সেৱা, দান-দক্ষিণা বিফল বেজাৰে দহে যে হিয়া।

(২)

পুৰিল যৌৱন, নিমাতীৰ ৰূপত ভৰি পোহৰিল ঘৰ,
ৰজা-ৰাণী দুইৰো ভাবনা চৰিল— কত পাওঁ এটি বৰ?
দেশ-বিদেশলৈ বাতৰি পঠালে, নিমাতী কন্যাক দিব,
ডেকা যিজনাই নিমাতী মইনাক মতাই দিব পাৰিব।
কন্যাৰ লোভত ৰজাৰ কোৱঁৰ ভোমোৰাজাক যেন হল,
নানা বুধি কৰি মাত উলিয়াবৰ চেষ্টা কৰি হাৰি গল।
সকলো হুৰিল, ৰজাই আমনি, কন্যাই আমনি পালে,
ঢোল পিটি ৰজাই আকৌ শুনাই দিলে,—
নোৱাৰাক পঠাব শালে।
যেনে আহিছিল তেনেই ভাগিল, ৰজাৰ কোৱঁৰ ৰজাক,
তাতো সাহ কৰি আহি হাৰে যি, পঠায় পোতাশালে তাক।

(৩)

কনতাপুৰৰ কোঁৱৰ এজন, আলসুৱা তেওঁৰ নাম,
ওৰে দিনে-ৰাতি বীণ বায়, নিশিকে নভাৱ কাম।
বাপেক হুৰিল, মন্ত্ৰীও হুৰিল, হুৰিল পাত্ৰমিত্ৰজন
বীণ বাই মাথোঁ সময় কটায়, নিদিয়ে একোতে মন।
বলিয়াৰ দৰে বীণধ্বনি বায়, নকয় সহজ কথা,
জীৱনৰ উদ্দেশ্য, সৃষ্টিৰ সন্দেশ, বীণতহে যেন গোথা।
এৰিলে ৰজাই আশা কোঁৱৰৰ, পাত্ৰ-মন্ত্ৰী আশা এইলে
পানী একেচলু দি থৈ ৰাখে, মাজুত আশা পাতিলে।
কোঁৱৰৰ সন্তোষ— জঞ্জাল গুচিল; দুগুণ উছাহ কৰি,
বাই ফুৰে বীণ, হিয়া তাতে লীন, সকলো গল পাহৰি।

(৪)

কোৱা-চিলাৰ মুখে শুনিলে বাতৰি, নিমাতীৰ বাপেকৰ পণ;
কোনো ফালে কিয়, কমতা-কোঁৱৰৰ বাবৰ হল তালৈ মন।
বীণখনি মাত্ৰ লগৰ লগৰী, কোঁৱৰ ওলাল গৈ তাত,
নমস্কাৰ কৰি ৰজাক জনালে—"মই উলিয়াম মাত।
হে নৃপমণি! এই বীণখনি, লাও খোলা আৰু কাঠ,
শুকান ছাগেৰে সাজি ললোঁ মই, মাতিছে অমিয়া মাত।
আপোনাৰ জীয়াৰী অতুল সুন্দৰী, তেজ-মঙহেৰে গঢ়া,
মাত উলিয়াটো টান কাম নহয়, নাই কোৱা কথা বঢ়া।"

(৫)

মুৰৰ পৰা ভৰি সকলো চাই ললে কোঁৱৰৰ নৃপমণি,
চেনেহ বনত হিয়া পমি গল, চকুত ওলাল পানী।
ভাবিলে কিনো সুলক্ষণী লৰা, দেখিলে চকু জুৰায়,
নোৱাৰিলে মাত উলিয়াব জীৱ, মিলিব বৰ অপায়।
নেলাগে বোপা মোৰ, এনে সাহ কৰিব, উভতি ঘৰলৈ যোৱা,
প্ৰতিজ্ঞা বেয়াকৈ কৰা আছে মোৰ, নোৱাৰিলে দুখ পোৱা।
থাওক মোৰ ছোৱালী, নেলাগে মাতিব, তোমাক নিদিওঁ দুখ,
নুশুনো শবদ, তাইৰ মাত নুশুনো, চকুৰেই লভিম সুখ।"

(৬)

কমতা-কোঁৱৰে প্ৰণমি বুলিলে,—"নিৰাশ নকৰিব মোক,
পৰীখোঁ কপাল বুলি আহিছিলোঁ, দিয়ক, নিদিব শোক।"
নিৰুপায় নৃপে অনুমতি দিলে, কন্যাক অনালে মাতি,
দেখিয়ে কোঁৱৰে আঙুলি লগালে বীণখন কৰি কাতি।
সাৰেং, গান্ধাৰ, কামদ ৰাগিণী অমৃত বৰষি গল,
নিমাতী কইনাৰ হৃদয় বুৰিল, সকলো তম্ভিত হল।
ধ্বনি প্ৰতিধ্বনি বোল উঠি গল, আনন্দত নাচিল জীৱ,
কোঁৱৰৰ ভিত্তিত ওলমি গইনাই মাতিলে "প্ৰাণপ্ৰিয়!"
ৰজা উঠি আহি দুইকো আকোঁৱালি, শুঙিলে দুইৰো মুৰ,
কন্যা দান কৰি বীণ-কোঁৱৰক ৰঙত মজিল পুৰ।

১৮৩৫ শক
শাওণ, হাওড়া

## তিলকা

তিলকাৰ বয়স দহ বছৰ। গিৰিয়েকৰ মুখ নেদেখা-কৈয়ে তিলকা বাৰী হল। তিলকাৰ মাক-বাপেক ককাই-ভাই কোনো নাই; আছিল বুঢ়ীমাক বাওলী। বাওলীয়ে মাগি-খুজি তিলকাক খুৱাই প্ৰতিপাল কৰি আছিল। এদিন বাওলীও মৰি থাকিল। তিলকাই বুঢ়ীমাকৰ শৱটো আগত লৈ এইদৰে বিনাই কান্দি আছিল; তাৰে দুকাকিমান তলত দিলোঁ; শোক লাগে দেখি বাকীখিনি এৰিলোঁ—,

(সুৰ—আগলি কলাপাত লৰে-কি-চৰে।,

তিলকা হেনো তোৰ তামোলৰ ডাবি,
বুকুৰে তিলকাক বুকুতে থনি।
আজি পৰি বল তিলকা তোৰ,
এৰি গল আইতা বাওলী মোৰ।
কোনেনো বাইকহৰ সাধুটি কব
বাৰী দুখুনীৰ দুখ কোনে পতিয়াব?
মই হেনো বাৰী, মোৰ কোনোৱেই নাই,
কলৈ গলি নাতিনীৰ বাওলী আই?
বাৰীৰে কোঁৱৰৰ দুৱাৰে সাধু
শুনি মই বিলাপো, দুখতে কান্দো।
খৰিভাৰী গালে খজাবে জী
সতিনী কৰিলে সতিনীৰ কি?
কেনেকৈ তিলকাক ভুলাব শোক
এৰি গল দুখতে আইতাই মোক।
বাওলী আইতা মোৰ কলৈনো গলি
চেনেহৰ তিলকাক কাৰ বুকুত দিলি?
গোসাঁয়ে তিলাইকে অনাথী কৈলে,
ওপজাই তাইক মাথোঁ যমলৈ দিলে।
উঠ আই বাওলী নাগালি এৰি,
মোকো তোৰ লগতে লৈ যা মাৰি।
কিনো পাপ কৰিলোঁ একো নাজানো,
হে মোৰ প্ৰভুদেউ! গলায় মই বান্দো।
ইত্যাদি।

১৮৩৫ শক
শাওন, হাওড়া

## মেথ্ৰকা

পৰিছা যি অৱস্থাত তাতে হোৱাঁ সুখী,
চেষ্টা কৰি ভাল হোৱাঁ যং কৰাঁ যথি

*

চিন্তা যদি পৰিণত নকৰা কাৰ্য্যত
স্বপুৰ মিচিনা তাক মানিবা মনত।

*

প্ৰেমত ঘূৰিছে ভূমণ্ডল,
প্ৰেমত ফুলিছে শতদল।

*

ওখ কৰা আশা,
নিৰাশা কৰ্ম্মনাশা।

*

অলপ সুখৰ পৰিমাণ
নকৰিবা তাক আৰু তাকৰ,
কতকাৰ্য্য গুৱিতে নেদেখি
নহবাহে মিছাতে কাতৰ।

*

চকুক চাবলৈ দিয়া, সুন্দৰ যি পাৰে,
অনুভৱ হিয়াত হক যতমান ধৰে।

*

ক্ষমা কৰাঁ, ক্ষমা পাবা তুমি,
ভাল কৰাঁ হবাঁ উৰ্দ্ধগামী।

*

মৰম কৰিছে কোনে কয় ?
সঁচা যি অটল সদায় ৰয়।

*

জীৱনটো যদিও দুদিনীয়া,
প্ৰেম কিন্তু ঠিক যুগমীয়া।

*

শেষফলহে লক্ষ্যৰ সমল,
বিচাৰে টানৰো পায় তল।

*

দুখৰ ৰাতি যিমানেই দীঘল
অন্ত তাৰো আছে,
সুখৰ উষাৰ কিৰণ চোৱাঁ,
পুব ফালে বিৰিঙিছে।

*

মানুহৰ স্বভাৱ যিমানেই গোঁৰাট
তথাপি সৰহ ভাল,
ইলিহি মাছত যিমানেই কাঁইট,
সৰহ ভাগ তেলাল।

সকলোৰে ভাল হওক সংসাৰত
দুৰ্মতি সুমতি হওক,
সকলো সুখত থাকক, মোৰ ইচ্ছা,
সকলো দীৰ্ঘায়ু ওহক।

*

আচৰণৰ সদা মিলৰে চকুতকৈ
সত্যৰ লক্ষ্য ভাল,
সত্যৰ প্ৰতিষ্ঠা সত্যৰ সম্মান
সদাকাল, সদাকাল।

*

মধ্যাহ্ন সূৰ্য্যৰ দীপিতি পৰক গোটেই জীৱনটোত,
পাপ-এন্ধাৰৰ ছাঁ কাষলৈ সমুলি যেন নাহক।

*

পোহৰত ফুলা ফুলৰ সুগন্ধে ভৰক জীৱন মোৰ,
এন্ধাৰৰ কমি কীটৰ দুৰ্গন্ধ হওক দূৰতে দূৰ।

*

পৰত থাপা বিশ্বাস,
বিশ্বাসে আনে বিশ্বাস।

*

সাহতকৈ সহ্য গুণ ভাল,
সুন্দৰতকৈ ধৈৰ্য্য চিৰকাল।

*

নিজৰ দৰৱ নিজতে নাখাটে,
লোকক দিবলৈ যোৱা ?
নিজেই ভিকহু, টেকেলি কাতি
আনকনো কি বিলোৱা।

*

পুৰিলে উজ্জ্বল হয় সোণৰ বৰণ,
বিপদত পোৱা যায় বন্ধুৰ চিনন।

*

ভাল ভাগ জীৱনত নিশ্চয় সৰহ,
জুখি চোৱাঁ, শেহফল পাবা ওগাইৰহ।

*

সজ কাম, বৰ কাম, অজৰ অমৰ,
থাকে যেন চিৰকাল চন্দ্ৰ—দিবাকৰ।

*

অশোক অন্তৰে পায় দীঘল জীৱন,
শোক-ভৰা হিয়া শীঘ্ৰে হয় বিনাশন।

*

গোলাপে শুৱায় সুন্দৰ ফুলনি
প্ৰেমে শুৱায় মানুহৰ জীৱনী।
সাৰ মনৰ কম শুনি মাত,
অসাৰৰ ঢোল দিন-ৰাত।

*

আশা মোৰ মন ৰাজ্যৰ ৰজা.
নিৰাশাত প্ৰাণ মন ভজা।

*

চুটি জীৱনতো আছে ভদ্ৰতালৈ কাল,
হেন জানি কিয় তুমি নোহোৱানো ভাল ?

*

সজ চিন্তা যিহে দিব আনি,
তাৰ তুমি হোৱা অনুগামী।

*

ঘৰ শুৱনি বন্ধুজন,
অন্তৰ শুৱনি ধৰ্ম্ম-ধন।

*

জানা তুমি প্ৰথমে নিজক,
তৰ্কলৈ নানিবা ঈশ্বৰক।

*

ভকতি বিশ্বাস মাথোঁ ঈশ্বৰক দিবা,
কৰ্ত্তব্য কামৰ ফল চাই নুফুৰিবা।

*

স্ব ইচ্ছাত যি ভাব আহিব,
সেই ভাবে শ্ৰেষ্ঠ ঠাই লব।

*

ঈশ্বৰৰ দান জানা বন্ধুৰ বন্ধুতা,
আমোলন বস্ত ; লোৰাঁ, নকৰিবা চিতা।

*

বিশ্বাসে আনন্দ দিয়ে, প্ৰেমেহে যৌৱন,
বয়সে নকৰে বুঢ়া, পাপেহে উছন।

*

স্বভাৱৰ সুন্দৰ অমৰ,
বিৰোধী বিষত জৰজৰ।

*

গৌৰৱ কিৰীটি থাকে সদায় উজ্জ্বল,
বৃথা গৰ্ব্ব দুদিনীয়া, তাত ধৰে মল।

*

জানি লোৱাঁ কি কৰিব লাগে
কৰাঁ তাক যি থাকে ভাগে।

*

বুঢ়া গাধ তাৰ নাই মান,
ল'ৰা জ্ঞানী তাৰেই সন্মান।

*

সজ কাম কৰিবা লুকাই
তথাপি ফাটিব যশ ভাই।

*

উপাধি সম্পদ তুচ্ছ আতি
যদি জলাওঁ সাংসাৰিক বাতি।

*

দয়াহীন জনহে গোৰাক
আন জন নহয় সি যাও।

*

চোৱাঁ মোৰ জীৱনটো কবিতাৰ আৱলী
ঘটিকাৰ ঘণ্টা পলে পঢ়ি যায় চলি।

*

জুমুৰি, লেচাৰী, ছবি, দুলৰীৰ সুৰ,
কবিতা কদমকলি বেণুৰেই পুৰ।

*

ইতিহাস বুৰঞ্জীৰ বগা গোঁফ-ডাড়ি,
চিৰযৌৱনেৰে ভৰা কবিতা-কুঁৱৰী।

*

বলেৰে শাসন জানা নহয় শাসন,
ধৰমত নাম তাৰ অন্যায় আচৰণ।

*

দোষ খোচৰাই পায় উটা খেৰৰ জাজি।
গুণ বিচৰালৈ থাকে তালত মুক্তাৰাজি।

*

সুখ নাই—ধনে কি কৰিব ?
চকু নাই—বেলি পোহৰিব ?

*

ভয়াতুৰ। নকৰিবা পাছভৰি তুমি।
সাহ পাবা যাওঁতেই ; মাতে জন্মভূমি ॥

*

ঈশ্বৰৰ দান এই মানৱী জনম,
আজ্ঞা,—তুমি দিনে-ৰাতি কৰি থকা শ্ৰম।

*

সুখ, দুখ, ভাল, বেয়া তোমাৰ হাতত,
আপোন কৰম-ফল, নাই কপালত ।

*

কম কাম, কম শ্ৰম, কম ফললাভ,
বেছি শ্ৰম, বেছি ফল; কি লাভ বিলাপ ?
ঈশ্বৰত অৰ্পি চিন্তা, দুখ, শোক, তাপ,
গোঁসাঁই পুতি নাও বান্ধা, নাথাকে সন্তাপ ।

*

নিৰ্ধনীৰো সুখ আছে অমিয়া অতুল,
ধনীয়ে নাপায় তাৰ ভু আৰু কূল ।।

*

সুখৰ বন্ধুৰপূৰ্ণ গোটেই পৃথিৱী,
ঠিক বন্ধু জীৱনত দুটা এটা পাবি ।

*

নপৰিবা পাছু হেৰা আগুৱাই যোৱাঁ,
সকলো বাঢ়িছে আগ, পাছু এলেহৱা ।
মৰণ পৰ্য্যন্ত কাম, নাহিকে এৰণ,
মানৱী জন্মৰ জানা কৰ্ত্তব্যসাধন ।

*

এটি কথা আমোলন, অন্তৰৰ পৰা
লক্ষ কথা এৰকণা, জীৱন্ততে মৰা ।

*

জ্ঞান-পথ এৰি জ্ঞানী যায় কেতিয়াবা,
অন্তৰৰ বাণী, বোপা ! সদায় শুনিবা ।

*

জয়লক্ষ্মী আজিয়েই আগত তোমাৰ,
কালি বুলি বহি থাকি নহবা অসাৰ ।

*

বলী কৰা হৃদয়ক হে ভাৰতবাসী !
দুখত অনেক তেজ, শোকত যে হাঁহি ।
অন্ধকাৰ ডাৱৰত বিজুলী চমকে,
এন্ধাৰ নিশাত জানা তৰা চিক্‌মিকে ।

*

পুৰোৱাঁ প্ৰেমেৰে হেৰা হৃদয় তোমাৰ,
মানুহক, ঈশ্বৰক দিয়া উপহাৰ ।

*

ভুৱলা মাপালা বুলি নিৰাশ নহবা,
আহিব এদিন সি নিশ্চয় জানিবা ।

কৰ্ম্মফল আশালৈ নকৰিবা মন,
ঈশ্বৰক সমৰ্পিবা ফল আৰু বন ।
কাম কৰিবৰ তোমাৰ অধিকাৰ আছে,
ফলদান ঈশ্বৰেহে হাতত ৰাখিছে ।

*

যি প্ৰেমৰ লবচন, সি প্ৰেম নহয়,
যি ভক্তিত ভাম আছে, ভক্তি কোনে কয় ?

*

ধন নাই ? হানি নাই তাত,
আনন্দৰ উৎস যে হিয়াত ।

*

সকলোকে প্ৰেম দিয়া, অল্পক বিশ্বাস,
সপোনতো নিচিন্তিবা কাৰো সৰ্ব্বনাশ ।

*

ভাল হোধা নামত নহয়,
সুখ পোৱা দিঠকততহে হয় ।

*

লাহে লাহে বন্ধু বাছি লবা,
তাতোকৈ লাহেহে সলাবা ।

*

সজ নাম সজ হৈ লবা,
মিছা নাম মিছাকে জানিবা ।

*

ঈশ্বৰৰ গোটেই আশিস,—
দীৰ্ঘ প্ৰাণ, স্বাস্থ্য অহৰ্নিশ ।

*

বাট হওক কুসুম-কোমল,
হাঁহি হওক প্ৰেমৰ সবল ।
আনন্দ লোতক চকু ভৰা,
আশীৰ্ব্বাদ এই মোৰ পৰা ।

*

নিজৰ দুখৰ বোজা নিজে তুমি বৰা,
লোকৰ পিঠিত তাক কদাপি নিদিবা ।

*

ধীৰ হবা বিচাৰ কামত,
হবাবুৱা বিচাৰ নামত ।

*

সুনিপুণ কাৰ্য্যপটুজনে
কাৰ্য্য কৰা, কি কাম সপোনে ?

*

পুণ্য কাম সঁচাসচি সুখ,
সুচৰিত্ৰে পোহৰায় মুখ '

*

সাধী হিয়া সন্তৰনৈ ভাগে
কিন্তু তেজ দিনে-ৰাতি জাগে।

*

প্ৰকৃত বন্ধুতা ঠিক পবিত্ৰ বান্ধোন,
অসময় বিপদত বাঢ়ে তাৰ গুণ।

*

সজ চিন্তা কৰাঁ,
সুকাম জন্মিব তাৰ পৰা।

*

যথাসাধ্য সজ কাম যতনে কৰিবা,
নফলিল অতিকৈ ;—নিৰাশ নহবা।

*

গোটেই নিখুঁত কাম তোমাৰ
কদাপি নহয়,
সোণৰ থাকয় অত-তত
পোটোকা পৰি বয়।

*

বাটৰ দুবৰি বন গছকত পৰা
তাৰো এটি পাতে দিয়ে স্বৰ্গৰ বতৰা।

*

বয়সৰ শক্তি নাই আশা বিনাশিব,
ঈশ্বৰৰ অংশ আশা অমৃতত মিলিব।

*

উষাৰ পোহৰ, বসন্ত মলয়া,
নিয়ৰে তিৰোৱা যুই,
শতেক বছৰ সম্ভোগ হওক
আ৽শীৰ্ব্বাদ দিওঁ মই।

১৮৩৫ শক
ভাদ, হাওড়া

## ঈশ্বৰ আৰু ভকত

বৈকুণ্ঠৰে পৰা হৰিয়ে সুধিলে—
"কোন কোন আহিবৰ হল ?"
নাম-লোৱা ভকতে সাদৰি বুলিলে—
"নামতে গৈ আছো তল।"

বৈকুণ্ঠৰে পৰা গোসাঁয়ে মাতিলে-
"আহাঁ হে ভকতসকল।"
নাম-লোৱা ভকতে লাহেকৈ বুলিলে-
"ভকতিত পাই লওঁহক বল।"

প্ৰভুৱে মাতিলে, "বাপু মোৰ ভকতহে
প্ৰসাদ লবৰে হল।"
ভকতে বুলিলে "প্ৰভু বাসুদেউ।
নামতে ভোক-পিয়াহ গল।"

নাৰদক মাতিলে, উদ্ধৱক মাতিলে,
বিদুৰক প্ৰভু মাতিছে,
নাৰদে বিদুৰে উদ্ধৱে বুলিলে—
"যাম প্ৰসঙ্গৰ পিছে।"

"মৰতত ভকত, বৈকুণ্ঠত মুকুত,
লবি আতৈসকল আহাঁ।"
"নেযাওঁ নেযাওঁ প্ৰভু মোৰ গোবিন্দাই !
মুকুতিৰ নকৰোঁ বেহা।"

"নাহাহে যদি, মই যাবকেই লাগিল,
লগনৈ তোমালোকৰ,
ভকতক এৰি থাকিব নোৱাৰোঁ,
পলকেই একো বছৰ।"

১৮৩৫ শক, ভাদ
লবেলুচ, হাওড়া

সমাপ্ত

"বিষয়বস্তুৰ বৈচিত্ৰ্যৰ পিনৰপৰা বেজবৰুৱাৰ কাব্য-পটভূমিৰ আয়তন বিস্তৃত। প্ৰণয়-গীত, প্ৰকৃতি-গীত যেনেকৈ ৰচনা কৰিছিল তেনেকৈয়ে বেজবৰুৱাই বেলেগ আৰু স্বদেশপ্ৰেমৰ গীতো ৰচনা কৰিছিল। এই ৰচনাৰাজিৰ ভালেখিনি আধুনিক অসমীয়া সাহিত্যৰ পৰিপক্কতাৰ চানেকী। * * বেজবৰুৱাৰ কাব্য-সাধনাৰ জগত দুখন: এখন হৈছে সচেতন কৰ্ব্য কৌশলৰ জগত, আৰু আনখন হৈছে লোক-সাহিত্যৰ জগত। বুঢ়ী আইৰ মাকৰ পৰা পুঙ্কিনে যিদৰে ৰুছীয় লোক সাহিত্যৰ জ্ঞান আহৰণ কৰিছিল, সেইদৰে বেজবৰুৱাই আহৰণ কৰিছিল জন্মগ্ৰহণ কৰা পৰিৱেশৰ সৈতে নিজৰ আত্মাৰ স্পন্দনযুক্ত সম্বন্ধ স্থাপন কৰি। এনেদৰেই বেজবৰুৱাই লোকগীত আৰু লোকগীতৰ সুৰ মাধুৰ্য্য আহৰণ কৰিছিল। অসমৰ প্ৰত্যেক শিল্পী সাহিত্যিকৰ বাবে দুটা বস্তু অপৰিহাৰ্য্য। এটা হৈছে বৈষ্ণৱ সাহিত্য অধ্যয়ন, আৰু আনটো হৈছে লোক সাহিত্য অধ্যয়ন। শঙ্কৰ-মাধৱৰ সাহিত্যৰ সৈতে পৰিচয় নেথাকিলে যেনেকৈ সাহিত্য জ্ঞান আধৰুৱা হৈ থাকে, তেনেকৈ লোক সাহিত্য. সৈতে পৰিচয় নেথাকিলে সাহিত্যজ্ঞান আধৰুৱা হৈ থাকিবলৈ বাধ্য। বিহুগীত, বনগীত লোক সাহিত্যৰ পৰ্য্যায়ত পৰে। বেজবৰুৱাই এইষাৰ কথা হাড়ে হিমজুৱে উপলব্ধি কৰিছিল।"

—হেম বৰুৱা

বেজবৰুৱা শতবাৰ্ষিকী উপলক্ষে
নতুন প্ৰকাশ,
১৯৬৮ চন

সংকলন আৰু সম্পাদনা
অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

# পদুমকলি

## অসম-সঙ্গীত

(১)

আমি অসমীয়া, নহওঁ দুখীয়া,
কিহৰ দুখীয়া হম ?
সকলো আছিল, সকলো আছে,
নুবুজোঁ নলওঁ গম।

শঙ্কৰে দিলে বিশুদ্ধ ধৰম,
লাচিতে বাহুত বল,
সতী জয়মতী সতীৰ তেজেৰে
অসমী আই প্ৰবল।

বাজক দবা, বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

(২)

যতন কৰিলে গৰু বৰ হয়
তামুলী সোমায়ে কলে,
ৰজা হৈ বাম ৰজা হব পাৰি
ৰুদ্ৰসিংহে দেখুৱালে।

শঙ্কৰাচাৰ্য্যৰ গুৰু অসমীয়া
কুমাৰিল ভট্ট নাম,
জগত-গুৰুৰো গুৰু হব পাৰি
ভট্টই দেখালে কাম।

বাজক দবা, বাজক শঙ্খ,
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

(৩)

ভাস্কৰ-জেউতি ভাস্কৰবৰ্ম্মা
প্ৰাগ্‌জ্যোতিষৰ ৰজা,
ভাৰতৰ ৰজাৰ আগশাৰী নলে,
নহয় ই কথা সজা।

উত্তৰ ভাৰতৰ কেনাৰ ব্ৰাহ্মণ
মহাবলবন্ত ৰজা,
কামৰূপাধিপতি শঙ্কলাদিৰে
ঘটুৱালে কেনে বুজা।

বাজক দবা, বাজক শঙ্খ,
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

(৪)

চাৰি লাখ পদাতি, লাখ অশ্বাৰোহী,
চাৰি হেজাৰেক হাতী,
শঙ্কলাদিৰৰ বীৰ্য্য-বিক্ৰমৰ
ভাৰত বিয়পা খ্যাতি।

লক্ষ্মণাৱতী গৌৰ ৰজাৰ
আমাৰ শঙ্কলে কৰা,
ৰাজধানী হৈ আছিল ৰজৰ
দুহাজাৰ বছৰ জোৰা।

বাজক দবা, বাজক শঙ্খ,
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

(৫)

পাৰস্যবিজেতা আক্ৰচিনাৰ
আদ্‌লাখ মোগল সেনা,
বটুৱাই শকলে যোঁৰাহাট পৰ্ব্বতত
কীৰ্ত্তি ৰাখিলে জানা।

নছলেৰ বুৰঞ্জীত ফেৰেষ্টাই লিখিছে
নহয় ই সাধুকথা,
প্ৰাণৰ প্ৰাণত অসমীয়া ভাই,
ই কথা তোমাৰ গোথা।

বাজক দবা, বাজক শঙ্খ,
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

(৬)

সিদিনা তোমাৰ চেকিয়াল ফুকনে
উনত্ৰিশ বছৰীয়া ডেকা,
অসমৰ হকে যিখিনি কৰিলে,
কি কীৰ্ত্তি ৰাখিলে লেখা।

তোমাৰে আনন্দ বৰুৱাই চোৱা
সংস্কৃত-সাহিত্য মথি,
ইউৰোপ, এছিয়াত কীৰিতি ৰাখিলে,
জগতে কৈছে ভাঠি।

বাজক দবা, বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

(৭)

'হেমকোষ' ৰচি হেমচন্দ্ৰ হেৰা
ভাষা আকাশৰ জোন,
স্বদেশ ভাষাত এনে শব্দকোষ
ভাৰতত ৰচিলে কোন?

তাম্বুলী ফুকন, গুণাভি ৰৰুৱা
বুৰঞ্জী-জ্ঞানত জ্ঞানী,
স্বাধীন ব্যৱসা দেশৰ হিতত
জগন্নাথ-মাণিক মানী।

বাজক দবা, বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

(৮)

হেৰা অসমীয়া, নোহোৱা দুখীয়া
কিহৰ দুখীয়া হবা?
নিজ নাপাহৰি বিভুক সুঁৱৰি
লাগাচোন সুফল পাবা।

'বুৰঞ্জীৰ হব পুনৰ অভিনয়'
জ্ঞান-বৃদ্ধসৱে গায়,
লক্ষ্য স্থিৰ ৰাখাঁ, আগবাঢ়ি যোৱাঁ,
মানুহমুৱা হোৱা ভাই।

বাজক দবা, বাজক শঙ্খ,
বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল।

বাঁহী: ৬ষ্ঠ বছৰ, ১২শ সংখ্যা (১৮৩৭ শক)

---

## ব্ৰহ্মপুত্ৰ সংগীত

(কীৰ্ত্তনৰ সুৰ)

লুইত হেৰা! তুমিয়েই নে সেই
লৌহিত্য নৈখনি—
(যাৰ) বহল বুকত নিৰ্ম্মল জলত
স্নানিছিল বশিষ্ঠ মুনি?

গোকৰ্ণ গালব ঋষি
অসংখ্য তাপস-তাপসী
(যাৰ) পাৰত বহি আশ্ৰম পাতি
কৰিছিল সামবেদ-ধ্বনি?

লক্ষ্মীকান্ত অশ্ৰুক্লান্ত
জিৰাই গুচাইছিল শ্ৰান্ত
তোমাৰ পাৰত বহি, তুমি
ধুৱাইছিলা পাৰ দুখনি।

যোলহেজাৰ ৰাজকন্যা
ৰূপে-গুণে মহাধন্যা
তোমাৰ পাৰত প্ৰাগজ্যোতিষত
থৈছিল নে নৰকে আনি,
যাৰ বাতৰি আনি,
(তুমি) দ্বাৰকাত দিলা জাননী ?

কোৱা হেৰা নদৰৰ !
প্ৰাগজ্যোতিষ নগৰৰ
মহাৰজা ভগদত্তৰ কি বীৰত্ব, কি কাহিনী
(যাৰ) ৰথৰ ভৰত কুৰুক্ষেত্ৰত কঁপিছিল এই মেদিনী ?

আবেলিৰ মলয়া বলি
তোমাৰেই বুকুত চলি
সোণৰ বঠা ৰূপৰ নাও
বাইছিল টুলবুল ৰাজনন্দিনী,
(যাৰ) ঘামবিন্দু, জলবিন্দু কপালত যেন মুক্তামণি ।

সৰগৰ সেই অপেস্বৰী
তিলোত্তমা বিদ্যাধৰী
উৰ্ব্বশী ৰম্ভাবে সৈতে ক্ৰীড়িছিল তোমাৰেই পানী,
তোমাৰ প্ৰেমৰ পাশত নদ ! উৰ্ব্বশী হল বন্দিনী ।

দক্ষৰ দুহিতা সতী
শিৱ যাৰ প্ৰাণপতি
স্বামী-নিন্দাত প্ৰাণ ত্যজে ইয়াতেই দাক্ষায়নী ।

ইয়াতেই কি মদন-ভস্ম ?
কাম ইয়াতেই নে চম্ম ?
ইয়াতেই নে উষাদেৱী কৰিছিল প্ৰেম-বীণা ধ্বনি
(যাৰ) আবাহনত অনিৰুদ্ধৰ প্ৰেমাৱদ্ধ হৃদয়খনি ?

কোনটি কুম্ভাক্ষৰ ছিদ্ৰ
অন্বেষপুৰৰ প্ৰেমছিদ্ৰ
ভ্ৰমৰৰূপী চিত্ৰলেখা উষাসুন্দৰী-সঙ্গিনী,
দেখাই দিয়া ব্ৰহ্মপুত্ৰ ! সেই লীলা-তৰঙ্গিনী ।

গৌৰী-উমা গিৰিসুতা
মেনকাৰ প্ৰাণদুহিতা
তোমাৰ পাৰৰ পৰ্ব্বতত পূজিছিল নে হৰক ধনী ?
(যাৰ) ৰূপ-বৰ্ণনাত কালিদাসৰ উপমাই নেপায় থাউনি ?

তোমাৰেই গৰ্ভত নে নদ !
মোগলৰ নৌসেনা হত
ৰামসিংহৰ বিজয়-চূড়া পৰিল নে খহি ধৰণী ?

কায়স্থ-কুলনন্দন
অসমৰ হৃদিৰতন
শঙ্কৰদেৱক তুলি তুমি দিলা নে ধৰ্ম্মজীৱনী
(যাৰ) কৰুণ প্ৰেম শুকান অসম চোৱালে দি শান্তিপানী ?

কোৱা হে বিচক্ষণ
শান্তনুকুলনন্দন !
তোমাৰ তীৰত মাধৱদেৱে ৰচিছিল যে ঘোষাখনি ?
তোমাৰ তীৰত শঙ্কৰ-মাধৱৰ হৈছিল যে মিলনি ?

শুনা হেৰা ব্ৰহ্মপুত্ৰ !
সোণঅসমৰ প্ৰাণমিত্ৰ
(যেন) খেলাৰ শেষত তোমাৰ বুকুত
মাৰ যায় মোৰ জীৱন-তৰণী ।
লুইত হেৰা ! তুমিয়েই নে
সেই লৌহিত্য নৈখনি ?

বাঁহী : ৭ম বছৰ, ২য় সংখ্যা (পুহ, ১৮৩৭ শক ।)

---

## গীত

### (১)

পৰমানন্দ হে !
আনন্দ দিয়া শুকান প্ৰাণত,
আনন্দ দিয়া হে !
(তোমাৰ) আনন্দকণাই ফুলায় ফুল,
প্ৰেম এবিন্দুত সাগৰ-কল্লোল,
বিশ্বাসৰ এটি ক্ষুদ্ৰ হিল্লোলে
মলয়-মৰুৎ বোৱায়হে ॥
(মোৰ) তাপিত পৰাণ পৰিছে জঁয়,
ব্যথিত হৃদয় দুখ-শোকময়,
সিচাঁহে তোমাৰ কৰুণাবাৰি,
সজীৱ কৰি লোৱাঁহে ।
পৰমানন্দ হে !
"আনন্দাৎ ইমানি ভূতানি জায়ন্তে,
আনন্দেন জাতানি জীৱন্তি,
আনন্দং প্ৰয়ন্তি অভিসংবিশন্তি,
আনন্দং নন্দমাতীতম্ হে ।"

বাঁহী : ৮ম বছৰ, ৭ম সংখ্যা, (জেঠ ১৮৪০ শক)

(২)

প্ৰেম প্ৰেম বুলি জগৎ ঘূৰিলোঁ,
ঘৰতে আছিল প্ৰেম ;
ধন ধন কৰি চাপলি মেলিলোঁ,
হিয়াতেই পৰম ধন।
গঙ্গা-যমুনা স্নানিলো যতনে,
গয়া-কাশী তীৰ্থ কৈলোঁ ;
হিয়াৰ ঈশ্বৰ হিয়াতেই আছিল,
কৰ্‌বাত বিচাৰি মৈলোঁ ।
প্ৰকৃত ধৰম বিচাৰি খোচাৰি
বিদেশ বনালো দুখে ;
নিজৰ দেশৰ নিৰ্ম্মল ধৰম
নামঘৰৰ দুৱাৰমুখে ।
"গুৰু লাগে, মই শিক্ষিত শিষ্য ।"—
জগতত জননী দিলোঁ ;
জগতৰ গুৰু শঙ্কৰ ঘৰতেই,
অন্ধলাই নেদেখিলোঁ !

বাঁহী : ৮ম বছৰ, ৪ৰ্থ সংখ্যা (ফাগুণ, ১৮৩৯ শক)

---

(৩)

(মৈত কন্ঠত)

সদায় থাকিম তাতে ।
ভটীয়াই গৈছে
টুলবুল নাওখন
চোৰাচোন লুইতৰ ঘাটে ॥

গুণ্ গুণ্ গীতৰ সুৰ
গাই যাম একে হৈ,
শুনি যাম মিলি গৈ,
পামগৈ নেদেখা পুৰ ॥

শুই চাই যাম তৰা ।
জোনাবাইৰ আগৰে
একোটি মাখোন
আয়ে বিয়া দিয়া দৰা ॥

নিছিগা ধাৰৰ সুখ
পি থাকিম দিনটো,
পি থাকিম ৰাতিটো,
তেও নভৰিব মুখ ॥

একোটি তামোলৰ ডাবি ।
সপোন নে দিঠক,
নহওঁ যে পৃথক,
কেনেকৈ মোক এৰাবি ॥

বাঁহী : ১৯ শ বছৰ, ২য় সংখ্যা (আহিন, ১৮৫২শক)

(৪)

তোমাৰ মৌকোঁহ তোমাতেই থাওক
তুমিতো তাৰ ভাগ নিদিয়াঁ ।
তোমাৰ হিয়াত তোমাৰ জোনাই
তাৰ অমৃত অকলৈ পিয়াঁ ॥
তোমাৰ হাতত তোমাৰেই বীণ
সোৱাদ সোৱাদ সুৰ উলিয়াঁ ।
তোমাৰ বাৰীত তোমাৰ গোলাপ
তুমি তোমাৰ খোপাত পিন্ধোৱা ॥

সন্ধ্যা

পিন্ধি ক'লা সাজ সন্ধ্যা আই
লাহে লাহে চৰণ চলাই
ৰঙ্গমনে হল উপগতা
যেনে সজাইয়া নিজ অঙ্গ,
নৱবধূ কৰি ভাৱ-ভঙ্গ,
পতিপাশে যায় লজ্জান্বিতা ॥

শোভিছে খোপাত নানা ফুল
মনোহৰ গোন্ধত আমোল,
মনক যি বলিয়া কৰিছে
কদম কেতেকী কৰবীৰ
কপহী মালতী, জাই ধীৰ,
মিচিকাই হাঁহিক মাৰিছে ॥

জোনাকীপৰুৱা সাতশৰী
জ্বলিছে ডিঙিত শাৰী শাৰী
জিলিকনি ধৰয় চকুত ।
মোহন ধ্ৰুৱৰ মণ্ডলত
সপ্তঋষি জ্বলে ওপৰত,
দেখি মন যাক তৃপ্তিযুত ॥

কুন্তৰ অলকা শ্ৰেণী শোভে,
ঘূৰিয়া বতাহ যাৰ লোভে,
থাকি থাকি ধেমালি কৰিছে ।
ৰূপ দেখি পশ্চিমত স্তব্ধি
সূৰ্য্যে অস্তচূড়া অবিলম্বি
ভৱাইয়া নয়ন চাহিছে ॥

কিন্তু হায়! কিনো দুৰ্ভগীয়া,
দেখোঁতেই পৰিল খসিয়া,
সংসাৰৰ মায়া আচৰিত।
তথাপি আমাৰ মূঢ় মন,
মৰা মন অতি অবুজন
মৰে মজি ক্ষণিক স্মৃতিত॥

ঝিলি নূপুৰৰ ৰূপ ধৰি,
বাজে পাৱে ৰুণুজুনু কৰি,
সি ধ্বনিত পমি যায় মন।
সহচৰী ফেঁচাই উৰুলি
দিয়ে থাকি থাকি সুৰ তুলি
শুনি হিয়া হয় উচাটন॥

শঙ্খ-বাদ্যকাৰী শিয়ালৰ,
হোৱা হোৱা ৰব খৰতৰ,
দিশ-বিদিশক পূৰি যায়।
হাম্বা শব্দে গৰুৰ পোৱালি
খোজে খোজে উৰুৱাই ধূলি,
গোমুখৰ বাদ্যক বজায়॥

দিৱসৰ পৰিশ্ৰমত
ভাগৰে আকুল প্ৰাণী যত
দেখি আই বিযাকুল।
ফোকাৰিছে শোকৰ নিশ্বাস
বিৰ্ বিৰ্ বায়ুৰ উচ্ছ্বাস
যেন বিৰহিণী বিনা পতি॥

প্ৰশান্ত মূৰতি প্ৰকাশিয়া
সুশীতল কোলা বিস্তাৰিয়া
আশ্বাসিছে তনয়সবক।
যি কোলাত পৰিয়া জগত
মজিয়া শান্তিৰ সাগৰত
ধন্যবাদ দিছে ঈশ্বৰক॥

সন্ধ্যা আই আহিবৰ দেখি,
নিশাচৰ জীৱসব সুখী
হই, আপোনাৰে কামে ৰত।
দিবাচৰে জানি অন্তকাল
লগে লই নিজ নিজ পাল
আপোন স্থানত উপগত॥

দেৱালয়ে আৰতি কৰিয়া
ধূপ-দীপ নৈবেদ্যাদি দিয়া
গাইছে ব্ৰাহ্মণে স্তৱ-স্তোত্ৰ।
ভকত মহন্ত সাধুসৱে
হৰিধ্বনি কৰে উচ্চৰৱে
শুনি মন হোৱয় পবিত্ৰ॥

দবা-ঘণ্টা-তাল-কৰতাল
মৃদঙ্গ-গোমুখ বাজে ভাল
সিসবে মনক মোহি নিছে।
ঠায়ে ঠায়ে ঐক্যতান দল
মন-কাণ কৰিয়া শীতল
সুমধুৰ সঙ্গীত কৰিছে॥

এইৰূপে অলপ ক্ষণ আছে,
পৰিল 'পৰ্দা' সন্ধ্যা আছে
লুকালে আপোন কলেৱৰ।
আপোনাৰ পাল উপস্থিত,
দেখি নিশা হই পুলকিত
সমাগতা আকৃতি গম্ভীৰ॥

আসাম বন্ধু : ২য় খণ্ড, ৩য়-৪ৰ্থ সংখ্যা, চ'ত-বহাগ
(১৮০৭-৮ শক, ইং ১৮৮৬ চন)

---

## প্ৰিয়তম

(১)

গোলাপ ফুলৰ বেণুৰে বোলোৱা
মুখনি তোমাৰ গাল,
নীলাকাশ যেন নিৰ্ম্মল দুচকু
মোৰ লাগে বৰ ভাল।

(২)

শিৰীষ পাত সৰি পৰি গল
আহতৰ ওলাল কুঁহি,
দুখ-বং মোৰ একো নাই তাত
তোমাৰ অনন্ত হাঁহি।

(৩)

ধৱমৰ পতাকা লই ফুৰাবোৰে
লভক যি কৰে যাশ,
তোমাৰ অৰুণ চৰণ তলত
মোক দিয়া মাথোঁ বাস ।

(৪)

নই বই যায় কুল কুল গাই
অনন্ত জলধিমুখে,
পাৰতে বহি মোক তোমাৰ ৰাগিণী
গান দিয়া মহাসুখে ।

(৫)

অনেক কৰিছোঁ অনেক লভিছোঁ
হৰিষ-বিষাদ নাই,
হিচাপ-কিতাপ নেৰাখোঁ হাতত
দিয়া কাষৰত ঠাই ।

বাঁহী : ৭ম বছৰ ১১ শ সংখ্যা ( আহিন, ১৮৩৮ শক )

---

## জাৰ

(১)

যদি— প্ৰেমৰ নিজৰা হিয়াত শুকাল
বান্ধৰৰ বান্ধোন গ'ল,
প্ৰিয় প্ৰেমিকৰ, বুকুৰ কন্দৰ
আৰুনো কি বাকী বল ?

(২)

ফটিকৰ পানীৰ বদৰ নৈখনি
নবলে ধুৱাই ভৰি,
ওলোমাই ভৰিটি কি কৰে পৰ্ব্বতে
প্ৰাণটি যে গ'ল উৰি !

(৩)

বন্দুলীৰ পাহিটি বঁহীয়া পৰিল
শেৱালিৰ উড়িল গন্ধ,
কি সুখ খাবলৈ বসন্ত থাকিব
বসন্ত কিয় সি মিছাতে বন্ধ ?

---

## কবিতা

গা ধুই উঠি, চোৱা, প্ৰিয়তমালই
জেতুকী হাতেৰে টানি—
দীঘল চুলিকোছা চুচি নি শুকাইছে
আগেদি পৰিছে পানী ।

কৱিৰ চকুযুৰি কৰিবেই নিচিনা
কল্পনা-খঞ্জৰীৰ ফোট,
পিন্ধি, সোমাই গৈ কুগ্ৰাক্ষৰ জলা
পালেগৈ সপোন-কোঠ ।

উলটি নাহিল বাতৰিটি লই
কিনো বিপৰীত হায়,
চুলিকোছা বুলি ভ্ৰমত পৰিলা
ক'লা মেঘে ওলোলায় ।

জেতুকীতলুৱা ক'তনো দেখিলা ?
বিজুলী চিকমিকায়,
কোনে ভুৱা দিলে পানী পৰা দেখা ?
মুকুতা বৰষি যায় ।

---

## বসন্ত

(১)

মালতী ফুলিল, সেউতী উঠিল,
কেতেকী গামুৰি দিলে ;
সুৰ্বায়া কুলিয়ে গঙ্গ কঁপাই গাই
বননিৰ বাতৰি দিলে ।

(২)

বকুলে সিঁচিলে তৰা একোকণি
মঁদাৰে খেলিলে ফাঁকু,
যুতি ফুলজুপি নিশাহ এৰিলে
পদুমে মেলিলে চকু ।

(৩)

থুৰিত কৰবীৰে সাঁচিলে মৌটুপি,
ভুমিয়ে মেলিলে চঁপা,
চৰাই হালধীয়া মৌ-মতলীয়া
উলটি কৰিলে কৃপা ।

বাঁহী : ৭ম বছৰ, ২২২ সংখ্যা (১৮৩৮ শক)

---

# পদুম পাতৰ পানী

## প্ৰথম আখ্যা

পদমৰ পাততে মুকুতা গুটিদেক
তিৰবিৰ কৰিছে জ্বলি ,
কাৰেনো মুকুতা, কোনে কৈ দিব
কোনেনো এৰি থৈ গলি ?

দেৱৰে জীয়ৰী, ৰূপৰে পোহাৰী
আহি ধুইছিল গা ,
ডিঙিৰ মালাধাৰি সোলোকাই স্নানিলে
পাহৰি পেলাই গল বা ?

## দ্বিতীয় আখ্যা

মলিয়ন হাতেৰে নুছুবি মণিবোৰ,
মাটিৰ মানুহ যে তই।
দেওকন্যাটিয়ে সুঁৱৰি নিবহি,
বহি ৰখি থাকোঁ মই।

তুলা যেন কোমল ঐ ! দেৱৰে জীয়ৰী,
ধল যেন ডিঙিটি বগা,
মুকুতা মালাৰে মণিধাৰি নাই
আপচু হৈ আছে কিবা !'

## তৃতীয় আখ্যা

সোণৰ জখলাৰে নামি আহঁা আইটী।
পিন্ধি সাজে হালধীয়া,
পদুম আঁহেৰে সি মণিকেইটি
উলটি স্বৰ্গলৈ যোৱা।

চুলচুল্ চকুৰে মণি শোকে কৰে—
শুকুলা ডিঙিটি কত ?
নামি আহঁা আইটী। বুটলি লোৱাহি
দীপ্‌লিপ্‌ মণিটিহঁত।

## চতুৰ্থ আখ্যা

কিনো মোৰ কপাল ঐ ! কাত্তি হল পাতটি,
মণি গল পানীতে মিলি,
ইমান চেনেহিলোঁ, ইমানকৈ ৰাখিলোঁ,
হায় ! মণি ৰলৈনো গলি ?

## পঞ্চম আখ্যা

কেতেকী চৰায়ে উৰি কয়ে গল—
হেৰা লক্ষ্মীনাথ শুনা,
তুমিও এইদৰে ৱৃদ্ধ-সাগৰত
মিলিবা অনেক দিনা।

বাহী : ৭ম বছৰ, ৯ম সংখ্যা (১৮৩৮ শক, শাওন)

---

## বিশৃঙ্খল

আউল চুলি দুডালি তোমাৰ
নিছিগা কবিতা-ৰস ধাৰ।
ফণিৰা অযুত চুলিবোৰে
নিয়মত পৰি প্ৰাণ এৰে।

শৃঙ্খলিত দাঁতৰ শাৰীত
এটি দাঁত শৃঙ্খলৰহিত।
সৌন্দৰ্য্যৰ বীণাখনি মোৰ
বজায় সি অনন্য মধুৰ।

কাপোৰত ভাঁজ পৰি আছে
আঁচলত দহি পহি নাচে,
ভাললাগে মোৰ।
টোহীন সাগৰে নোমোহে,
মোহে টো নতুৱা ৰতাহে।

ব্যৱস্থিত হাঁহি মিচিকিয়া
বুড দিয়ে শুকান যে হিয়া।
ভেটা ভঙা হাহিৰহে শুনি
অন্তৰৰ পাঞ্চজন্য ধ্বনি।

শৃঙ্খলতাবদ্ধ স্বাধীনতা,
প্ৰাণহীন পৰ অধীনতা।

বাঁহী : ৮ম বছৰ ১১শ সংখ্যা (১৮৩৯ শক)

---

## বৰ আৰু জৰ্

(১)

দুবৰি বনৰ পাতৰ আগত
নিয়ৰে মুকুতা আঁৰে,
ওখৰ মলয়াই মৰমৰ হাতেৰে
চোতালৰ ধূলিটি সাৰে।

(২)

বোকাৰ পদুমত পাহিটি জিলিকে
আকাশৰ হাঁহিটি পৰি,
কেতেকীৰ সোণালী বেণুটি উৰিল
চেনেহৰ চুমাটি ভৰি।

(৩)

পৰ্ব্বতৰ টিঙৰে অকণি নিজৰা
নামি ভুঁইৰ বুকুলৈ গল,
চেনেহৰ হাতেৰে ভুঁয়ে সাৱটিলে
ৰঙতে বন্দী হৈ ৰল।

(৪)

দুবৰি বনতকৈ সৰু তই লক্ষ্মীনাথ।
ধূলিৰো তলৰে ধূলি,
তোকো নেপাহৰে প্ৰিয়তকৈ প্ৰিয়ই তোৰ
আদৰি লবহি তুলি।

বাঁহী : ৭ম বছৰ, ৮ সংখ্যা (আষাৰ, ১৮৩৮ শক)

---

## বিৰহ

(গীত)

প্ৰাণনাথ হে। বিৰহ কাতৰ হলোঁ।
দীঘল দিনটো, ৰাতিটো গোৱালোঁ,
আজিও লগ নাপালোঁ॥

নপচাৰোঁ চকু, নীৰৱ এই বুকু,
সঁহাৰি পাৰৰ মনে,
কুলা ফুলকেইটি অলৰ অচৰ,
নিজৰ হৃদি-কাননে।

নিচুক ৰাগিণী, স্তম্ভিত নাচোন,
প্ৰেমৰ প্ৰবাহ থিৰ,
মলয়া বতাহ হিয়াত থমকিল
সৌতহীন তেজ—শিৰ।

নিৰাশাত ফুল সেৰেলিব খোজে,
পাহিটি খহিব ধৰে;
চকুৰ পানীৰে জীয়াই ৰাখিছোঁ,
নতু এতিয়াই মৰে।

কন্দুৱাই মোৰ কি সুখ পাইছা,
চকুলো সম্বল নাই,
অশোকজুপিয়েও শোকত কান্দিছে,
পদুমো পৰিছে ভুঁয়।

নিঠুৰতা নিজ লাজত সঙ্কোচ,
জোনে ওন্দোলাইছে মুখ,
যন্ত্ৰণাত প্ৰাণ ছট্‌ফট নাথ!
আৰু মোক নিদিবা দুখ।

কঠিন সংসাৰ নোৱাৰোঁ যুঁজিব,
হৃদয় ক্ষত-বিক্ষত,
দুৰ্দ্দান্ত বিষয়-বাসনা মায়াবী,
হাঁহিছে হাঁহি বিকট।

হিয়াৰ ফলিত নামটি তোমাৰ,
আঁকিছোঁ যতন কৰি,
তাকে মচিবলৈ যখিনী প্ৰেতিনী
ফুৰিছে লখিচাপৰি।

নোৱাৰোঁ মচিব, মৰিও ৰাখিম,
মধুৰ তোমাৰ নাম,
আহাঁ প্ৰাণস্বামী! চোৱাঁ উজ্বলিছে,
হেৰা মোৰ প্ৰাণৰাম!

শৰত কালৰ পূৰ্ণিমাৰ ৰাতি,
হৃদয় বৃন্দাবন,
ফুলশয্যা পাতি বাট চাই আছোঁ
আহাঁ মোৰ প্ৰাণধন!

বাঁহী: ৬ষ্ঠ বছৰ, ১২শ সংখ্যা, (কাতি ১৮৩৭)

---

## কৰ্ম্ম

কৰ্ম্মৰ জনম আনা তোমাৰ জগতে
তাৰে সৈতে এৰাএৰি নাই,
তোমাৰ হাততে আছে কৰম-সঁজুলি
মন মাগোঁ কৰিবৰ উপায়।

বাঁহী: ৩য় বছৰ, ৭ম সংখ্যা

## আত্মবোধ

আপোনাৰ মোল নুবুজি মানুহ
মৰিব লাগিছে যত ।
মাউৰ মড়কত পৰি পৃথিৱীত
নাই মৰা জানা তত ॥

বাঁহী : ৩য় বছৰ, ১১শ সংখ্যা

---

## বৰদৈচিলা

(অসমীয়া বনঘোষাৰ সুৰ)

(১)

পাটকাই পৰ্ব্বততে হোলোং গছ এডালি
ওপৰতে এটি ডাল ।
বৰদৈচিলাৰ মাকে বাহটি সাজিলে
পাৰিলে কণীটি ভাল ।

বছেৰেক উমনিত জগিল পোৱালিটি
বৰদৈচিলা থলে নাম,
গজিল কাড়পাখি মাকে এৰি গল
মোমাইৰে ঘৰত সকাম ।

মাকৰ পাছে পাছে বৰদৈ উৰি গল
পৰ্ব্বত-ভৈয়ামে জুৰি,
মোমাইৰ ঘৰত বিহু খাব বৰদৈয়ে,
আৰু গি পেলিব কড়ি ।

উছাহত বৰদৈয়ে ওখ গছ ভাঙিলে
উৰালে বৰঘৰৰ মুধ,
নাহৰৰ ফুলবোৰ সিচৰতি কৰিলে
পানীৰে কৰিলে যুধ ।

(২)

ঘাগৈ বিহুৱা চিলাবৰদৈয়া
খাগৈ মাৰৰ ঘৰত চিৰা,
উভতি আহোঁতে দৈ-পইতা দিম,
বহুৱাম পাৰি বৰপীৰা ।

বালিতে বৰকাছৰ কণী ছয় অৰা
ছমাহ পৰি তাতে আছে,
বৰদৈচিলা অহা বাতৰিটি পাই
ফুটি পানীত পৰি নাচে ।

বালিৰ বৰগৰা খহাইছে বৰদৈয়া
উৰাই দে মঁদাৰৰ ফুল,
সাউদে বৰনাওখন বাই যায় বঠাৰে
লুইতৰ বুকুত টুলবুল ।

বৰদৈচিলা হেৰ ! নুবুৰা নাওখনি,
সাউদে কৰিছে স্তুতি,
পাল তৰি দিছে ছমাহৰ বাটটি
কৰি দে তই হেৰ চুটি ।

বাঁহী : প্ৰথম বছৰ, (১৮৫৪ শক,)

---

## মৰ্ম্মবাণী

(১)

ধৰমৰ নামত কত অধৰম,
পুণ্যৰ নামত পাপ,
সঁচাৰ নামত কত মিছা কথা,
দেখি মোৰ লাগিছে তাপ ।

(২)

প্ৰেম-ঢাকোনেৰে বিশ্বাসঘাটকতা,
সোৱাদৰ আঁৰেৰে তিতা,
কতনো দেখিম ! কতনো শুনিম ?
নোৱাৰোঁ সহিব, মিতা !

(৩)

মিতাতকৈও মিতা ! বিশ্বাসৰ বন্ধু !
তুমি আছা, মই আছোঁ ?
তোমাতে সঁপিলোঁ সকলো বিশ্বাস,
গোটেই জীৱন দিছোঁ ।

(৪)

ভুমিৰ ফুলটি মউটুপি লৈ
তোমালৈ ফাললৈ চায়,
স্বাৰ্থত অন্ধলা গোটেই সংসাৰে
গচকি চলিছে হায় ।

(৫)

মোন হওক দেহা, আত্মা অক্ষত
উঠিছে তোমাৰ ফালে,
তোমাৰ শীতল হাত বুলনিত
শঁতাব অনন্ত কালে ।

বাঁহী : ৭ম বছৰ, ১০ম সংখ্যা

---

## ধূলি

(১)

তুমিৰ তলুৱাত ধূলি লাগিছিল
জোকাৰি পেলালা কিয় ;
তুমি পেলাই গলা, বুটলি ললোঁ মই
আদৰত গি হল পিয় ।

(২)

জীৱনৰ কাহিনী কেউটিয়ে কলে
টুপিকৈ চকুলো টুকি ;
দুখতে কান্দিলো, শোকতে হাঁহিলোঁ,—
জীৱনটো কি এটা ফাঁকি !

(৩)

এটি ধূলিকণা ভৰত ৰজা হেনো,
এটিৰ নাম মান্ধাতা ৰজা,
এটিয়ে কলে—তেওঁ নহুষৰ কৌৰৱ,
এটি যযাতিৰ প্ৰজা ।

বিক্ৰম-আদিত্যৰ এটি নৱৰত্ন
কালিদাস বাণীৰ পো,
পুলহ পুলস্ত্য আন এটি ধূলি
এটি চন্দ্ৰগুপ্তৰ সোঁ ।

জগৎ শেঠ নামে ধনী এটি ধূলি,
ভিকহ ৰুস্তম এটি,
মেজৰ জেনেৰেল' 'মংটকাম' আন এটি
শোভাচিং চিপাহী সিটি ।

(৪)

এটি ধূলিকণা আঁতৰি ফুৰিছে,
নকয় নিজৰ কথা ;
বোৱা' বুলি মই সাদৰি মাতিলোঁ
ৰৰকৈ কৰিলোঁ বেথা ।

'ৰৰাহী জাতৰে নাম ৰঙামুৰা
দেউতাৰ ককাকৰ কাঁড়ী ;
জাতিস্মৰ মই, মনত আছে জাত
যদিও হৈছোঁ ধূলি ।

পুলহ, পুলস্ত্য, ৰজা যযাতিৰে
যদিও একত্ৰে থকা,
তথাপি হঠাৎ দেউতাক চুবলৈ
মনত আহিল শঙ্কা ।

ধূলিৰে দেউতা পুনৰপি আহি
যেতিয়া হবহি ধূলি,
বামুণ পুলস্ত্য, ক্ষত্ৰিয় যযাতি
সৈতে লম আঁকোৱালি ।

দেউতাও ধূলি, মান্ধাতাও ধূলি
ধূলি ৰঙামুৰা মই ,
নেজানে দেউতাই, জানে ৰঙামুৰাই
এইফেৰি মনত ভয় ।

বাঁহী : ৭ম বছৰ, ৭ম সংখ্যা (জেঠ, ১৮৩৮ শক)

---

## বিহুৱান

কোন সৰগৰে বিহুৱা কৌৰৱ ঐ !
কোন সিপুৰীৰে ৰজা
কোনে আও ঢালিলে কোনে নমাই দিলে
আদৰি আনিলে প্ৰজা ?

কিনো খেতৰ সাইজে, জানানো কৌৰৱ ঐ !
কিনো খেতৰ সাইজে জানা ?
পখিলাৰ পাখিটিত বন্দুলিৰ পাগিটিৰ
ধুনীয়া ৰহণবোৰ সানা !

মৰুৱা মধাইৰে ফুলালা নাহৰী
ধুতুৰাক নেলালা খুৰি,
ঢেপাই তিতাৰ দিলা কপালত তিলকটি
ভোমোৰাক ফুৱালা উৰি ।

তোমাৰ মনৰ গতে উপৱন মলয়া
লুইতৰ সুঁতিৰে বলে,
তোমাৰ কথাতে পদুমে বেলিটিক
মনৰে কথাটি ক'লে ।

আহঁ। মোৰ কৌৰৱ ঐ! বহ। মোৰ কৌৰৱ ঐ !
থইছোঁ বৰপীৰা পাৰি,
সান্দহ চিৰা-পিঠা তিলৰ লাৰু খোৱা
সোণকালে নাযাবা এৰি ।

ৰূপৰে বটাতে          থুৰিয়া তামোলে
ফুলাম পাটা থৈছে গুৱা,
বিহুদিনাখন          দৈ-পইতা খাই
বিচনীৰ বা লৈ যাবা।

---

## চেনেহৰ চেনেহীলৈ

(বনঘোষাৰ সুৰ)

গধূলিৰ মলয়া!          উৰি যা, উৰি যা,
বাটত নিজিৰাবি তই,
দূৰণি-বাটতে          চকুলো টুকিছে
চেনেহী বিয়াকুল হই।
দুফাকি কৰিতা          এফাকি সমিধান
এটুপি চকুৰে লো,
লই যা মলয়া!          মোৰে মূৰ খাব
ভগা বুকুখনি হোঁ।
দখিণৰ মলয়া          পূৰে বলি যা
এফেৰি মৰমে লৈ—
চেনেহীৰ বুকুতে          সানিবি কুটুম ঐ।
গালতে মুখনি থৈ।
কবি মোৰ চেনেহীক          আধেবেথে কবি
দূৰণিৰ চেনেহৰ কথা—
'সমান বেজাৰতে          তোমাৰো চেনেহে
অতিকৈ পাইছে ব্যথা।'
তপত হুমুনিয়া          চেঁচাকৈ নিনিবি
তপতে তপতে দিবি,
আকৌ তেনেকৈ          চেনেহী চেনেহকণ
চেনেহলৈ লৈ আহিবি।
পোলোগুা গছুৰে          নিযোৰ কপৌ হেৰ
উৰি যা গধূলি হল,
ক'তনো এদি আহি          বুকুৰে বান্ধে তোৰ
'কুৰু'কৈ কৰিছ বোল?
যা উৰা মাৰি          পূৰব পৰ্ব্বতলৈ
টিঙতে বকুল এজুপি,
তলতে পঁজাটিত          চেনেহী কান্দিছে
মাৰি তই কাষৰে চাপি।

কবি মোৰ বাতৰি,          পাৰি মোৰ বাতৰি,
দুখুনী দুখুনীক টানে,
তই হেৰুওৱা          দুখুনী পখীটিৰ
নিশ্চয় তেওঁ বাতৰি জানে।
বালিতে ফুৰিছে          চৰাই বালিমাহী
বেলি গলে বাহলৈ যা।
অকলশৰে মোৰ          চেনেহীক হেৰুৱাই
বেজাৰত পুৰিছে গা।
হেঙুলী বেলি ঐ!          মাৰ যা, মাৰ যা,
চাপলি পূৰলৈ মেলা,
চেনেহীক কই মোৰ          দুখৰে বাতৰি
আহিবি আবেলি বেলা।
গধূলিগোপাল তই          কিনো মনে কৰি
হিয়া উদঙাই আছ,
মৰমৰ জীৱটি          কেতিয়া পাবহি
তাকে ভাবি-গুণি নাচ!
চেনেহী সোণ মোৰ          এনেকৈয়ে আছে
আশাতে ফুলিছে হিয়া,
আশা আঁতৰৰ          নিৰাশা চাপিব
হাঁহি হব নাইকিয়া।
ঝিলী ঐ! মাতিছ          কিনো ঝিনাইঙ্
দুখৰে কান্দোনহে হাঁট,
কান্দ একেৰাহে          হিয়া মোৰ ভেদক
দুখতে আহক ঘুমটি।
চেনেহীৰ কাষলৈ          যাবি তাৰ পিছতে
কান্দিৰ এনে বিণাই,
দুখুনী পোনাটিৰ          চকু দুটি ধৰি
আলফুলকৈ দিবি মুদাই।
দুৰণিৰ আতমা          ওচৰে চাপিব
দূৰৈৰে দূৰণি মাৰ,
চেনেহৰ চেনেহীয়ে          একেখন ৰথতে
গোসাঁইৰ থান ৰঙেৰে পাব।

বাঁহী: ৭ম বছৰ, ৬ষ্ঠ সংখ্যা (বহাগ, ১৮৩৮ শক)

---

## কৃষ্ণৰ নিদ্ৰাভংগ

যশোদা । উঠ, উঠ গোপাল হেৰ ! ৰাতিপুৱাই গল,
ৰঙা বেলি ৰঙা পৰি দুপৰ হ'বৰ হ'ল ।
মাতি মাতি দাম, সুদামে হাবাশাস্তি হৈ
খং কৰি গুচি গ'ল গাই মেলি লৈ ।
ক্ষীৰ-লৰণু বহীয়া পৰি চেৰেপাৰ বাহ হল,
পিঠা-পনা মোহনভোগ চেঁচা পৰি গল ।
গোহালি অঁতাই নন্দ পিতাৰে খৰি ফালে শুন,
গ্ৰামৰ বোৱাৰী দধি মথে গাই হৰি-গুণ ।
থাকিব নোৱাৰোঁ লোহোৱাৰ গাখীৰ উতলি পৰি যায়,
কিমাননো পাটীত পৰি থাক ? উঠ মোৰ সোণাই ॥

কৃষ্ণ । নুঠো, নুঠো, নুঠো বোলোঁ, যা গুচি আই !
তিনি দিন নুঠো মই একোকে নাখাই ।
কৰ্কথা বা পইতা এগাল পুৱাই উঠি খাওঁ,
পেটে-কঙ্কালে লাগি দিনটো গৰু মই চৰাওঁ ।
নাকে-মুখে ধূলি ভৰি গধূলি উভতি আহোঁ,
হাতৰ এচাৰি নৌ খওঁতেই পুথি লৈ বহোঁ ।
বাবেমতৰা নোৱাৰিলে দেউৰ লাগে খোপ,
ভাগবত টোপনি আহে দেখি দিনৌ খাওঁ কোব ।
বেকেৰা চুলিত জট বান্ধে তেল এটোপাও নাই,
মৰাৰ পাখি এটা গুজি গা সাৰ আই ।
হালধীয়া চুৰিয়াডোখৰ তেলচিকটিৰে ভৰা,
ৰ'দ-বতাহত চা, মোৰ গা গোটেই টাটৰি পৰা ।
কেৰু এটাও কাণত নাই, লাতুমণি পিন্ধো,
ডিঙি হাতত একো নাই বনৰ ফুল বান্ধো ।
বগৰি ডেঙে তলুৰা বিন্ধি থকাসৰকা কৰে,
তথাপি এযোৰ পাদুকা খুজিলে পিতাইৰ মাত হৰে ।
নুঠো, নুঠো কেতিয়াও নুঠো, থাকিম চেপেটা লাগি,
টনা-আজোৰা কৰিলে তোৰ গোপাল যাব ভাগি ।

যশোদা । সোণাই মোৰ ! কৃষ্ণ তোৰ এনেখন হে কথা,
টান মাত মাতি কিয় মাৰক দিয় ব্যথা ?
নাখাই-নবই জপি তোক কৰিলোঁ ডাঙৰ,
নুগুচিলোঁ তেও দেখোঁ মই তোৰ পৰ ।
অ' গোপাল ! অ' কৃষ্ণ ! কিয় দিয় শোক ?
উঠ মইনা ! উঠ সোণাই ! তোৰ লাগিছে ভোক ।
নাপাতিবি ৰোহ তই যাদু নকৰিবি ক্ৰোধ ।
নন্দ যশোদাক কৰিবি বোপাই ! পিতৃ-মাতৃ বোধ ॥

বাঁহী : ২য় বছৰ, ৬ষ্ঠ সংখ্যা

## বাঁহী

( বেহাগ—আড়াখেমটা )

সখি কোনেনো বজায় ?
সন্ধিয়াৰ বায়ুত শুনা
সেই সুৰ উটি যায়।

যমুনাৰ কুলু গান
আকুল কৰিছে প্ৰাণ,
নূপুৰৰ ৰুণু-জুনু
শুনা তাতে মিলি যায় ॥

ভোমোৰাৰ গোঁজৰ জানো
বাঁহীৰ মাজে ওলাইছে,
কুলিৰ পঞ্চম কু-উ
কিবা তাতে মিলিছে।

বনমালাৰ গোন্ধ-মধু
আকাশত হাঁহে বিধু
আদৰি বন্ধুক আনা
মিছাতে সময় যায়।
সখি কোনেনো বজায় ?

বাঁহী : ২য় বছৰ, ১ম সংখ্যা (১৮৩২ শক)

---

## বলে নোৱাৰা সুদৰ্শন

সুদৰ্শনে মোক হকুৱালে। মই আক তেওঁক বলে নোৱাৰিলোঁ। আজি তেওঁ আকৌ এই কবিতাটো লেখি আনি মোৰ ওচৰত উপস্থিত।—কৃপাবৰ

(১)

পুবৰে ব'দতে চিকমিক কৰিছে
লুইতৰ পানিসে নালি।
আকাশত উদিছে তেনে চিকেমিকাই
বগলীজাকৰে নালি ॥

পাৰতে কঁহুৱাৰ ফুলে চিকেমিকায়,
পানীতে ফটিকৰ জোল।
মালতীৰ হাঁহিতে দাঁতে চিকেমিকায়,
দেখোঁতেই আমোলমোল ॥

(২)

লুইতৰ কুঁৱৰী নহয় ঐ মালতী,
নহয় তেওঁ ফুলৰে ৰাণী
আকাশী পোহৰৰ নহয় তেওঁ প্ৰতিমা
নহয় তেওঁ বীণসে ৰাণী ॥

পৰ্ব্বতৰ জীয়ৰী সুন্দৰী গৌৰীৰ
গাঁচত মোৰ মালতী নাই।
নুতত্তা ফুলটিৰ নুফুলা কলিটিৰ
মালতীত তুলনা পায় ॥

(৩)

ভাবৰে প্ৰতিমা ভাবতে বাঢ়িছে,
ভাবৰে বেহানি কৰে।
বুকুৰে ভিতৰত চেনেহৰ গফুৰাত
মালতীৰ চেনেহকণ চৰে ॥

চাম মই মালতীক ওবে জীৱন জুৰি,
থম মোৰ বুকুতে বান্ধি।
মালতীৰ হাঁহিতে হাঁহিটি মিলাম মই,
থাকিম কান্দোনতে কান্দি ॥

চেনেহী মালতীৰ কোলাত থৈ মূৰটি,
মুদিম দুই চকুৰে পতা।
নিঠুৰ এই জগতৰ মেলানি মাগি লম
চুকাব সকলো কথা ॥

---

## সাগৰ-সংগীত

(পুৰীৰ সাগৰৰ পাৰত বহি দেওবাৰে দুপৰীয়া ১২ বাজিবলৈ ১৩ মিনিট থাকোঁতে ৰৰৰৰুৱাই ৰচনা কৰে।)

কিমাননো গোজৰা, কিমাননো গুমৰা,
হেবা বৰুণৰ বেটা!
দেওপাৰনি, উখলনি, যেন
বায়নৰ ধেমালিৰ সেটা।

ফোচ্‌ফোচনি, হুৰহুৰণি,
গিৰ্‌গিৰনি গাজনি.
ফোপাউৰি, দেদাউৰি,
শেহত তেলত খাৰণি।

ডাঙৰ কোন বগা বোঁৱাত
উঠে নানা চোচা,
পানত বহি ঘূৰ্ণো নাই
এই ভাবুকি মিছা।

তলা আছে অনল-ভাতি
সিন্ধু হাতনিকাৰ,
মাঠি-হেজাৰ সগৰ—বেটাৰ
কোন মাঠি হেজাৰ।

ডবল কোবৰ ডবল চপৰা,
সাগৰ বাপুৰী,
অগস্তিয়ে শুকাই খলে,
সোহা এটা মাৰি।

ঢেৰ দেখিছোঁ, ঢেৰ শুনিছো,
সমুদ্ৰ অনন্ত,
একে জাপেই পাৰ হল
ডাঙৰ হনুমন্ত।

ৰত্নাকৰ। পেটা। হল,
পেটেই বাঁক খালে,
নতু, হনুমন্তক কাহা—
গিলেই হকৰালে।

বাস্যৰ লোণৰণ পোত সুমাই
[illegible] পেট,
তৎ লেপাই উদা ছে
(যেন) বেলগাপৰ ফেট।

অজীৰ্ণ হোলি শামুকৰ খোলা
পাতে চিঁয়াকি পৰে
গাঁত খানি বেকোৰোৰে
লাগিলিবি মৰে।

এনে তুমি সমুদ্ৰ কৰাই।
শা-নিকাৰ নাতি,
দেশৰ বিজ-ধৰ বজা
তোমাক খলে পাতি।

নৈ-ৰবঘুণৰ মিঠা পানী
তোমাত পৰি তিতা,
বজা হলেও অসৎ সঙ্গ,
হে সিন্ধুৰাম মিতা!

মনাহকত ইমান ঠাই
তুমি আছা কিয?
পৃথিৱীখনৰ দুভাগ গিলিছা
এভাগত মানুহ কিয

তফাৎ যোৱা, শুকাই যোৱা,
ঠাই এৰি দিয়া,
অগস্তি গোএৰ কৃপাবৰে
হুকুম দিয়ে তোৰা।

নতু, অমৃতা-ঠাৰিৰ নালেৰে
সোহা মাৰি খম
পলস্থৰা মাটি উলিয়াই
শালিধান ৰম।

ঢেৰ দেখিছোঁ, ঢেৰ শুনিছো,
হে সিন্ধুৰাম কাই
ফোচ্‌ফোচনি হুৰহুৰণি
তোমাৰ অন্ত নাই।

ঢোবাসাপৰ, পুৰ মেঘৰ,
ছাগলী যুজৰ ঠুন,
কৰম কলোৱা বাপুৰ শ্ৰাদ্ধৰ
গাখীৰ-চাউলৰ ধুম।

বন্ধ্‌ কৰাঁ, শান্ত দিয়াঁ,
ৰোৱাঁ, দিছোঁ-হাক—
কিৰিপ-আবৰ ৰত্নাকৰৰ
নকচাবা তুমি নাক।

ৰত্নাকৰা লঙ্কা নাব,
নাটি এৰি দিয়া
মন্দোদৰীয়ে চিঠি লেখি
তেওঁৰে পাতিছে বিয়া।

ৰাৱণ মৰাৰ অত দিন
পাট পৰি আছে
'নিকা' কৰি ৰত্নাকৰক
বজা পাতো কৈছে।

যাওক সিয়ৰ তোমাক নকওঁ
কাজৰ কথা এয়া,
মহাসাগৰ মহাচহৰ
গপ এৰি দিয়া।

নন্দী-ভৃঙ্গী পিয়ন শিৱদাক
যি কৰা কৰ।
স্বয়ং কৃপা ৰত্নাকৰক
ভাবুকি নামাৰা।

ইতি। স্থিতি।
কৃপাবৰ। কবিবৰ।

বাঁহী : ৫ম বছৰ, ২য় সংখ্যা (১৮৩৫ শক)

### দুৰ্য্যোধনে অশ্বত্থামাক

কুৰু-পাণ্ডৱৰ মহাযুদ্ধত উভয় পক্ষৰ বীৰসকল ধৰাশয়ন কৰাৰ পিছত, ভীমে পূৰ্ব্বৰ প্ৰতিজ্ঞা অনুসৰি, গদাৰে কোবাই দুৰ্য্যোধনৰ উৰু ভাঙিলত, অশ্বত্থামাই প্ৰভু দুৰ্য্যোধনৰ তুষ্টি-সাধন কৰিবৰ মনেৰে, ৰাতি পাণ্ডুপুত্ৰসকলৰ শিবিৰত সোমাই, দ্ৰৌপদীৰ নিদ্ৰাভিভূত পঞ্চশিশুৰ শিৰশ্চেদন কৰি দুৰ্য্যোধনক আনি দিলে। দুৰ্য্যোধনে সেই কাৰ্য্যত সন্তুষ্ট নহৈ অশ্বত্থামাক এইদৰে কৈছিল :

কি কৰিলি ছিঃ ছিঃ তই ব্ৰাহ্মণকুমাৰ
শিশুবধ পাপ কিয় কৰিলি দুৰ্ব্বাৰ ?
পঞ্চগুটি শিশু শুই আছিল শয্যাত
শিবিৰত পশি নিশা সাধিলি বিঘাত ।।
নিঃসহায় শিশুকিটি সৰগৰ তৰা
আছিল নে উচিত তোৰ সিহঁতক মৰা ।।
নিলাজ শিয়াল-বৃত্তি কিয় আচৰিলি ?
ব্ৰাহ্মণৰ ওখ কুল কিয় কলঙ্কিলি ?
শ্ৰেষ্ঠ বিপ্ৰবংশে তই হলি ধূমকেতু,
শিশুহত্যা মহাপাপ লেপিবৰ হেতু ।।
নিদ্ৰা অভিভূত শিশু অপৰাধশূন্য,
তাক বধি দুৰাচাৰ কি সাধিলি পুণ্য ?
পশুতো অধম তই অবোধ পামৰ,
গুৰু দ্ৰোণ নামত আনিলি খিলিঙ্গাৰ ।।
জন্মিবৰ আগে কিয় নাই গৰ্ভস্ৰাৱ,
কিয় তোক গৰ্ভত ধৰিলে গুৰুমাৰ ?
পাণ্ডৱ-কৌৰৱ বংশ কৰিলি নিৰ্ম্মূল,
ব্ৰহ্ম বন্ধু ! পশু ! তই শ্বাপদ তুল ।।
মদমত্ত ৰাতযোগী, নিৰস্ত্ৰ বিজন,
উন্মত্ত, ৰথহীন, পশয় শৰণ ।।
সাৰথি-শূন্য শত্ৰু অবধ্য নিশ্চয় ।
ধাৰ্ম্মিকৰ ৰীতি এই শাস্ত্ৰত কহয় ।।
তাতোকৈ নিকৃষ্ট কৰ্ম্ম শিশুবধ জান ।
নিদ্ৰিত শিশুৰ কোন সতে ললি প্ৰাণ ?
কৰি হেন অপকৰ্ম্ম নিলাজ পামৰ ।
পঞ্চগুটি মুণ্ড মোক দিছ উপহাৰ ।।
ভাবিছ সন্তোষ মোক দিবি এনে কৰি ।
নষ্ট বুদ্ধি ! ইকি ভ্ৰম ! হায় ! হৰি হৰি ।।
দুৰ্য্যোধন ৰজা ভাব অতি নীচ হল ।
শিয়াল-চোৰৰ কাৰ্য্যে সন্মতি কৰিল ।।
এই অপমানে মোৰ জৰ্জ্জৰ শৰীৰ ।
ভীমৰ গদাৰ কোব ফুলৰ প্ৰহাৰ ।।
দূৰ হ পাষণ্ড ! নাচাপিবি কাষ মোৰ ।
চূণ কালা সানি মুখে সত্বৰে আঁতৰ ।
উঠিব নোৱাৰোঁ মোৰ ভগা উৰু লই,
খেদালোহেঁতেন ই ঠাইৰ পৰাই ।।
যজ্ঞৰ পশুক নিয়ে বান্ধি যেনে কৰি,
অৰ্জ্জুনে লগাই পঘা কাণিক তেনে কৰি ।।
তেহে অন্তৰৰ মোৰ শেল উভালিব ।
তেহে দুৰ্য্যোধন ৰাজা শান্তিত মৰিব ।।

বাঁহী : ১০ম বছৰ : ৩য় সংখ্যা

---

### দ্ৰৌপদীয়ে অৰ্জ্জুনক

অশ্বত্থামাই দ্ৰৌপদীৰ নিৰপৰাধ পঞ্চপুত্ৰক, ৰাতি মনে মনে পাণ্ডৱৰ শিবিৰত সোমাই কটা বাবে, দ্ৰৌপদীয়ে ৰবকৈ কান্দি বিলাপ কৰিবলৈ ধৰিলত, অৰ্জ্জুনে দ্ৰৌপদীক সান্ত্বনা কৰি কলে যে "মই গাণ্ডীবযুক্ত শৰেৰে আততায়ী নিকৃষ্ট ব্ৰাহ্মণ অশ্বত্থামাৰ মস্তক ছিন্ন কৰি শীঘ্ৰে তোমাক আনি দিম। তুমি তাৰ সেই মূৰৰ ওপৰত বহি গা ধুবা ; তেনেহলে তোমাৰ পুত্ৰশোক নিবাৰণ হব।।" এই প্ৰতিজ্ঞা অনুসৰি, অৰ্জ্জুনে অশ্বত্থামাক বলি দিবলৈ অনা পশুৰ নিচিনাকৈ জৰীৰে বান্ধি আনি দ্ৰৌপদীৰ আগত পেলাই দিলত, লাজত অৱনত-মস্তক অশ্বত্থামাক তেনেকৈ বান্ধি আনি আগত দিয়া দেখি দ্ৰৌপদীয়ে ব্যথিত হৈ অৰ্জ্জুনক এই কথা কৈছিল :

কৰযোৰে মাতোঁ নাথ ! আক দিয়া এৰি ।
লাজ অপমানত আপুনি গৈছে মৰি ।।
মোৰ বান্ধ, দিয়া মুক্তি এই ব্ৰাহ্মণক ।
গুৰুপুত্ৰ গুৰু এওঁ জানা শিষ্টা বাক ।।
দ্ৰোণ গুৰু তোমাক শিকালে ধনুৰ্ব্বেদ ।
বাণত্যাগ, সংহাৰৰ কৌশল প্ৰত্যেক ।।
গূঢ় মন্ত্ৰ তোমাৰ কাণত তেওঁ দিলে ।
দক্ষিণা গুৰুক দিয়া, পুত্ৰক ক্ষমিলে ।।
বিৰাজিছে দ্ৰোণ গুৰু সাক্ষাতে পুত্ৰত ।
শৰীৰাৰ্দ্ধ ধৰ্ম্মপত্নী কৃপীও জীৱিত ।।

সাধ্বী পত্নী, হোৱা নাই স্বামী সয়ন্তৰী।
পুত্ৰৰ শোকত সতী সত্যে যাব মৰি ॥

মোৰ দৰে তেওঁ নকৰোক অশ্ৰুত্যাগ।
গৌতমৰ-নন্দিনী যেন নেপায় এনে ভাগ ॥

ক্ৰোধ সম্বৰণ ক্ষত্ৰিয়ৰ উদাৰতা।
ব্ৰাহ্মণৰ অপমান নকৰে সৰ্ব্বথা ॥

পুত্ৰশোক-অগনিত পোৰেঁ। কৰ্ম্মফলে।
আনক পোৰাওঁ কিয় ? পুৰিব অকলে ॥

ঈশ্বৰৰ ইচ্ছাত সকলো জীৱে মৰে।
সুখ-দুখ পায় প্ৰাণী জানা সংসাৰে ॥

নিমিত্ত মাথোন দ্ৰৌণী, বিভু সংহাৰক।
এৰি দিয়া ঘৰে যাওক, বিপ্ৰৰ পুত্ৰক ॥

শোকানলে বিদগ্ধ গুৰু পত্নী মোৰ।
পুত্ৰক বুকুত বান্ধি এৰাওক শোক ঘোৰ ॥

মোৰ ভাগ্যে তেওঁক যেন লগ নলওক।
চৰণত ধৰেঁ। নাথ! কথা ৰাখিয়োক ॥

বাঁহী: ১০ম বছৰ, ৩য় সংখ্যা।

বায়স সমান অকৃতজ্ঞ ধূৰ্ত্ত শঠ।
উচ্ছিষ্ট ভোজন কৰি হিংসয় মহত ॥

অধৰ্ম্ম ক্ষত্ৰিয় গৃহ-ৰক্ষক বিপ্ৰৰ।
ব্ৰাহ্মণৰ পাত্ৰে ভুঞ্জে স্পৰ্দ্ধিত কুকুৰ ॥

কুপথীৰ শাস্তা কৃষ্ণ নাহি পৃথিবীত।
সেই হেতু এনে গৰ্ব্ব বাঢ়িছে ৰাজাত ॥

সঙ্গীসব দেখা আজি মোৰ তেজৰাশি।
শাপিম ৰজাক ব্ৰহ্মবীৰ্য্যক প্ৰকাশি ॥

কৌশিক নদীৰ জলে কৰি আচমন।
অভিশাপ দিওঁ ৰাজ কুলাঙ্গাৰজন ॥

"কুলৰ মৰ্য্যাদা লংঘি নিৰ্লৰ্জ্জ জম্বুক।
কৰি আছে অতমান যি মোৰ পিতৃক ॥

বিষধৰ মহাসপ তক্ষক প্ৰচণ্ড।
আজি ধৰি সপ্তম দিবস হলে অন্ত ॥

মোৰ আজ্ঞাক্ৰমে দংশি মাৰিবে নিশ্চয়।
অগ্নি-সূৰ্য্য সাক্ষী কৰি শাপ দিলোঁ মই ॥

বাঁহী: ১০ম বছৰ, ৫ম সংখ্যা

---

## পৰীক্ষিতক শৃংগীৰ শাপ

পৰীক্ষিত ৰজাই মৃগয়া কৰোঁতে পিয়াহত কাতৰ হৈ, শমীক নামৰ এজন ঋষিৰ আশ্ৰমলৈ আহি ঋষিক পানী খুজিলে। ঋষি ধ্যানত নিমগ্ন আছিল, সেইদেখি তেওঁ ৰজাৰ আগমন জানিব নোৱাৰি আতিথ্য নকৰিলে। ৰজাই নিজক অপমানিত বিবেচনা কৰি, খং কৰি, ধনুৰ আগেৰে, ওচৰতে পৰি থকা মৰা সাপ এটা ধ্যানস্থ ঋষিৰ ডিঙিত মেৰাই দি গুচি গ'ল। শমীক ঋষিৰ শৃঙ্গী নামেৰে আন লগৰীয়া ল'ৰাবিলাকেৰে সৈতে এই সময়ত এটি তেজস্বী ল'ৰা আছিল। শৃঙ্গীয়ে অলপ দূৰতে খেমালি কৰি আছিল। লগৰীয়া ল'ৰাৰ মুখে বাপেকৰ এই অপমানৰ কথা শুনি শৃঙ্গীয়ে তেতিয়াই খঙত পৰীক্ষিতক এই বুলি শাপ দিলে :—

দেখা দেখা অধৰমী ৰজাৰ গৰব।
প্ৰজাৰক্ষকৰ মহতালি এনে সব ॥

অন্নে পলা ভৃত্যৰ প্ৰভুক অপমান।
দুৱাৰৰখীয়া কুকুৰেৰে নাই ভিন ॥

## শমীকে শৃংগীক

শমীক ঋষিৰ পুতেক শৃঙ্গীয়ে পৰীক্ষিতৰ দ্বাৰাই বাপেকৰ অপমানৰ কথা শুনি পৰীক্ষিতক শাপ দি আশ্ৰমলৈ উভতি আহি, বাপেকৰ ডিঙিত মৰা সাপটো দেখি বৰ বেজাৰ পাই উচ্চস্বৰে কান্দিবলৈ ধৰিলে। শমীকে পুতেকৰ কান্দোন শুনি লাহে লাহে চকু মেলি, প্ৰথমতে নিজৰ ডিঙিত মৰা সাপটো দেখি মাটিত পেলাই দি পুতেকক সুধিলে, "পুত্ৰ! তই কিয় কান্দিছ ? কোনোৱে তোৰ কিবা অপকাৰ কৰিলে নে ? " পুতেকে বাপেকক সকলো বৃত্তান্ত কলত, বাপেকে পুতেকক প্ৰশংসা নকৰি বৰং বিষণ্ণ হৈহে, এই কথা কৈছিল :

(১)

অঙ্গিৰা বংশত জন্ম মহৰ্ষি শমীক,
শান্ত, দান্ত, ব্ৰহ্মমগ্ন, সবাতো অধিক ॥

প্ৰাণ, মন, বুদ্ধি, ইন্দ্ৰিয়কো আকৰ্ষণ,
নিবৃত্তি সুষুপ্তি, স্বপ্ন আৰু জাগৰণ ॥

শ্ৰেষ্ঠপদ কৈবল্যক কৰিছে আশ্ৰয় ।
বিৰত ইন্দ্ৰিয়ক্ৰিয়া, দেখে ব্ৰহ্মময় ॥
বিকীৰণ জটাভাৰ, মৃগচৰ্ম্ম গাত ।
শৰীৰৰ ব্ৰহ্মতেজ জ্বলকে সাক্ষাত ॥
শুনি পুতেকৰ সেই বিলাপ ক্ৰন্দন,
লাহে লাহে নেত্ৰদ্বয় কৰি উন্মীলন ॥
ডিঙিতে দেখিলে মৃত সৰ্প লম্বমান,
নিক্ষেপিলে দূৰে, মনে নাই অভিমান ॥
কান্দিছে পুত্ৰক দেখি, সুধিলে সাদৰি ।
কিয় কান্দা বোপা, মোক কোৱা শীঘ্ৰ কৰি ॥
বালকে পিতৃক অনুপূৰ্ব্বে বিবৰিলে,
নপ্ৰশংসি সন্তানক, বিষাদ কৰিলে ॥
নিজ অপমানত তিলকে দুখ নাই ।
পৰীক্ষিত শাপ শুনি অতি কষ্ট পায় ।

(২)

বুলিলে "হে পুত্ৰ, শুন । অকাৰ্য্য কৰিলি ।
অল্প দোষে ৰজাক প্ৰচণ্ড শাপ দিলি ॥
মহাপাপে লিপ্ত তই হইছ তনয় ।
পৰীক্ষিত ৰজা ই শাপৰ যোগ্য নয় ॥
ক্ষুদ্ৰ দোষে গুৰুদণ্ড দিয়ে যিটো জন ।
অধৰ্ম্মে ছোৱয় তাক নাই নিবাৰণ ॥
পৰিপক্ক বুদ্ধি তোৰ অদ্যাপি নহল ।
পঢ়ালোঁ, শিকালোঁ, সব ৰসাতলে গল ॥
বিষ্ণুতুল্য ৰজা নৰদেৱ নাজান নে ?
সামান্য মনুষ্য জ্ঞান কৈলি কি কাৰণে ?
দোৰ্দ্দণ্ড প্ৰতাপে ৰজা প্ৰজাক পালিছে ।
নিৰ্ভয়ে সুখত প্ৰজা ৰাজ্যত ৰইছে ॥
পিতৃয়ে পুত্ৰক যেনে পালে পৰীক্ষিত ।
ৰাজাৰূপী নাৰায়ণ সাক্ষাৎ বিদিত ॥
ৰাজা নাথাকিলে চৌৰ্য্য বাঢ়িব ৰাজ্যত ।
ৰক্ষক বিহনে প্ৰজা হব বিনাশিত ॥
আজি ধৰি পৰীক্ষিত ৰজা হল নষ্ট ।
দস্যু চোৰে ৰাজ্যখন কৰিব বিনষ্ট ॥
আমি এই অনিষ্টৰ হলোঁ মূল হেতু ।
পাপ স্পৰ্শি হলোঁ আমি অধৰ্ম্মৰ সেতু ॥
পৰস্পৰ হত্যা হব, পৰুষ বচন ।
স্ত্ৰী, পশু, অৰ্থসব কৰিব হৰণ ॥
সদাচাৰ নষ্ট আৰু বৰ্ণ ব্যভিচাৰ ।
অসন্তৰ লেখ বাঢ়ি হব তমোদ্বাৰ ॥
কুকুৰ বান্দৰ প্ৰায় কাম বশ হই ।
বৰ্ণশঙ্কৰৰ সংখ্যা বঢ়াব নিশ্চয় ॥
মহাভাগৱত ৰজা যশস্বী পৰম ।
সন্তৰ পালক, অসন্তৰ যেন যম ॥
অশ্বমেধ যজ্ঞ কৰি আছে তিনি বাৰ ।
পূজ্য পৰীক্ষিত পাত্ৰ নোহে শাপিবৰ ॥
তৃষ্ণাত কাতৰ তেওঁ কৈলে অপমান ।
সেই বুলি শাপ দিয়ে কোন বুদ্ধিমান ?
অতি অনুচিত কৰ্ম্ম কৰিলি পুতাই ।
পৰম ঈশ্বৰে ৰাখিলেহে ৰক্ষা পায় ॥
দেৱদেৱ জগন্নাথ । আপুনি সৰ্ব্বাত্মা ।
অপৰিপক্কা বুদ্ধি শিশু কৰা ক্ষমা ॥
অবোধ সন্তান মোৰ একো নুগুণিলে ।
নিৰপৰাধীৰ ঘোৰ অনিষ্ট কৰিলে ॥
ৰজা যদি প্ৰতিশাপ শৃঙ্গীক দি দিয়ে ।
প্ৰায়শ্চিত্ত ই পাপৰ হব পাবে গিয়ে ॥
কিন্তু তাৰ সম্ভাৱনা এখুদো যে নাই ।
ভাগৱত ৰজা সেই বাটেদি নাযায় ॥
অৱজ্ঞা, বঞ্চনা, নিন্দা, তাড়না, অনিষ্ট ।
কৃষ্ণভক্তি হৰ্ষমনে সহে, ভাবে ইষ্ট ॥
অপকাৰ শুজিবৰ থাকিলেও শক্তি ।
ভকতে নকৰে ইচ্ছা, নাই তাত ৰতি ॥
"অন্যায় কৰিলে পুত্ৰ" এই মাত্ৰ ব্যথা ।
নিজ অপমানৰ তিলেক নাই কথা ॥
সাধু শমীকৰ আচৰণ ই প্ৰকাৰ ।
স্বভাৱে মহন্ত ঋষি তাপস্বী উদাৰ ॥

বাঁহী : ১০ম বছৰ, ৫ম সংখ্যা

সমাপ্ত

"উপমা কালিদাসস্য" বুলি সংস্কৃত সাহিত্যত এটি সত্য যেনেকৈ জগজ্জননী হৈ পুৰুষ পৰম্পৰায় চলি আহিছে, বেজবৰুৱাৰ উপমাও অসমীয়া সাহিত্যত তেনেকৈয়ে অনুপম বুলি স্বীকৃত হৈ আহিছে। তেওঁৰ বাক্যাৱলীত এনেয়ে ৰস চৌ'চাৱাই থাকে, তাতে যদি কাৰোবাৰে সৈতে তৰ্ক কৰিবলগীয়া হয়, তেন্তে হৰা-জিকা স্বকীয়া কথা। উপমাৰ আৰু অন্ত নাই— এখন যেন নৈহে বৈ যায়। যাই বিষয় কৰবাতে থাকে—উপমাৰ মোহনীতে (মোহিনী) তৰ্ক কৰিবলৈ অহা জন মূৰ্হিত হৈ যায়। বেজবৰুৱাৰ লেখনী প্ৰচণ্ড-বিক্ৰমেৰে চলে কেতিয়া? তেওঁৰ বিশ্বাসটো সত্য বুলি প্ৰতিপন্ন কৰিবলৈ যায় যেতিয়া, তেতিয়া।

-শ্ৰীবেণুধৰ শৰ্মা

# ॥ নাটক ॥

(ক) ধেমেলীয়া নাট্যাৱলী

* লিতিকাই
* পাচনি
* নোমল
* চিকৰপতি নিকৰপতি
* নাটৰ কুঁকি

গদাধৰ ৰজা

বাৰেমতৰা

হ-য-ব-ৰ-ল

হেম্‌লেট

মণ্ডলা

(খ) গহীন নাটক :

* চক্ৰধ্বজসিংহ
* জয়মতী কুঁৱৰী
* বেলিমাৰ

# লিতিকাই

প্ৰথম প্ৰকাশ ঃ জোনাকী—১ম বছৰ, ১৮৮৯ চন

১ম তাঙৰণ—১৮৯০ চন

## প্ৰথম অঙ্ক

### প্ৰথম দৰ্শন

সাত ভায়েকৰ ঘৰৰ আগচোতাল
(সাতোটা মেলত বহিছে ।)

নিতাই। শুনিছ নে কিন্তু ভাইহঁত। আমাৰ আঃ কিন্তু চুকাবৰ আজি কিন্তু বছেৰেক নৌহওঁতেই কিন্তু আকৌ বোপায়েও কিন্তু আমাক এৰি গল। আমাৰ দুখ কিন্তু কুলাই-পাচিয়ে নধৰা হল। কি কৰিম কিন্তু যেই মুৰেই পাৰি দিওঁ কিন্তু পাৰ কিন্তু নেদেখোঁ। আইৰ কিন্তু মুখৰ চুৰা মুখতে বল। আকৌ কিন্তু বোপাইৰ কিন্তু মুখৰ চুৰা কিন্তু গুচাব লগাত পৰিল।

সতাই। এৰা, কণা গোসাঁয়ে আৰু কাকো দেখিবলৈ নেপায় নহয়।

ভোলাই। অ' ভাল কথাটো মনত পৰিছে। আইৰ সকামটো বা কেতিয়াকৈ পৰিছে? নিতাই ককাই। তোমাৰ তিথিটো মনত আছে নে?

(নিতায়ে মাতিবলৈ নৌ পাওঁতেই)

মনাই। মোৰ ম-ম-মনত আছে ;—প- পথাৰৰ পা-পা-পানী আমাৰ এই ক-ক-কঠাল গছজোপ্ প্-প্-পাৰ হুৰি পা-পালেহিয়েই আ-আ-আৰু তিনটা গা-গাজনি আ-আৰু এটা কাণ-ফ-ফ-ফটা ধে-ধে-ঢেৰেকনি মা-মাৰিলেই আমাৰ আ-আইৰ কা-কা-কা কাজ। কিয়, পু-পুহাই ক-ক- কাই। তোৰ ম-ম-মনত নাই নে, আই ধু-চুকাবৰ দিনা এ-এ-এ-বিলাক কথাৰ?

তিতাই। হয়, হয়, মোৰ বঢ়িয়াকৈ মনত আছে। সেই দিনাই আমাৰ কলী কুকুৰজনীয়ে তিনটা পখৰা পোৱালি পাইছিল।

পুহাই। সেইবোৰ কথাচোন তল পেলা। উস্। মই বোপাইৰ কথাটোতহে লাগিছোঁ। আই বুঢ়ী মানুহ গ'ল-গ'ল যাওক, এৰি দে। কিনো পোকে কামুৰিছিলহে বোপাইক, দুদিন নৌ যাওঁতেই যে মৰিবলৈ উথপ্থপ্ লগালে? বোলোঁ, কিনো পোকে কামুৰিছিল দেওহে। কোৰ্ঁাচোন কোৰ্ঁা?

নিতাই। এঃ কিনো কব কিন্তু মোৰ ভোলানাথ বোপাইৰ ইমানফেৰাও কিন্তু মনত কিন্তু নেখেলালে—বাপুৰ সাতোটা মাউৰা লৰা কিন্তু বুঢ়ীয়ে মোৰ হাতত কিন্তু গতাই দি গল। এতিয়া যদি মই কিন্তু অনাথিতি কৰি সিহঁতক কিন্তু এৰি থৈ যাওঁ, সিহঁতৰনো কিন্তু কি বিলাই হব?

ৰসাই। মই এইসোপা কথা টং কৰিহে তেতিয়াই কৈছিলোঁ, বোলো বোপাই। তই মৰিব খুজিছ হয়, কিন্তু মোৰ হলে এনে কথাত সমূলি মত নাই। তইঁতে আকৌ নোক কোৰাত হকাবধা কৰ। "বোপায়ে বেয়া পাব হাক নিদিব। মৰিব খুজিছে মৰক।" বোপায়ে বেয়া পালে আমাৰ একে বেলিয়েই কাঁহিপাতে গা কাটি গ'ল। কিয় তেতিয়াই যদি তইঁতে গাইপতি মই কোৰাদি টানি কলিহেঁতেন, তেনেহলে কেনেকৈ বোপায়ে পুলুকা মাৰে চালেঁাহেঁতেন। কেৱলে কেৱলে তইঁতৰ ঢেকীঠুৰীয়া বুধিৰ বাবেই আমাক কাউৰী-কুকুৰেও নোখোৱাত পৰিছে।

ভোলাই। ককাই! তই ঠিক কৈছ। তই ঠিক মনিছ। সইতে কৈছোঁ, আমাৰ গাত ঘাটী। আমাৰ গাত ঘাটী। কিন্তু তাতে এইফেৰা কথা আছে—বাৰু দহমাহ গৰ্ভত ভাব বোৱা বোপাইটো হৈ বে আপোনাৰ পেটৰ পোৱা লবে সৈতে এনেকৈ কচুগুটি খেলিব, তাকনো কেনেকৈ জানিবি ঐ কুটুৰ?

তিতাই (তিলিকি মাৰি)। আমি এনেপাত বোপাইক তিলিক মাৰিহে উৰাওঁ।

( এটা মহে নিতাইৰ আঠুত পৰি খাই পকি উদিব নোৱাৰা হৈ লাগি থাকে )

নিতাই। চাহ খচোন কিন্তু চা, এই পোনা মহটোৱে কিন্তু মোৰ এনেকুৱা তেজ খালে! উঃ! মাউৰা নবাকেইটা কিন্তু দেখি আনন্দে শতুক শালিবলৈ ধৰিলে। কিন্তু মোৰ বোপাই খাকোতে তোৰ মহৰ কিন্তু গাতোপুৰুষে মোৰ ঘৰৰ পদূলিৰ মুৰত কিন্তু ভৰি দিব পাৰিছিল নে? কিন্তু সঁচাই বুলিছ নে? নিচেই কিন্তু পৰি-মৰা দেখিছ নেকি? 'এক গোটা মহচাপৰে তোক পঠাইবো যম-নগৰী' বুলি বুজ পোৱা নাই নে? দোৰ্পদীয়ে দুশাসনৰ বুকুখন ফালি ভীমৰ তেজ খোৱালে তোৰ বুকু চিৰি মই তেজ খাম বুলি জনা নাই নে, পাপিষ্ঠ দুলাচাৰ বান্দৰ!

তিতাই ককাই! সম্বৰ সম্বৰ কোৰোধ। ক্ষুদ্ৰ প্ৰাণী ইটো। ই কটা কোন শক্তিৰ মানুহ? আমি দুগোটা বলৱন্ত ভাতৰি থাকোঁতে তুই ববককাই তুই কিয় তাৰ প্ৰাণ বধিবলৈ দুখ কৰিব লাগিছে? যুধিষ্ঠিৰ ৰজাই বিৰ্কোদৰ বীৰ থাকোঁতে কিয় লাগে যাইবাক দৈতক বধিব? "মৰ পাপী, যা যমপুৰী।" (চাপৰ মাৰে)

নিতাই। (গম্ভীৰভাৱে বহি ফোপাই ফোপাই)। শুনিছ নে কিন্তু ভাইহঁত! ই কথাই কথা নহয়। আমাৰ কিন্তু শতুৰ বাঢ়িল। দুৰাবদলিৰ দৰে কিন্তু সেও হৈ থাকিলে কিন্তু এটাৰে একো গোৰ মাৰি যাব। ইহঁত গছক যেনে গেলে কিন্তু একোকোৰ মাৰে। উঁহুঁ কিন্তু ভাইহঁত! কৰ্কালত টঙালি বান্ধ কিন্তু মহৰ মহামাৰী লগাওঁ। সিহঁতক কিন্তু সবংশে নিৰ্বংশ কৰোঁ।

ভোলাই। এই দুলাচাৰ মদাহী মহবিলাকৰনো মলুক কত?

নিতাই। তই নেজান নে ভোলাই! তই দেখোন একো নেজান। বোলো কিন্তু দিখৌমুখৰ হাবিত ৰ'ল, সিহঁতক তাতে সাগোহকগৈ।

তিতাই ( উঠি হাত জোকাৰি )। ওলা, ওলা, সাজ বণে দুৰন্ত মহে পখে বজ্ৰাত শৰণ, নকৰোঁহোঁ ভয়। বক্ষা সমনিতে লগাইবোঁহোঁ পলয়।

[ সকলোৱে প্ৰস্থান।]

---

### দ্বিতীয় দৰ্শন

( দিখৌমুখৰ হাবি )

[হাতত টাঙোন লৈ সাত ভায়েকৰ প্ৰৱেশ।]

ৰসাই (এটা উৰি যোৱা মহলৈ আঙুলিয়াই)। ধৰ, ধৰ, কলৈ পলাইছ? আহঁক ঐ, সেগাই আহ! পলাল! পলাল!

তিতাই (আঁতৰৰ পৰা)। আগচ, নেৰিবি, গৈছোঁ। হেঃ, এতিয়া 'ভয়ত ভগৰন্ত পলায়, কিলৈ বাখুদেউ ডৰায়? ধৰ আজি 'খমূলক্ষে মধিমূৰ কৰোঁ। কুকুৰহঁতৰ শচ নাইকিয়া কৰি জল-পিণ্ডৰ আশা ছেদ কৰোঁ। ঘৰৰ ভেটিত গেৰেলাৰ হতুৱাই—আৰু তিতা-লাও গজাওঁ।

সতাই। নিতাই ককাই! সেইটো তোমাৰ গালত পৰি শুং হানিব লাগিছে।

মনাই। সে-সেইটো দেখ-দেখোন তোৰো গা-গাত সে-সেইবোৰ তো-তো-তোৰ শপত পি-পিঠিত, কঁ-কপালত, আ-আঠুত।

নিতাই। ইঃ! 'মখা-মখে আৱত' কিন্তু ভাইহঁত ঐ! মখা-মখে কিন্তু আৱত। মাৰ। মাৰ! বধ কিন্তু পৰাণ!

তিতাই। উস্ মই এটাকো ধৰিবলৈ নাপাওঁ, কঁকালে কঁকালে লাগি চাবলৈকো। বহ, শাল বিৰিক্ষ এজোপাকে উভালি লৈ ফৰমুঠি মাৰি দুলাচাৰ-হঁতক গুৰি কৰোঁ।

পুহাই (ভোলাইৰ কপালত মহ এটা পৰা দেখি)। ৰ, ভোলাই! ৰ, সেই মাহযাসুৰটোৱে তোৰ কপালত খোপনি পিতি লৈ মোলৈ ফেৰ পাতিছে। বাৰু তাৰ অৱগপটো চাচোন! মই হেন বীৰৰ সি সমুখ হৈছে। (ভোলাইৰ কপালত টানকৈ খুম মাৰি দুয়ো কৰ্কাল খাই পৰে।)

ৰসাই। (বা-বিচনীত পৰা মহ এটালৈ চাই, ৰৱকৈ হাঁহি)। হঃ, বাৰু অ'। বাৰু তোৰ পিতৃ। ডাকজুইত পৰি যাহ যাবলৈ তোক কোনে কুমাত দিলে? ইয়াকেহে বোলে, 'আপদৰ কালত বুধি হয় হত, উগ্ৰসেনে বুধি নুমুধিলে মাধৱত। মোৰে সৈতে বাহু-যুদ্ধ কৰিবলৈ তই ক'ত বৰ পালি? বাৰু, আহ। (ওচৰৰ গছ এজোপাত বা-বিচনীৰে গাৰ বলেৰে খুলা মাৰি উফৰি পৰে।) (মহ মাৰোঁতে তিতাইত বাজে ইটে-সিটে টঙনাটঙনিকৈ আধামৰা হৈ পৰে।)

নিতাই (কেকাই কেকাই)। পুহাই· অ! মোৰ মুখত কিন্তু পানী এচোকা—দিব পাৰ নে? —মুখখন কিন্তু কৰাই-খোলা যেন হল —

পুহাই (খোকা-খুককৈ)। উঃ। কোনে মাতিলে? নিতাই ককাই নে?—উঃ।—উঠিৰ

নোৱাৰোঁ,—শকতি নাই—উঃ ইস্! আই ঐ! মৰিলোঁ ঐ!

ভোলাই। হে মেঘ দেৱতা ঐ! আমাৰ মুখত এটুপি পানী দি 'কিৰ্‌পা কৰা ঐ!

তিতাই (ককায়েকহঁতৰ ওচৰলৈ আহি)। ককাইহঁত! ভাগৱত নিচেই গা পেলাই নিদিবি। শত্ৰুৱে হাঁহিব। মহৰ যুঁজত পৰি ফোপাইজোপাই দেখোন কেহেৰাজ-বটা যেন হলিহঁক। উঠ, মহে ৰণত হাৰিল বুলি হাঁহিব লাগিলে নাক কাটি মৰি যাব লাগিব। শাচ্‌তৰত কৈছে—'হাৰিয়া জিনয় কেহো জিনিয়া হাৰয়, কোনোকালে ক্ষত্ৰিয়ৰ নাহি পৰাজয়।' তাত কি কথা আছে? এইখন যুঁজত হাৰিলোঁ, আন এখনত জিকিম। হোঁ, পানী খা, মুখ মেল। (পানী দিয়ে) [প্ৰস্থান।]

---

## দ্বিতীয় অঙ্ক

### প্ৰথম দৰ্শন

(জোনাক ৰাতি। কুৰি থোৱা পকা চপৰাণি)

নিতাই। এইখন কিন্তু কি? দেখোন অঠাই সাগৰ আগত। এতিয়াহে কিন্তু বিপাঙে মৰিলোঁ। এইডৰা পানী কেনেকৈ কিন্তু পাৰ হওঁহক? বুদ্ধি হেৰাল দেখোন।

পুহাই। ককাই! নকবি আৰু। আমি জীয়ন্ততে মৰিলোঁহক। এই বিপদৰ পৰা তৰিব পাৰিলেহে তৰা। (ওখ ওখ পকা চপৰাবোৰলৈ আঙুলিয়াই) সৌৱা চাচোন, ঢৌৱে আফালিব লাগিছে। ফেনে-ফোটোকাৰে উপচি আহিছে।

ভোলাই (কাটি থোৱা কাঠ এডোখৰলৈ দেখুৱাই)। সেইবোৰ যেই সেইবোৰেই সৌ ফালে মন কৰহঁক-চোন, যিডালহে জয়ধন ঘৰিয়াল পানীৰ ভুৰুঁলিত পৰি আছে। পানীত আঙুলি তিয়ালেই আমাৰ শৰাধ কৰিব।

সতাই (পৰি থকা তৰা গছ এজোপালৈ টোৱাঁই)। অকল ঘৰিয়ালটোলৈ যে চকু গৈছে, সেই পানীমৰলী সাঁপটোলৈ চকু নেযায় হবলা? দেখা নাই কালোপ নে কালোপ কৰে মাছ ধৰিব লাগিছে?

নিতাই। ইস্! কিন্তু মনে মনে থাক্, নেপায়! 'আন্তিৎ মৌনিবৰ গৌৰুণ্, গৌৰুণ্!

নিতাই (খংমুৱাকৈ)। দেখিছ? দেখিছ ইহঁতৰ কথা-খন হেৰ। তইঁত দেখোন ভয়ত সোতমোত খাইছ? মুনিহ হৈ জনমিলি কোন মুখেৰে? হু! পাৰোঁতে জানো তইঁতৰ এই অপস্তা হৈছে? চৰাইৰ পৰা চিৰিকতিলৈ, পৰুৱাৰ পৰা পিম্পৰালৈকে, দামুৰীৰ পৰা দমৰালৈকে, পিজলাৰ পৰা বিৰালৈকে লোক-সকলৰ চকুৰ কুটা, দাঁতৰ শাল হৈছহঁক। আনকি, টিকিৰা গোহাঞৰ ঘৰৰ কাঁপাৰে ধৰা ভলুকা কুকুৰ-জনৰ কাণত পৰাকৈ মই 'চেমতি হৰণ'ৰ পদ এফাঁকি, কিবা বোলে নে, ৰাগত দিব নোৱাৰোঁ। মুখৰ ওপৰতে মুখ মেলি মোক সি শিয়াৰে। তইঁতৰ তেও গাত নেলাগে নহয়। দুখৰ কালত মানুহ গহীন গম্ভৰ হব লাগে। আহ, 'আগেত্' আহহঁক, নাপাছুৱাৰি। হনুমন্তই জপিয়াই 'এপাৰ সমুদ্ৰৰ' পাৰ হৈছিল। আমিও আজি সাইলাষ তেনে সমুদ্ৰৰ সাঁতুৰি পাৰ হমহঁক। সুৰাসুৰ, দেউ-দইত যইখ-ৰইখ, নাগ-নৰ, ধোপা-নাপিত, চমাৰ-কমাৰ, শালিকৰি-সনাতন, কপৌ-মহাজন, কেঁচা-খৰিভাৰী, কোক্‌লোঙা-হিলৈদাৰী, বটা-বকৰা, পাণৰ মকৰা, চুণৰ ছোকোৰা, তোমালোকে আজি দেখা আমাৰ বলবীজ পলাক্ৰম দেখা। তোমালোকক আমি সাক্ষী মানিছোহঁক। আমাৰ গালৈ চাই যি কৰা সঁচা কৰা। আমি আজি সাগৰত পাৰি দিমহঁক। কি কৰিব ঢৌৱে? কি কৰিব জয়ধন ঘৰিয়ালে? আজি গ্ৰাহ-গজেন্দ্ৰৰ যুঁজ, গৰুড-নাগৰ ৰণ। আহ ককাইহঁত! আহ, জলে ঝাম্প দিওঁহক।

(এটাই কেইটা চপৰাণিত পৰি সাঁতোৰাৰ ভাও কৰে।)

নিতাই। সাঁতোৰ ভাইহঁত! কিন্তু সাঁতোৰ বাউসীত বলে সাঁতুৰিব নোৱাৰিলে কিন্তু যাবি ৰসাতলে। (ভোলাইলৈ মুৰ দাঙি চাই) ভোলাই! কিন্তু তই উটি গলি নেকি? উজাই ধৰ, নেযাবি উটি।

তিতাই। ই কথাই কথা নহয়। এটাই কেউটাই সমানে গিৰিপ্ গিৰিপ্ কৰে সাঁতুৰি চৰানাও যোৱাদি যাওঁ। নহলে, কোনটো বা কেতিয়াবা পাছ পৰি উটি যায়, তাৰ কি ঠাইন আছে? নিতাই ককাই! তই নাম লগাই দে, আমি তাৰ চেঞে চেৰে সাঁতুৰিম।

নিতাই। বাৰু, মই কিন্তু নাম লগাই দিওঁ। তই কিন্তু পদ গাবি। মোৰ কিন্তু আকৌ ভালকৈ পদ নাহে।

তিতাই। কি কথা আছে? মোৰ লীলামালা, 'চেমতি হৰণ' কাণ-খোৱা পুথিৰ পদ ছোৱা-ছোৱে আছে। মুখ মেলিলেই পৰুৱাৰ লালি লগাদি লালি লাগিবলৈ ধৰিব। কেঁচামৰীয়া আতাই মোৰ 'শৰীলত' এইবোৰ গুণ দেখিয়েই, মোক ঘৰগায়ন পাতিব

খুজিছিল। মই চকতীয়া এটাই পানীগাগোছা এখনে দিবলৈ সৈমান নোহোৱাতহে থাকিল।

নিতাই (ভাত লগাই)। "পাৰ-কৰা এ বদুনাথ সংখাৰ' সাগৰে!"

তিতাই। 'চক্ৰবাত' অস্থৰে কিঞ্চক নিলে হৰি।
প্ৰসেন্য বনক গৈলা নন্দে ঘোঙা চড়ি॥
বহি আছে গ্ৰিভনাথ' বহল সভাত।
বকাসুৰে চাই আছে, ভীমে খালে ভাত॥

নিতাই। ধেইক্ কথা। কিন্তু একে বেলিয়েই এটাইবিলাক পদ কিহ সানিপুৰ্তকি পেলাইছ?

তিতাই। কাৰৈ-মাছ লগে উজায় নে অকলৈ উজায়? পদ এটাইবিলাক ভাই-ককাই। সিহঁতে লগে উজাবলৈ, মোক আহি জুমুৰি দি ধৰেহি। এটাইবোৰ "সমানৰ ভাই, পাইকৰ ককাই।" মইনো কাক খেদি পঠিয়াম? তহঁতে এই দৰেই আগ-পাছ নগমাকৈ মোৰ কামত বিখিনি জন্মা। মোৰ কাণ লৰিল নহয়? পদো হেবাল, আৰু ক'ত বিচাৰি পাম?

ভোলাই (ফোঁপাই ফোঁপাই কাণত গোমোৰা ধূলি আঙুলিৰে উলিযাই)। মই তল-যাম-হঁকঁও এতিয়া? কাণত-পানী-সোমাই উশাহ-লব নোৱাৰা হলোঁ। ধৰ-হি-ঔ।

ৰসাই। মোৰ পিঠিত বোকোচা উঠ। (বোকোচা উঠে)

তিতাই। অ' ৰসাই। তই এতিয়া চিলনী-সাঁতোৰ দি হাফোলাহাফোলে যা।

ৰসাই (ভোলাইক পিঠিত লৈ চিত হৈ)। এতিয়া, ভোলাই! তই ভয় নকৰিবি; কেৱল মোৰ গাত ভৰ দি শুই অহাদি আহ।

(চো-ৰৰৰ পৰা "কা", "কা", "কা"।)

---

### দ্বিতীয় দৰ্শন

(এজোপা বৰগছৰ তল। সাতোওটা বহি)

নিতাই। হেৰ! কিন্তু ৰাতি পুৱাল নেকি? ইস্। কিন্তু ভাল কথাটো হল। আমাৰ ৰাতিটো আজি কিন্তু ইয়াতে বয় হল। এইদৰে হলে কিন্তু কেনেকৈ হব? আমি ইমানকৈ কিন্তু বয় কৰিবলৈ ৰাতি কত পাম? ধৰম্মা হৈ মৰিবৰ পালত পৰিলোঁ-হক কিন্তু। ইমানবোৰ দুৰ্গতিয়ে আতিছে আকৌ তাৰ ওপৰতে কিন্তু টৌটুত ধাৰৰ বোজা বান্ধি লৈ কলপক্লপ- কৰিব লাগিলে কিন্তু ৰজাসুখ গোটেই-টোৰে আমাৰ লগ লব।

সতাই। বাৰু, আমিনো তলিকৰ নোৱাৰাকৈ ৰাতিটো যাব পায় নে? মাত নাই, বোল নাই, সি চোৰ অহাদি আহিল, চোৰ যোৱাদি গল। এই-বিলাকনো ভাল মানুহৰ চিন নে? সি দেখিছেই আমি মানুহ কেইটা উশাহ লবলৈ স্ফুৰ্ত্তি পোৱা নাই, হেলাইহেপাই ফুৰিছোঁ। তেও সি এধানমান বেলি ৰাট চাব নেপায় নে? বৰলোকৰ পেটত উপজি মানুহবোৰ এনে চুলুং হয় বা কেলৈ? সিংহৰ পোৱালি কত গিংহ হব, হল শিয়াল। এনে মইমত, গাইগোটা ৰাতিক আৰৌ আমি বয় কৰিব লাগিছে? নাজে-মুখে আমি ধৰুৱা হম কিহৰ জগবত?

ভোলাই। যত অনৰ্থৰ শিয়া এই কাউৰীবোৰ। ইহঁতৰ তাপত ৰাতিয়ে কানিকাচুটি এৰিছে নহয়। ফেহুজালি দিবলৈকে নেপায়, কুকুৰহঁত ৰাতি পাছত লাগিল আহি চোকা টেকেলা— "খা" "খা" "কা"। নেওচা-বেওচা দিবলৈ বহি, ইহঁতৰ হাল নাই, কোৰ নাই, খেতি নাই, পথাৰ নাই, জিবোৱা নাই, সতোৱা নাই, মুঠেই—"খা" "খা"। ইহঁতৰ যেনেটোহে থক, মই চাওঁতে ইহতে ৰামুনো খাব পাৰে।

মনাই। নি-নি-নি-নিতাই ক-ককাই। 'বহ-বহ-বহম' ভোজন মা-মানে বামুন খো-খো-খোৱা ন-ন-ন-নহয় নে?

নিতাই। হয় কিন্তু।

মনাই। তে-তে-তেনেহলে ভা-ভাবি চাবলৈ গলে হে-হেব। কা-কা-উৰীয়ে বামুণ খা-খাব প-প-পৰাটো-নো কি টা-টান যেন পাইছা? সি-সিদিনা বা-বা-প-পীবাম মেধিয়ে 'ব-ব-হম' ভোজন পাতি, ৯ জন বা-বা-মুণক দিহা লগালে যে এ-এ-একা?

পুহাই। সেইবিলাক কথাত বইচ বাইচ কৰিব নেপায়। আমাৰ দেশৰ যেনে 'এচাৰ' তেনেহে বিচাৰ হব। আমাৰ সেইবোৰ একো নকৰিহঁক। (নিজৰ গালে চাই) ইস্। পানীবিলাক বৰ খোলা হব পায়? গা গোটেইটো শুকুলা হল।

নিতাই (গহীনকৈ)। ৰবি, কিন্তু আমি সাতো ভাই আজি ভালে-কুশলে গাৰি কিন্তু আহিলোহঁক নে? হেৰ কিন্তু ভোলাই। লেখ কৰচোন, আমি কিন্তু সাতোওটা আছোঁ নে?

ভোলাই (সোঁ হাতেৰে বাঁও হাতৰে আঙুলি এটা এটাকৈ ধৰি আৰু ভায়েকহঁতৰ মুখলৈ চাই

নিজক এৰি লেখে)। এ-ক, দুই, তিনি, চা-ৰি, পাঁচ, ছ-য়, অ' ? আৰু এটা কলৈ গল লেখাত নোলায় দেখোন ? দুনাই লেখি চাওঁচোন। (আকৌ সেই দৰেই লেখে।) ই কি কথা। আৰু এটা কলৈ গ'ল?

তিতাই। চাওঁ গুচ্। বৰ লেখখন কৰিছে ? মই ভালকৈ লেখোঁ। (সেইদৰেই নিজক নেলেখি লেখে ) হয়, আৰু এটা নোলায় দেখোন ? মই 'বিচ্‌ময়' মানিছোঁ। কি হব ? 'সৰ্পনাশ' হল দেখোন ?

বসাই। হায় আই। কি 'ভয়াঙ্কৰ' কথা। আমাৰ তিতাইতো লেখ পাহৰা লৰা নহয়। বিকাই বাপুৱে এদিন তিনিপৰ বেলি খতি হৈ হাত্‌ত ফলি দি তিতাইক মাজুনেওতা সৰুনেওতা শিকোৱা মোৰ মনত আছে। (তিতাইৰ মুখলৈ চাই) নহয় নে তিতাই ?

তিতাই। হয় ককাই।

বসাই। সেইহে কৈছোঁ বোলোঁ। হাতৰ আঙুলি কেইটাই কিজানি এইখন তাংবাং লগাইছে·। বোপায়ে কৈছিল, "শুনিছ নে লৰাহঁত। মানুহৰ আপোনাৰ গাৰ নোমেই শত্ৰু"। কলিকালত কাতো এখুদ-মানো পতিয়ন নাই। এতিয়াও কিজানি হাতৰ আঙুলিয়েই চেলু পাই আমাক শত্ৰু শালিছে।

নিতাই। ভাইহঁত ঐ। তইঁতৰ গাত কিন্তু চেতনা হোৱা নাই। জোৰ পুৰি ৰৰলাৰ হাত কিন্তু পালেহি। আমি গাইপতি কিন্তু ঘূৰাই ঘূৰাই লেখোঁহঁক। (কেউটাই গাইপতি আগৰ দৰে লেখে।)

নিতাই (মূৰে-কপালে হাত দি, হুমুনিয়াহ কাঢ়ি)। আমাৰ মূৰত আকাশী চৰগ ভাগি পৰিল। মোৰ বোপাইহঁত ঐ। এতিয়াহে জানিলো কিন্তু সোপাকে মাউৰা লৰাৰ বিলাই। বোপায়ে এৰিলে, আয়ে এৰিলে, শেহত ভায়েও কিন্তু এৰিলে। একেটা টোপাতে সাত্তুটি 'পাৰ্‌ণী' দুখে-ভাগৰে, পথে-পৰবাহে মৰণে-জীৱনে কিন্তু। এতিয়া তাৰে কিন্তু এটি সৰকিল। তাৰে এটি কিন্তু হেৰাল। তাৰে এটি কিন্তু চুকাল। বোপাইহঁত ঐ। কেনেকৈ সহোঁ ? কি কৰোঁ ? কলৈ যাওঁ ? 'শৰীল' পাত কিন্তু হল। সাতকুৰামান অগনিয়ে হিয়া কৰিখন দহিছে। কি কৰিম ? কলৈ যাম ? ভাইহঁত ঐ। কিন্তু বুধি দে।

সতাই (চকুৰ লো টুকি)। বুধি ? বুধি কত ? আপদৰ কালত বুধি হল হত। যিদিনাই বোপাইক হেৰুৱালোঁ, সেই দিনাই বুধিৰ চুঙাকো হেৰুৱালোঁ। বোপাই মৰি গল, বুধিও মৰি গল। তাৰ লগে লগে সুখ-সন্তোষ, ধন-ধাইন, খোৱা-বোৱা সকলোবিলাক মাৰ গল। যিদিনাই বোপায়ে পাখি চপালে, সেই দিনাই জেঠৰ বাৰেখৰ, কাতিৰ কাতিসোঁতা, ফাগুনৰ পচোৱা, চতৰ কুকুৰ্ম্মা, পুহৰ জাৰ, মাঘৰ ঠেঁতৰাই, আটাইবোৰে আমাৰ 'শৰীলৰ' ওপৰে বাট ললে। খোজেপতি দুখ, খোজেপন্তি বেজাই, খোজেপতি হানি। আমাৰ কেনি আছে সুখ ? কেনি আছে সন্তোষ ? কেনি আছে ভাগ ? এইবোৰ কথা, এইবোৰ 'ব্যৱস্থা' কাক কম, কোনে পতিয়াব ? যাকে কম সেয়ে লধিয়াব। চাৰিওপিনে ছাতি খৈছে আমাক এন্ধাৰে। মোৰ কুটুম ঐ। এন্ধাৰে !! এন্ধাৰে !!!

তিতাই (গম্ভীৰ ভাৱে)। পুহাই ককাই। সেও বুলি এবিধ জন্তু আছে, শুনিছ নে ?

পুহাই (ভয়তে গা জিকাৰি, খাপ মাৰি তিতাইৰ বাউসিত ধৰি নিচেই লাহে লাহে)। শুনিছো। কত ?

তিতাই। ইয়াত ওলোৱা নাই। তোৰনো আকৌ ভয়টো কিহৰ ? মোৰ বোধেৰে আজি ৰাতি আমি পাৰ হোৱা পানীডৰাত সেও থাকিব পায়। তেৱা ভকতেই কিজানি আমাৰ সাতুটিৰ এটিক পালে।

ভোলাই (দীঘলীয়াকৈ হুমুনিয়াহ পেলাই)। কেনেকৈ জানিবি মোৰ সোণাই ঐ। তেঁৱাই পোৱা কথাটোও হওঁতে নিচেই মনে নধৰা নহয়, পাৰ পাৰে।

[ ভিতৰৰ পৰা গীত গাই হাতত ফুলৰ
কুকি লৈ দেউৰাম বাপুৰ প্ৰৱেশ ।]

দেউৰাম। "পাছে ত্ৰিনয়ন, দিব্য উপবন, দেখিলন্ত
বিদ্যমান।

ফল-ফুল ধৰি, জকমক কৰি, আছে যত বৃক্ষগণ ॥
শেৱালি নেৱালি, পলাশ পাৰলি, পাৰিজাত যূতি জাই।
বকুল-বন্দুলি, আছে ফুলি ফুলি, তাৰ সীমা সংখ্যা নাই ॥

(মূৰ দাঙি বেলিলৈ চাই) ইস্। আজি ভাগ কথাটো হল। ইমান বেলি হল। কেতিয়া গা ধুম ? কেতিয়া পূজা-সন্ধ্যা কৰিম ? কেতিয়া ভাত খাম ? (চাৰিও ফাললৈ মূৰ ঘূৰাই মানুহ চাই) আজি আমাৰ কালে পতং। ঘৰ সোমালেই বামুণীয়ে মোৰ টেটুতে ধৰিবহি। গা ধুই গোসাঁইঘৰত সোমাই সুফলনে ফুল-তুলসীকেটা গোসাঁইৰ মূৰত দিবলৈ মোৰ তত হেৰায় নহয় তাইৰ বৌবৌৰণিৰ তাপত। কত চকু মুদি ধ্যান কৰিম ? কেনেবাকৈ তাই আহি গা

পাৰিছিলেই বুলি কুৰিবাৰ পাছ ফাললৈ উভতি চাব লগাত পৰে'। । হাবিৰ বাঘিনীৰে মই ওচৰ চাপিব পাৰোঁ, তেও এই (গা জিকাৰ মাৰি) বাঘিনীৰ মই সমুখ হব নোৱাৰোঁ। । আই ঔ। মুখখন জানিবা সৰস্বতী-বাপহে, মেল খালে আৰু ৰইখা নাই। বয়স বাঢ়ি আহিছে মানে তাৰ চোক ওলাইহে আহিছে।

তিতাই ( গছৰ ওপৰ পৰা )। সেইটো কোন ? বাপুদেউ নে ?

দেউৰাম (উচাপ খাই হাতৰ কুকি মাটিত পেলাই কঁপি কঁপি )। বয়স বাঢ়ি আহিছে মানে তেওঁৰ সজগুণবিলাক বাঢ়িহে আহিছে। আমাৰ বামুণীৰ এনে ভাল স্বভাৱ, সাক্ষাৎ তেওঁ ঘৰৰ লক্ষ্মী ! ( ফুলৰ কুকি তুলি লৈ গিহঁতৰ ওচৰ চাপি ) অ। নিতাই-সতাইহঁত! তহঁতৰ কি হল ? মূৰে-কপালে হাত দি বহি আছহঁক দেখোন ?

নিতাই ( কিছুমান বেলি তভক মাৰি থাকি )। কি-স্তু বাপুদেউ। আমাৰ বিলাইৰ কথা কিন্তু কি সোধে ? আদিৰ পৰা কিন্তু অন্তলৈকে বিনাবলৈ গলে সাতকন্ধ ৰামায়ণেও নাটে। 'সমুখেপে' কব লাগিলে আমি কিন্তু সাতোটা জগৎজ্ঞানী পতিত-পাৱনী 'ভাতিৰি' মহৰ বণ জিকি পয়োভৰেৰে তলৰ মাটি ওপৰকৈ কিন্তু আহোঁতে আমাৰ এক 'ভাতিৰি' বাটতে কিন্তু হেৰাল; লেখত কিন্তু নোলায়। এই মহা 'বিবিধৰ' তলত বহি আমি কিন্তু গাইপতি লেখ-যুক্ত কৰি, কিন্তু ধৰিছোঁ, তেও আমাৰ ভয়াইক কিন্তু উলিয়াব পৰা নাই। যদি কিন্তু কণা গোসাঁয়ে তাক উলিয়াই দিদিয়ে, তেনেহলে কিন্তু মোৰ বাপুদেউ! আমাৰ গতি কিন্তু কিবা হব। আমি কিন্তু আটাই কেইটা কৰবাৰ কতবাত, পৰ্ব্বতে-পাষণ্ডে, হাবিয়ে-বননিয়ে, খালে-ডোঙে, হোলাই-পখাৰে পৰি কিন্তু 'পাণ' তেজিম। নাইবা অগনিত কিন্তু পুৰি, নাইবা 'জলে জাম্প দি, নাইবা কিন্তু কালসৰ্পৰ মুখত পৰি, নাইবা বৰবিহৰ কিন্তু লাড়ু খাই আমি কিন্তু মৰিম। অ মোৰ ভয়াই। কিন্তু কলৈ গলি ঔ ?

দেউৰাম ( মিচিকিয়া হাঁহি মাৰি )। বাৰু মই যদি তাক উলিয়াই দিওঁ তহঁতে মোক কি দিবি ?

নিতাই। আমি কিন্তু সাতোওটা আপোনাৰ ঘৰত কিন্তু বন্দী সোমামহঁক। ( ভায়েকহঁতৰ মুখলৈ চাই) তহঁতে কি বোল? কিন্তু ভাইহঁত।

মনাই। তা-তা-তাকে নো-নো-নোবোলামো কি ? 'এ-এবাক' আপ-আপুনি জা-জা-জা-জানিবা কি-কি-কি—(মাটিত ভৰিৰে গোৰোহনি মাৰি) কিনি দলে। হে-হে-হে-দেউ ! এ-এবাক' জী-জী-জী-

তিতাই। জীৱদান দিয়ক।

মনাই। (মূৰ দুপিয়াই)। ঔ।

দেউৰাম। বাৰু তেন্তে তহঁত গাইপতি এটা এটা গছপাত আনি মোৰ আগত থহঁক।

(সেইদৰেই থয়)

দেউৰাম। এতিয়া লেখ, কেইটা হল ?

নিতাই। এ-ক, কিন্তু দু-ই, তি-নি, চাৰি কিন্তু পাঁচ, ছ-য়, কিন্তু সাত !!

তিতাই (টিকাত চপৰিয়াই জঁপ মাৰি)। হেকাই তিনিকি বাওঁ, মাগুৰ মাছৰ খোলা খাওঁ। ওলাল ঔ !!

( এটাই কেইটা আনন্দত নাচে। )

ভোলাই। হে এতেবেলিনো কত আছিলি ঔ ? হে দেউ। আপুনি ঈশ্বৰ।

দেউৰাম। বলহঁক, এতিয়া সাতোওটা মোৰ ঘৰলৈ। তহঁত আজিৰ পৰা মোৰ বন্দী হলিহঁক।

[ সকলোৰে প্ৰস্থান। ]

---

## তৃতীয় অঙ্ক

### প্ৰথম দৰ্শন

দেউৰামৰ ঘৰ

[দেউৰামৰ মাক সুভদ্ৰা আৰু দেউৰামৰ ঘৈণীয়েক চণ্ডীৰ প্ৰবেশ।]

চণ্ডী (কঁপালৰ গাঁঠি খোপাকৈ)। উঃ। কি মোৰ মৰিবৰ চিন্ হল এক। নিতৌ ভাতৰ চৰুটো আগত লৈ টোপালি বাই কোন মৰিব ? তিনিপৰীয়া আহি কোষা-অৰ্ঘা জোকাবোঁতেই যুগ তল যাব, ফেছু ৰজা হব। ইপিনে ৰাতিৰ সাজি খাই উঠোঁতে গছৰ টোপাল সৰিব, প্ৰথম কুকুৰাই ডাক দিব। —কোনে মৰিব এনেকৈ ? ইঃ। নেদেখিছা? ভাল নিকিনা গোলামীজনী পাইছে। শাকৰ পৰা খৰিলৈ, চাউলৰ পৰা চৰুলৈকে মই বান্দীয়ে নোগোটালে তিনিতেলনি মাৰি থাবলৈ নহয়। গাঁৱৰ মানুহক "আইহে" "বাইহে" "বোপাইহে" "ককাইহে" বুলি ভৰিয়ে-হাতে ধৰি মই বন এখন কৰি নললে বাহ্বৰ চকু চাওঁতেই ধুন. ছিটিকে। তাৰ ওপৰত আকৌ ভেকৰ গোট লেখিলেই ভয় লাগে। মোৰো কঁপালখন শত্ৰাসিৱলগীয়া। লোকৰ তিকজাৰ নিচিনাকৈ মোৰ হাতে-কাণে লোণ-খটোৱা থাক,

লোকাপাৰ পিন্ধাই-উৰাই মোক বহুৱাই ৰাখিব পৰা-হেঁতেন আছিলেই। বৰৰতাৰ চিন্ পাইছোঁৱেই নহয়। মই কটনা কাটি আপোন হাতে বিহা-মেখেলা এডোখৰ বৈ নললে পুৰুষৰ দিবৰ শকতি নাই। মাৰিব নোৱাৰা বৰকাৰে, তাৰ ওপৰত মোক শুনাই ভবক মাৰি চাং-পতা কথাখন কব নেদেখিছা। মাত শুনিলেই মোৰ গা গোটেইটো জ্বলি উঠে। —থাওক আজি বাৰু, মই ৰঙকে চাওঁ। চৰুৰ তলৰ জাল নুমাই থৈ শুই থাকোঁগৈ। জুতি ধৰাই ধৰাই পটলা খুৱাম আজি।

( পাটীত পৰি শয়ন)

সুভদ্ৰা। বাৰু চোৱাচোন, এইখননো কি কথা। হেৰ তই ভাত-পানী এৰি বিধুতি হৈ পাটীত পৰিলি কেলৈ ওঁ? আহ, উঠি আহ আইহে। দুপৰীয়া প্ৰলয়খন কৰি ল'ৰাটোৰ ভাতমুঠি খোৱাৰ মুৰ নেমা-ৰিবি। তোৰ জোকোৰাপোকোৰা কেট্‌কেটনিত একেই সি গা কৰিব নোৱাৰা হ'ল। তাতে এইখন আহুকাল।

চণ্ডী (পাটীৰ পৰা)। কোনেনো কাক জোকোৰা-পোকোৰা কৰিলে, কেট্‌কেটালে? আপোনাৰনো পানীকেচুৱা ল'ৰাটোক কোনে কি কৰিবলৈ গৈছে? আইৰে আই! আমি এনেখন কথা শুনি থাকিব নোৱাৰোঁহে। এনে সাতখন গাঁৱৰ পদ্‌লি-শুঙা আপোনাৰ পখিলা ল'ৰাকনো আমাক কেলৈ লাগিছে? যেয়ে যতে নাখাকিল, যতে নমৰিল, তাত আমাৰ কি হ'ল? আমি কাৰো খোৱাত আহু-কাল কৰিবলৈ যোৱা নাই। আমিনো কাৰ কি? কিবা বোলেনে আনেকৰ পালেক কুকুৰা-চোৰাৰ ভাগিনিয়েক।—ইয়াকেহে কয়। মৰে উকলিপুঙা, মৰে পদুলিশুঙা, মৰে অলপ পানীৰ মাছ। উঃ। গা-মুৰ শিৰশিৰাই জৰে-বিষে উঠি আহিছে। আমাক কোনেও নেমাতিব।

সুভদ্ৰা। নেমাতোঁ আইহে থাক। (মনে মনে) কোনে এইৰ মুখখন মেলাই লয়? আৰু একেষাৰমান মই কলে, তাই মোৰ টেটুতে ধৰিবহি। যি মন যায়, তাকে কৰক। আওকঠীয়াৰ শঁচ আনি মই যেতিয়া মোৰ ঘৰত ৰুপোঁহি, তেতিয়া আৰু আপোনাৰ কপালকে দুষি থকাইহে যুগুত। জানিশুনি ঘৰবিহ খোৱাৰ ফল ভুগিমেই ভুগিম। তাই মোৰ ল'ৰাটো খাবলৈ অৱতাৰ ধৰি আহিছে যেতিয়া তাক খাইহে এৰিব। গাঁও গোটেইখনৰ মানুহে মোক যি কাম কৰিবলৈ হাক দিছিল, সেই হাক নামানি তাক কৰাৰ পোটক অৱশ্যে মই পাম। বোলোঁ, ছোৱালীজনী দেখিবলৈকো ভাল, মচপচী আৰু চটুৱা, সৰুতে বিয়া কৰাই মোৰ ঘৰলৈ আনি শিকাইবুজাই ভাল কৰি লম। মইবা কাহানিকৈ মৰোঁ, বোৱাৰীজনী শিকাইবুজাই থৈ যাব পাৰিলে তেও আগলৈ ঘৰখন ধৰি থাব পাৰিব। কথাতে কয়, মাছে গৰকা পাচলি খাবা, শাহুৱে গৰকা বোৱাৰী বাবা। কিন্তু মোৰ পক্ষে সি সম্পদ নহৈ আপদহে হ'ল। মানুহ সাজিবলৈ যাওঁতে তাই হৈ উঠিল ৰাইকণী। সৰুতে ঘৰলৈ অনাৰ বাবে আশয় পাই তাই দেউ-ব্ৰহ্মা, স্বামী-গুৰু, শাহু-শহুৰ নমনা লাজ-কাজ, ধৰৰ-কৰম পুৰি খোৱা নাককাটী ৰাওমুষ্ট হ'ল। মানুহৰ ভাগিবৰ সময় হলে মতা-তিৰুতা, ল'ৰা-ছোৱালী এই এটাইবোৰ এনে অজীৰ্ণপাতকী আৰু গুৰু-গৌৰৱ নমনা হয়। —ছুহ ছুহ। এই গৰুজনীয়ে আজি ধানৰ গোন্ধ পাই দুৱাৰখন হেচুকিছেহি হবলা? ছুহ, ছুহ! (হাতত মাৰি লৈ দুৱাৰ মেলে) অ'। দেউ-ৰাম। এই কেটা কোন?

দেউৰাম। এই কেটা মই আনিছো, কম বাৰু পিছে।

(শশঙ্কিত ভাৱে লাহে লাহে) বোৱাৰীয়েৰ ক'ত?

সুভদ্ৰা। আমাক নুশুবিবি বোপাইহে। তোমাৰ পটেশ্বৰী সুৱাগী তিৰুতাৰ কথা। কেঁচাখাঁইতী গোসাঁনী মোৰ ঘৰত অৱতাৰ দিছেহি যেতিয়া, মা-পো দুইকো তাই কেঁচাই খাইহে এৰিব। উস্। মই এনেজনী গৰুবাগালী মানুহ পৃথিৱীতে নাপালোঁ। কথাও নাই, বতৰাও নাই, গোটেইজনী উনৈছত বা বোলাই উঠি ধুমধুপাল, ছুন-মুৰ কৰি আখাত হুৰহুৰকৈ পানী একলহ ঢালি জাল নুমাই ভাত-পানী এৰি থৈ পাটীত মঠ জুৰি পৰিলগৈ। চন্দ্ৰ-সূৰ্য্যতো গ্ৰহণ লাগে, বাহিৰলৈ ওলাই গলে উভতি আহোঁতে আঠে-পখেনো কাৰ অলপ বেলি নহয়? মতা হ'ল খুলিয়েই কোনেনো একেবাৰে বৈণীয়েকৰ বিহাৰ আঁচলত দিনে-নিশাই খামোচ মাৰি ধৰি থাকিব পাৰে? কি হব এতিয়া এইবিলাক কলে? পূৰ্ব্বে চকু থাকিও খালত পৰিলোঁ যেতিয়া এতিয়া কেঁকালে কোনে শুনিব? [প্ৰস্থান।]

---

দ্বিতীয় দৰ্শন

[ হাতত কোৰ লৈ সাতো ভায়েকৰ প্ৰৱেশ।]

ভোলাই (কোৰৰ নালত ধৰি)। দেহি! আমাৰ বাপুদেউ দিছেই থোজা। আমাক কৈছে—"তইঁতে গাইপতি একঠা মাটি নোকোৰাকৈ ঘৰলৈ ভাত খাবলৈ নাহিবি।" একঠা একঠা মাটি কোৰাটো যে আমাৰ উন্নাহটোৰ বল, তেওঁৰ সেইটো উমানেই

নাই। তেওঁক এনেকুৱা অজলা দেখিছে যৈথীয়েকে কথাই কথাই দাঁত কৰচি থাকে।

বসাই। তোবে শপত বোপাই। আমাক একঠা একঠা মাটি কুৰিবলৈ দেৰে পাচোঁতে মোক হাঁহিয়ে খুলি আনিছিল। ইহাৰ অৰ্থটো তেওঁ বুজ পালে আমালৈহে বেয়া দেখি মই মুখখন টিপা মাৰি ধৰি হাঁহিটো ৰাখিলোঁ।

সতাই। আমালৈনো কিয় বেয়া ?

বসাই। কিয় বেয়া, একঠাকৈ মাটি কোৰাটো আমাৰ মানত নিচেই লঘু কথা বুলি তেওঁ জানিব লাগিলে পৃথিৱী গোটেইখন তেওঁ আমাৰ হতুৱাই কোৰাই লব বুলি জনা নাই হবলা ?

সতাই। সেই বুলি বামুণৰ খাব খোৱাটো ভাল নহয়। তেওঁ জানিবা সেইটো ভু নেপাই নকলেই, আমি জানিশুনি কপট কৰিলে এই পুৰুষত যে আমি তেওঁৰ ঘৰত বৈ থাকিবৰেই আৰু কেই পুৰুষলৈ বই মৰিব লাগিব তাৰ কি ঠাইন আছে ? মই হলে বোপাই। তেওঁ কুৰিবলৈ পচা কঠাৰ উপৰিও আৰু কঠাচেৰেক কুৰি থম।

নিতাই। এৰা, সতায়ে কোৱা কথা কিন্তু সঁচা। আমি গাইপতি কিন্তু দেৰে কোৱাতকৈ সৰহকৈ কঠাচেৰেক কিন্তু কোৰোঁহক। কি বোল কিন্তু মনাই ?

মনাই। হ-হ-হ-হ-অয়। ম-ম-ময়ো তা-তা-তা-তাকে বো-বো-বোলওঁ।

( এটাই কইটাই মাটি কোৰে )

তিতাই (কোৰৰ নালত ভেজা দি)। ই। ভাদেমান কোবা হল। বাপুৰ কঠাৰ লেখ-বুজ মাৰি আৰু তাতে কঠাচেৰেক লগাই দিওঁ। আমাৰ হাতলৈ এদোনমান থাকিব। আহ, এইখিনিতে অলপমান জিৰাওঁহক। (এটাইকেইটা চাপি আহি জুৰ পাতি বহে।)

ভোলাই। শুদামুখে বহি থকাতকৈ কথা-বাৰ্ত্তাকে পাতোহঁক। সভাখন বজা হৈ আছে। নিতাই ককায়ে 'পুৰাণ-ভাৱত' অনেক পঢ়িছিল, সাধুকে এটা কওকচোন।

পুহাই। নেলাগে 'ভাৱত'ৰ সাধু কব। ববধুণ আনিলে তিতিবুৰি মৰিব লাগিব। তিতাইৰ কুৰি-ছুৰ্ৰা বেগেতীয়া সাধু আছে, তাৰে দুটামান কওক। তিতাই। কচোন এটা।

বসাই। তিতাইৰ বেগেতীয়া সাধুৰ খুনুপাকৰ মূৰ মেলিব লাগিলে আমাৰ কালে পতং. হাঁহি হাঁহি পেটুনাড়ী সোপাই ছিগিব। তাৰ সাধুৰ নাম কওঁতেই এতিয়াই হাঁহিয়ে মোৰ পেটত উখলমাখল লগাইছে। —চাওঁ, ৰবি বোপাই। মোৰ মুখত কাপোৰৰ সোপাটো দি লওঁ।

পুহাই। ক তিতাই। ক।

তিতাই। সাৰধানে 'মুখ ভৰি' শুনিবাহঁক। এক ৰজা—

( বসায়ে চেকচেকনি মাৰি হাঁহে )

নিতাই (বসাইলৈ চাই)। এ: কিন্তু ৰবি অ'। নো শুনু.তই কিন্তু তই ইমানকৈ হাঁহিলে কেনেকৈ কিন্তু হব ? ৰ, শুনচোন কিন্তু লগে-ভাগে আমিও হাঁহিমহঁক।

তিতাই। এক ৰজা আছিল। তেওঁৰ দুজনী ৰাণী আৰু দুটা হাতী। একদিনাপ্ৰতি ৰজা 'মিৰ্গয়া' কৰিবলৈ গল। পাছে হাতী দুটাই এইখিনি সময়তে ছল পাই ৰাণী দুজনীক আছুৰিকামুৰি চিকুটিবাঁকুহি মাৰি পেলালে।

নিতাই। কিন্তু পিছে ;

তিতাই। পিছে চুকাল।

সতাই। নিতাই ককাই। আমাৰ হাঁহিবৰ হৈছে নে ? এইখিনিতে হাঁহিম নে ?

নিতাই। ও, ৰবি মই লগাই দিওঁ।

হিঃ-হিঃ-হিঃ—

(ভোলাইত বাজে এটাই কেইটাই গিৰ্জ্জনি মাৰি হাঁহে)

ভোলাই। বা তইঁতে কি হঁ হিছ ? মোৰ বেজাৰ লাগিছে। দুজনীকৈ ৰাণী হাতীয়ে বাকুঁহি মাৰিলে।

পুহাই (তিতাইলৈ চাই)। এটা সাধু কৈ আৰু এটা নকলে মোৰ সাপে খায়। আৰু এটা ক।

সতাই। থেই কটা। কত শুনিলি এইটো কথা ?

পুহাই। মইনো নুশুনা-নজনা কি কথা আছে ?

সতাই। বাৰু কওক। আমিও সাধু বিমান পাওঁ সিমান শুনবলৈ ভালহে পাওঁ। তেও তই কববাৰ কথা আনি কববাত কৈছু লোখহে কৈছোঁ। ক, তিতাই ক।

তিতাই। কোনো এক দেশত এজন বামুণ আছিল। তেওঁৰ এদিন পেটটোৱে কোৰকোৰালে। বামুণে বিষোৰ হৈ এজন বেজৰ ঘৰলৈ গৈ "মোৰ

পেটৰ এই গুণ এই বেৱস্থা" বুলি বেজক কোৱাত বেজে অনেক 'ভাবি-চিন্তি' সুধিপুছি বামুণে এপষৰ আগেয়ে জাতিলাও খোৱাটো পালে। পাই কলে "-বাপুদেও! তোমাৰ সেই তাহানি খোৱা জাতিলাও গাৰ লগুণত লাগি টোকাৰিব দৰে বাজি উঠিছে ; আন একো নহয়। তুমি যদি সোনকালে তোমাৰ গাৰ পৰা লগুণডাল নাতৰোঁৱা, তেন্তে তোমাৰ ফালে আধ্যা।" বামুণে সেইদিনাৰে পৰা ভয়ত হাতত লগুণডাল ওলোমাই লৈ ফুৰিবলৈ ধৰিলে।

নিতাই। উঃ! কিন্তু চোৰাঁচোন, এইটোনো কিন্তু সামাইন বেজ নে ?

সতাই। মোৰ মনেৰে হলে বেজতকৈ বামুণৰ বুধিহে বৰ। লগুণডাল যে দলিয়াই নেপেলাই হাতত লৈ ফুৰা বুধিটো উলিয়ালে এইটো কথাহে বৰ আচৰিত।

পুহাই। ওঁ, আৰু এটি যাওক। তিনাটি বা পাঁচোটি নাইবা সাতুটি হলেহে সামৰিব পায়।

নিতাই। সেইটো হয় কিন্তু হওঁতে।

তিতাই। বাৰু কৃষ্ণক চিন্তি, এক বুঢ়া, এক বুঢ়ী আৰু এক পুতেক—তিনিও এদিন এটা বৰসবাহ খাবলৈ এখন গাঁৱলৈ গৈছিল। বাটতে বুঢ়াৰ পিয়াহ লাগিল। পুতেকে বাঁহৰ চুঙা এটা কাটি লৈ পানী বিচাৰি আনিলে। বুঢ়াই পানী খাওঁতেই পিছলি বাঁহৰ চুঙাৰ ভিতৰত পৰি তল গল। তাকে দেখি পুতেকে আৰু বুঢ়ীয়ে কান্দিকাটি হুৱা-দুৱা লগালে। কান্দোন শুনি চাৰিউফালৰ মানুহ চাপি আহিল। তাৰে ভিতৰৰ বুধিয়ক গাঁওখনুৱা মানুহ এটাই বুঢ়াই কানি খায় বুলি শুনি গপি-গুপি এটা বৰণীত এখুদমান কানৰ টোপ দি চুঙাৰ ভিতৰত টোপাবলৈ ধৰিলে। বুঢ়াই লোভ সামৰিব নোৱাৰি বৰশীত খোট মাৰিলতে সি একে চিপেই বুঢ়াক তুলি আনিলে। তাৰ পিছত বুঢ়া বুঢ়ী আৰু পুতেক তিনিও সবাহলৈ গল।

সতাই। এঃ এইটোনো কি সাধু? কিনো বৰ নোহোৱা-নোপজা কথাটো, তাকে আকৌ সাধু বুলি কব লাগিছে ?

বসাই। এৰা, এইবাৰ কিবা সাধুটোত বস নেপালোঁ। তিতায়ে তাহানি কোৱাৰ নিচিনা বসাল সাধুবোৰ নকয়। ইয়াৰ তাহানি কোৱা কিবা তিয়া ভাটোৰ সাধুটো এতিয়াও মোৰ মনত পৰিলে হাঁহি উঠে। তিতাই সেইটো এবাৰ কোচোন।

তিতাই। বাৰু শুন—ছিৰিবুৎ মধুসূদন দিগপাল ৰবৰৰুৱাই তিয়া ভাটো বৰ ভাল পায়।

(বসায়ে হাঁহি বাগৰি পৰে।)

পুহাই। এৰা, এই বাৰহে হৈছে। তিতাই নে কোন ?

নিতাই। উস্! ইয়াৰ পেটটো কিন্তু ভাল সাধুৰ ভঁৰাল। (দূৰলৈ চাই) অ' কিন্তু দেউ আহিছে।

[দেউৰামৰ প্ৰবেশ।]

দেউৰাম। অ'। তহঁতক ভাল বন কৰিবলৈ পাচিলোঁ। এটাইকেটা গোট খাই মেল পাতি বহি আছহঁক। হেৰ ধাৰখোৱাহঁত। বামুণবনো অনু কেইটা কেনেকৈ জীণ নিয়াবিহঁক? খলিহা মাছৰ পেটৰ চাউলটো আজিলৈকে জীণ যোৱা নাই বুলি জানহক নে? এই জনমতে মোৰ ঘৰত বন্দী বোৱাৰ পৰা সাৰিব পাৰিলে ভাল।

নিতাই। কিন্তু দেউ! নেজানি-নুশুনি কিন্তু আমাৰ ওপৰত কিন্তু 'কোবোধ' কৰে কিয়? আপুনি কিন্তু যিমান কাম গাইপতি কৰিবলৈ কিন্তু কৈছিল, তাতোকৈ আমি কিন্তু সৰহকৈহে কৰি থৈছোঁ।

দেউৰাম। তাতোকৈ সৰহকৈ? কিয়, মই গাইপতি একঠা একঠাকৈ ফুৰিবলৈ নকৈছিলোঁ? চাৰিচাৰমান মাৰি বহি থাকি আকৌ বোলে সৰহ-কৈহে ফুৰিছোঁ।

তিতাই। শুনক মই কওঁ। আপুনি একঠাৰহে কথা কৈছে, সেইটো জাপিৰ তলতে চাওক। মই অকলে কোৰা দহকঠা মান পাব।

মনাই। ন-ন-নহইনো কি? ম-ম-মযে কেই ক-ক-কঠা ফু-ফুৰি থ-থ-থ-থৈছোঁ ?

দেউৰাম (মনে মনে)। উঃ! কি হস্তীমূৰ্খ কেটাবে সৈতে মোৰ মৰিবৰ বাহ হল। ইহঁতৰ কথা দেখিলে হাঁহিও উঠে, খঙেও গৈ মূৰৰ চুলি পায়গৈ। বাৰু ইমাননো অজগৈ, পশু ক'ত আছে? সিদিনা শিমলুৰ আগত হাল বাগৈ বুলি কোৱাত শিমলু গছৰ আগলৈ তুলিবলৈ ধৰি গৰুহাল মৰিয়াই-কিলাই আধা মৰা কৰিলে। ভাগ্যে তেনেতে মই গৈ পালোঁ। গৈ দেখিলোঁ দোষহে, নাইবা সেই দিনাই গোবধ মহাপাতকত মোক তল নিয়ালে-হেঁতেন। আজি গাইপতি একো কঠাকৈ মাটি ফুৰিবলৈ পাচিলত সিহঁতে কৰিলে এইখন। লাভ কৰিবলৈ যাওঁতে মূঠেই মই আপদহে কিনি ললোঁ। আগলৈ ইহঁতে মোৰ আৰু বা কি দুৰ্ঘটনা ঘটায়, তাক কোনে জানিছে? দিয়া, বাসুদেউ আছে। তেওঁ যি কৰায় সেয়ে হব।

—

## চতুর্থ অঙ্ক

### প্ৰথম দৰ্শন

আলিবাট

[কান্ধত খানৰ ডাঙৰিৰ ভাৰ লৈ সাতো ভায়েকৰ প্ৰবেশ।]

নিতাই (কান্ধৰ পৰা ডাঙৰিৰ ভাৰ নমাই)। উস্ ৰাম। কিন্তু বহহক বোপাইহঁত ঐ। অলপমান জিৰাওঁ। কিন্তু ছুঠবীয়া মেটমৰা ডাঙৰিয়ে কিন্তু কাণ ছিঙি আনিছে।

( আটায়ে ডাঙৰিৰ ভাৰ থৈ বহে।)

তিতাই। ইমানকৈ দেহা মাৰি হালৰ গৰুতকৈও সাতছাৰকৈ খাটিছোঁহে খাটিছোঁ, তেও বামুণৰ শলাগ নাই নহয়। মুঠেই ধাৰ খালোঁ, অধৰম কৰিলোঁ, টেঙৰালি কৰিলো—এয়েইহে দিনে-ৰাতিয়ে অসন্তোষীয়া বামুণৰ মুখত। সাতশক্ৰৰেও, যেন মৰি মৰি বামুণৰ ঘৰৰ গোলাম জনম নধৰিবি।

ভোলাই। নধৰোঁ ঐ, নধৰোঁ। তিতিলোঁ, বুৰিলোঁ, শিকিলোঁ মোৰ কুটুম্ ঐ। তিতিলোঁ বুৰিলো শিকিলোঁ। এই বাৰৰ পৰা বামুণেহে নেলাগে 'ইম্পৰেও' যদি জনম ধৰ বুলি চিঞৰত গছৰ পাত সৰায় তেওঁ অ.মুকাৰ পৰা আৰু তেনে কথা নহয়।

[ কান্ধত জোলোঙা লৈ কুজা বুঢ়া মানুহ এটাৰ প্ৰবেশ।]

ৰচোন্ সৌ বুঢ়া ভকতজন আহিছে। তেওঁৰ হতুৱাই মঙল এখনকে চোৱাওঁহক। (বুঢ়ালৈ চাই) বুঢ়া আপ। কলৈ যায়? আহকচোন বহক। গুৱা এখনিকে ভগুন কৰকহি।

বুঢ়া। বাৰু, মোৰ বোপাইহঁত। 'কুখলে' থাক।

( ধৰকৰৰকৈ বহে )

মই এইপিনে শিমলুগুৰিলৈ যাবলৈ আহিছোঁ। মোৰ নাতি-লৰাটোৱে আজি কেবাদিনো কেবাজোৰা মানুহৰ আগত ৰতৰা কৈ পঠিয়াইছে—"ককা! দহো-কুৰি এইপিনে আহি যাব।" মই হলোঁ বুঢ়া। আজি-কালি ৰৰকৈ কুৰিৰ-চাকিৰলৈ সিপিনে গাত নাই শকতি, তেও সিহঁতে নুবুজে। সিহঁত ডেকা মানুহ। চাকুৰি ধুৰাদি ধুৰি ফুৰিবৰ সিহঁতৰ ৰতৰ। কিন্তু সিহঁত আকৌ হৈছে আমি বুঢ়াতকৈও সাতছাৰ এলেহুৱা। এ বোপাইহঁত! কি কম, তাহানি তহঁতৰ সমান বয়সত আমি ধতাহৰ আগত উৰি ফুৰিছিলো। ডোখৰে ডোখৰে পিঠা খাই জীণ নিয়াইছিলো। আজিকালিৰ ডেকা লৰাৰ পেট শুকাল। ভাতৰ পাতত বহি লিৰিকিবিদাৰি থাকোঁতেই যায়। দেহি ঐ। এতিয়া মনত পৰিলে বেজাৰ লাগে। ভাতত দিয়া ওঁটেঙা এবখলা পাতৰ কাষত থৈ ইফালৰ পৰা ইফাললৈ আনিয়েই দুকঠা চাউলৰ ভাত খোৱা মানুহ এইটো!

ভোলাই। হয় আপ। তাক আৰু কৰ নেলাগে। এতিয়াও আমাৰ নিচিনা দহোটাৰ সাৰ আপোনাৰ গাত আছে। মৰিশালিতো আপোনাৰ হাড়কেডালে কন্‌কনাই থাকিব। আমিনো কি মুঠেই চেচুকৰ ডেম্‌ডোকা।

বুঢ়া (মৰাৰ কথা শুনি বেজাৰ পাই)। এৰা, আজি-কালি মৰা-জীয়াত কি কথা আছে। আমাৰ বুঢ়া চকুৰ আগতে হেজাৰে হেজাৰে ডেকা মৰি গৈছে। মোৰ প্ৰভুৰ চৰণে যেতিয়া যাক যি কৰে কৰিব।

(হাঁচটিৰ পৰা তামোল এখন উলিয়াই খুন্দনাত ভৰাই খুন্দে।)

বুঢ়া। বোপাইহঁত। তহঁতৰ কাৰবাৰ হাতত কিবাৰূপে মঙ্গল আছে নে?

নিতাই। আছে কিন্তু আপ। গোসাঁয়ে আমাক কিন্তু সকলো সুখৰ পৰা বঞ্চিত কৰিছে বুলিও এই ফেৰাৰ বিত্ত পৰা এই পৰিমিত বিত্ত বঞ্চিত কৰা নাই। ধৰক। (হাত মেলি দিয়ে) আপ। আমাৰ হৈ কিন্তু মঙল এখনকে চাই দিয়কচোন। আমিনো বিত্ত আৰু কিমান দিন বামুণৰ ঘৰত কিন্তু গোলামী খাটি থাকিব লাগিব? আমাৰনো ,কিন্তু দুখ-বেজাৰৰ কথা আপোনাৰ আগত কত কিন্তু কম। সেই এটাইবিলাক কিন্তু বিনাবলৈ গলে তাকৰকৈও কিন্তু তিনি মাহমান লাগিব। মুৰৰ চোঁকোৰা গুচিবৰে পৰা কিন্তু যিমান কিন্তু বিপদ-বিপত্তি দুখ-শোক, লাজ-অমৰ্য্যাতৰ হেঁচা আমাৰ কিন্তু 'শৰীলৰ' ওপৰত পৰিছে, তাক কিন্তু কবলগীয়া নাই। কলেও কিন্তু নপতিয়াব। ইমানবিলাক দুৰ্গতিৰ ভৰ 'পিথৰী'ৰ ওপৰত পৰাহেঁতেন 'পিথৰী'ও সোঁমাজতে দুফাল নহৈ থাকিব নোৱাৰিলেহেঁতেন।

বুঢ়া। এ কেলৈ কৰ লাগিছে মোৰ বোপাই? মই সোপাকে পাইছোঁ। দুখে মানুহক জাক পাতি জুমুৰি দিহে ধৰে। যেতিয়ালৈকে জাকেই ওপৰত পৰি মানুহটোক খুন্দি ভাও নকৰে, তেতিয়ালৈকে তাৰ এৰণ নাই। এতেকে বোপাইহঁত। এইবিলাক আৰু কি ক? তেনেবিলাক কথা এই বুঢ়া গাৰ ভাত-মাছু যেন হৈছে। দুখ-শোকে লখিয়াই এই মুৰ টোকোৰা চৰাইৰ মুৰ যেন কৰিলে; চিঙনিয়াই কঁকালৰ জোৰা লৰালে। আৰু কি কম, কি জানিবি মোৰ

বোপাইহঁত। (ধান গোটাচেৰেক আনি মণ্ডল চাই) এ ৰাম। সহঁত কৰা, ধৰম কৰা, তিৰী বধ, সাত কপিলা বধ। (অলপ তভক মাৰি) বোপাইহঁত। তহঁতৰ প্ৰতি মোৰ 'পৰভু পসন্' । দুখৰ অন্ত পৰিল। শনি 'গৰহে' পাই ইমান দিন তহঁতক উটাইবুৰাই লৈ ফুৰিছিল। এতিয়া আৰু তেওঁৰ ভোগ উকলিব লগা হল। আৰু দিনচেৰেকৰ মূৰতে তেওঁ আৰু তহঁতক ছাৰিব। এতিয়া তহঁতে এটা কাম কৰিলেই সকলো কথা 'সিধি' হৈ উঠিব। গৰখীয়া লৰাৰ আশীৰ্ব্বাদ লব লাগে। গৰখীয়া লৰাতকৈ ডাঙৰ কোনো নাই। তেওঁবিলাক সকলোবোৰ গোকুলৰ কানাইৰ পাৰিষদ।

ভোলাই। বাৰু এই শনি 'গৰহ'টোৱনো আমালৈ ইমান খিয়াল কেলৈ? আমিনো মাউৰা লৰা-কেটাই কি তাৰ পানী খোৱা পুখুৰীত জুই দিলোঁ? আমি দেখোন তাৰ একো অপকাৰ কৰা মনত নপৰে। চৰাইটি হইও আমি তাৰ ধানটি খোৱা-গৈ নাই।

তিতাই। তয়ো বাৰু। শনিক আকৌ আমি অপকাৰ কৰিব লাগিছে। স্বৰ্গত কিবা ধিতিঙালি কৈ ফুৰা, বিং দি পলোৱা, ডিঙিত ভৰি দি খোৱা আবনুৱা আধাকটা দেৱতাৰ একাল পৰিছে নে? তই নেজান নে দেৱতাসকলৰ ভিতৰত যিবোৰৰ বুকুত বৰকুঠাৰ মাৰিলেও তিনিচুৰীয়া ক এটা নোলায়, যিবোৰে অধ্যাপকৰ চেকনিৰ কোবত তত নেপাই পিঠিত তামোলৰ ঢকুৰা বান্ধি আহি বহি আগত পুথিৰ পাত থৈ ক'ত হৈগুদ্ খেলিম, কাৰে সৈতে কিলাকিলি কৰিম, কাৰ বাৰীৰ আম-কঠাল, লেতেকু-পনীয়ল চুৰ কৰিম, কাৰ কুঁহিয়াৰণিত মনে মনে সোমাই শিয়ালে খোৱাদি কুঁহিয়াৰ খাম, ৰাতিৰ ভিতৰত কাৰ গোহালিত সোমাই গাখীৰ খীৰাই লৈ গৰু-পোৱালী মেলি দি আহিম, শেহ নিশাৰ ভিতৰতে গৈ কাৰ পখুৰীত পল-জুলুকী বাই মেলি থোৱা মাছ কেইটা ধৰি আনিম 'ভাবি-চিন্তি' থাকে, সেইবোৰেই ডাঙৰ দীঘল হৈ স্বৰ্গত বিষয় লৈ খাবলৈ নেপাই 'পিথৱী'লৈ আহি 'নৰ-মনিছুক' পযমাল কৰি কাঢ়ি দাবি ডকা-হকাদি খাই পেট পুহি থাকে। এই শনি 'গৰহ'টোও সেই বিধৰে এটা। এনে বিধ পাৰতে গজা দেৱতাক আমি অপকাৰ কৰিব লাগিছে কিহৰ সতি? গৰাকী নাইকিয়া গৰু আমাকে পালে আৰু ধৰিলে।

বুঢ়া। বাৰু মোৰ বোপাইহঁত। মই এতিয়া যাওঁহে। ভালেখিনি বেলি হ'ল।

সাতোটাই। ভাল আপ যাওক।

[বুঢ়াৰ প্ৰস্থান।]

## দ্বিতীয় দৰ্শন

[এমখা গৰখীয়া লৰাৰ প্ৰবেশ।]

১ম ল'ৰা। মই আৰু তোৰে সৈতে কেতিয়াও নেখেলোঁ। তই যাইটো হৈ এনে অন্যায় কৰিলি। তই যদি তাৰ ফাললৈ দে'খোজ আগবাঢ়ি সগলি-হেঁতেন মই তাক নৌ ছোঁওঁতে সি কেতিয়াও তোক আহি ছুব নোৱাৰিলেহেঁতেন।

২য় ল'ৰা। মইতো অন্যায় নাই কৰা বুলিলে তই কোনো কালে নুশুন, মই তাক বেছকৈ জানো। বাৰু আকৌ আহ, মই তোক চকু মুদাই ধৰোঁ। সিহঁত এটাইমখা লুকাওকগৈ। লাগে যদি মোৰ ওচৰত এটা সঁজাতি থাকক।

১ম লৰা। তোৰে সৈতে নেখেলোঁ বুলিছোঁ নেখেলোঁৱেই। এনে অন্যায় কৰা মানুহে সৈতে কেতিয়াও খেলিব নেপায়।

৩য় লৰা। এৰা, বাৰু লুকালুকি নেখেলোঁ, আন ধেমালিকে কৰোঁহক। লুকালুকিত সদায় দন্দ লাগে। আহহঁক।

[চাৰিওফালে আটাইমখাই পিয়াপি দিয়ে।]

৪ৰ্থ লৰা। কু-উ। কু-উ।

৫ম লৰা। ক্ৰু ৰ্ ৰু ক্ৰু ৰ-ক্ৰু ৰ্ ক্ৰু ৰ ক্ৰু ৰ।

৬ষ্ঠ লৰা। (জাত লগাই)

মই এটা ফৰিং ধৰিছোঁ।
সেইফালে নেযাবি সখি কামুৰিব কেচু॥
ফুটুকা পখিলা উৰে, ফেঁটি জোপাতে পৰে,
টুনীটি আনিম ধৰি, ফান্দ পাতিছোঁ॥

৭ম লৰা। আমি এটি ৰঙা ফুল পাইছোঁ। তহঁতক নিদিওঁ।

৮ম লৰা। নেলাগে দিব। আমিও পাইছোঁ।–

৯ম লৰা। আমি এটা ৰঙা ফুল নাই পোৱা— তহঁতক দি-ম।

১০ম লৰা। দিবি।—

২য় লৰা। কপৌটি কুৰ্ কুৰ্, খুদ খাহি আহ।

–কেনেকৈ যান? —বেঙেনা গছত পোৱালি থৈ দেও দি দি আহ।

৪ৰ্থ লৰা। হেৰ আহ, আমি অগা বগা খেলোঁহক।

৩য় লৰা। নেখেলোঁ অগাবগা। হাতত ধৰাধৰি কৈ গীত গাই নাচোঁহক আহ।

[ এটাই মধাই হাতত ধৰাধৰিকৈ গীত গাই
ঘূৰি ঘূৰি নাচে ।]

নাচিছে কানাই, মুৰুলী বজাই,
জুনুক জুনুক নেপুৰ বাজে ।
কাণত কুণ্ডল, কৰে জলমল,
মূৰত মৰাৰ কিৰীটি সাজে ॥

১ম লৰা । নহয়, আমি এইটো গাওঁহঁক ।

জুনুক জুনুক নেপুৰ বজাই,
ৰাধাৰ পদূলিয়ে কোন কোন যায় ।
ধৰ ধৰ কলীয়া কলৈ পলায় ?
নধৰিবি, নধৰিবি ৰাধাৰ জোঁৱাই ॥

২য় লৰা । ৰাধকুণ্ড শ্যামকুণ্ডটোহে ভাল । সেইটো গাওঁ, সেইটো গাওঁ ।

১ম লৰা । মই উলিয়াই দিয়াটোনো তই ভাল বুলিবি নে ? তাক মই বঢ়িয়াকৈ বুজ পাওঁ । আমি আঁতৰিয়েই থাকোঁ । তইঁতেই গা ।

২য় লৰা । তোৰে শপত, মোৰ আইৰে মূৰ খাওঁ, সেইটো নহয় । তইনো আৰু কেনে মানুহটো মই কব নোৱাৰোঁ । মিছামিছিকৈ তই বোক বেয়া পাইছ । (হাতত ধৰি টানি) আহ, মোৰে শপত । অ' চাচোন তই ইমানতো নপতিয়াৱ নে ?

ৰাধকুণ্ড শ্যামকুণ্ড গিৰি গোবৰ্দ্ধন ।
মধুৰ মধুৰ বংশী বাই সেই বৃন্দাবন ॥ (নাচে)

[ কান্ধত ডাণ্ডৰিৰ ভাৰ লৈ সাতভায়েকৰ প্ৰবেশ ।]

ভোলাই । আমাৰ 'ভাইগটো' চাচোন, ঠিতাতে পৌমখা গৰখীয়া লৰা লগ পালেঁহি । সেই মণ্ডলতী বুঢ়া ভকতজন শুদাশুদি লোক নহয় । তত গণি-পঢ়ি যি কলে সি হাতে হাতে ফলিয়াইছে ।

নিতাই । ডাণ্ডৰিৰ ভাৰ কেইখন কিন্তু থওঁক । লাহে লাহে গৈ কিন্তু তেওঁবিলাকৰ আগতে দীঘল হৈ কিন্তু পৰি আশীৰ্ব্বাদ লওঁ গৈ কিন্তু ।

( ভাৰ থৈ লাহে লাহে লৰাবিলাকৰ ফাললৈ যায় । )

১ম লৰা । হেৰ চাহকচোঁন ! সৌ মানুহকেটাই কান্ধৰ পৰা ভাৰ কেখন নমাই থৈ আমাৰ ফালৈ কেনেকৈ পোনাই আহিছে ।

২য় লৰা । বোপাই ! কথা কিবাহে । চকু টিপিয়াটিপিকৈ সিহঁতে আমাৰহে কিবা কথা কৈছে ।

৩য় লৰা । আমাক সিহঁতে কি কৰিব ? মোৰ হাতত বিহে এইডাল ডাঙুকা খাঁহৰ এৱাৰি আছে, গাইপতি একোৰ একোৰহে লাগিব আৰু বগুৰা-হঁতৰ কালে পতং ।

৪ৰ্থ লৰা । সিহঁত মোৰ ওচৰলৈ আহিলে হলে একেটা থিয়কিলতে সিহঁতৰ মই পেটু উলিয়াম ।

৫ম লৰা । মোৰ হাতত চপৰা-দলি গোটাচেৰেক থাকক মাথোন, সিহঁতৰ কেউটা আহকচোন ।

১ম লৰা । হেৰৌ ! এই কেইটা সঁচা কৈছোঁ, বলিয়া মানুহ । নেদেখিছ সিহঁতৰ অহাৰ গতিটো ।

২য় লৰা । হয় । পলা ! পলা ! পলা ! হৰকম— [ মধাই কোঢ়াল কৰি লৰি পলায় ।]

তিতাই ( খেদা দি ) । হে ! হে ! ৰবা, নপলাবা, নপলাবা । আমাক 'আশীৰ্ব্বাদ' একেষাৰ দি যোৱাহঁক ।

সতাই । নেযাবা ঔ নেযাবা, মোৰ গোকুলৰ কানাইৰ পৰিষদসকল । নেযাবা । আমি এঠাই সাগৰত পৰিহে তোমালোকক সহায় ভজিছোঁ ।

মনাই ( খিঙিয়াই ) । বো-বো-বো-বোৱা মো-মো-মোৰ-গো-গোবিন্দাই ঔ । বো-বো-বোৱা মোৰ কি-কি-'কিক্কাই' । আ-অ আমি বি-বি-বি-বিপদীয়া মা-মানুহ ।

নিতাই । লৰি আহ কিন্তু ভাইহঁত । লৰি আহ । খেদা নিদিলে কিন্তু ধৰিব নোৱাৰিম । ( ভাগৰ লাগি বৈ ) "নেদেখি কিন্তু আছিলোঁ ভালে হল, দেখাদি কিন্তু 'কিক্কাই' বলৈৰা গল ?" ভাইহঁত কিন্তু আমাৰ কিন্তু ফুটা কপাল । পাইও কিন্তু হেৰুৱালোঁ । দুখীয়াৰ দুখ কিন্তু কোনোমতে কিন্তু নুগুচে । বিধতাই মনৰ হেঁপাহেৰে কিন্তু আমাৰ কপালত কিন্তু লুইতৰ পাৰৰ পুৰা কুঁহিয়াৰ যেন কিন্তু খাগৰিৰ কাপেৰে বামুণৰ বন্দী হৈ থাকিয়েই এই কেডাল হাড় কিন্তু পেলাবলৈ লেখিলে, তাক কিন্তু কোনে খণ্ডাব ? লোকৰ কপালত যি থাকে সিহে কিন্তু ঘটে । আমি দুৰ্ভগীয়াৰ কিন্তু কপালত যি নাই সিও ঘটে । আমাক কিন্তু "ঈশ্বৰে" দুখৰ পোক কৰি কিন্তু চৰজিলে—দুখতে কিন্তু উপজিলোঁ, দুখতে কিন্তু গেলিপঁচি মৰিম । দুখ আমাৰ কিন্তু পইতা ভাত । শোক আমাৰ কিন্তু পকা খৰিচা । বেজাই আমাৰ কিন্তু লোণ, তেল । দুৰ্গতি আমাৰ কিন্তু জল-কীয়া । এতেকে কিন্তু কি হব বেজাৰ কৰিলে ? কি কৰিব কিন্তু শোকত পুৰি । বল ঘৰলৈ কিন্তু যাওঁহঁক ।

[ সকলোৰে প্ৰস্থান ।]

## তৃতীয় দৰ্শন

দেৱাই বাপুৰ বুলনি ঘৰ

সুভদ্ৰা বুঢ়ীয়ে পাঁজী কাটে আৰু গুণগুণাই গায়—

পানী শুকাই গল,
বগে ধৰি খালে
এ অলপে পানীৰে মাছ।
হৰি নাম লবলৈ হেলা নকৰিবা,
কালে ধৰি আছে পাছ॥

কৃষ্ণৰ বিক্ৰম,-অ হৰি ৰাম ৰাম-দেখি খীক-ৰাজ—অ হৰি ৰাম ৰাম—(যঁতৰৰ শলাডাল পিটিকি) শলাডালতনো আকৌ কি লাগিল আহি? কেনেকৈ এছাৰি এছাৰি গৈছে? "পৰম বিস্ময় মনে এ; পানী শুকাই গলে বগে ধৰি," নাই আজি যঁতৰটোক ভূতেই কি পিশাচেই পাইছে;-"ধৰি খালে এ অলপে পানীৰ মাছ। হৰি-নাম লবলৈ হেলা নকৰিবা কালে—উস্ কি কালে পালেহি এক!—ধৰি আছে পাছ। স্বামী হেন জানি—গল ছিগি। (যঁতৰৰ বতিয়া ছিগে) যা ছিগি। কোনো এখন বনকে যে সুকলমে কৰিব নোৱাৰি, আসোঁৱাহেইহে আসোঁ-ৱাহ। এনেনো জুই লগা ঘৰখন মুঠেই। এইখন ঘৰে কেতিয়াও উদ্গতি কৰিব নোৱাৰে; সি ৰসা-তলকৈ যোৱা ঘৰ, ৰসাতললৈ যাব। যঁতৰটোত মুখ লাগিলহে হৰলা। মই যঁতৰ থিয় কৰোঁতেই সেই জুইসাগতীজনী আহি যেতিয়া বহিলহি, মই তেতিয়াই জানিছো আজি এটা অথন্তৰ মিলিব। অথনিকৈ সাজতোলানী আহিলে পানী এটোপাহে কটাই লব লাগিব।

[ সাজতোলানীৰ প্ৰবেশ। ]

অ' সাজতোলানী বাই। তই ভালেমান দিন জীবি বুজিছ নে? তোৰ কথা কওঁতেই তই ওলালিহি। (ভুখৰিপীৰালৈ আঙুলিয়াই) সেই ডোখৰকে চপাই আনি বহ বাই। আজি মোক এই আপদীয়া যঁতৰটোৱে নকৰিবৰ চকনি কৰিছে। উলিয়াই আনি বহিবৰে পৰা মুঠেই ইফাল ভাগিছে, সিফালে ছিগিছে। কি লাগিছেনো তাত কব নোৱাৰোঁ। সেই শাঁখিনীজনী যেতিয়াই মোৰ ঘৰলৈ আহে, তেতিয়াই মোৰ এটা যে ভগন নহৰ সি কচিত্তে নোহোৱা নহয়। তোৰ হতুৱাই এটোপা পানী কটাই লব বুলিহে ভাবিছোঁ বাই।

সাজতোলানী। দিম কাটি মোৰ আই। মানুহবনো 'গুণ-বিদা' মৰিলে লগত লৈ যাবলৈ লাগিছে নে? মোৰ পৰভুৰ দুখানি চৰণে ভালে ৰাখে মানে কাকো কুচৰ্চুট-কপট নকৰোঁ, যিমান পাৰোঁ পৰৰ উপকাৰ-কেহে কৰি থাকিম। এইবিলাক কাৰণতে মোলৈ আটায়ে হামবাও কাঢ়ি মৰে। এদিনমান মই বাহিৰলৈ ওলাব নোৱাৰিলেই গাঁৱৰ পৰা জোৰা-জোৰে খেদা আহি ওলায়হি। এজনীৰ ত লৈ গৈ আন এজনীৰ তালৈ যাব নোৱাৰিলেই তাই মুখ ওফোলাব। দিনটোত মই মুঠেই একুৰি-এডোখৰ হৈ ফুৰিব লগাত পৰে। এতিয়া ফুকনানীৰ ঘৰৰ পৰাহে আহিছোঁ। তেওঁৰ নৰাটোৰ মোৰে ধৰিছিল। মই কাণে-নাকে ভাত এগাল খাই যাবলৈকো তত নেপালোঁ। নৰা-পাতহে যিপাত বাকীয়েই নাই, মুঠেই মাটিতে থব নে আকাশতে থব। আতোলতোল কৰিয়েই তাক গুচালে। দিনতো চৰাই-পোৱালিক টোপ খুৱাদি তাক যিহকে পায় তাকে কটিয়াই থাকিব। সাদৰৰ তাপত তাৰ পয়া লাগিছে গৈছে। ইপিনে সি মুঠেই মাকৰ বিহাৰ আঁচলৰ পৰা খামোচকে নেৰে। অমুকটোকে কৰোঁ বুলিলে তেহেলৈ বামুণেই মৰক বা লগুণেই ছিগক, সি কৰিহে এৰিব। আমি এনেখন সাদৰ দেখুৱাই ল'ৰা-ছোৱালী গুচুৱা দেখিব নোৱাৰোঁহে। তাইহঁতেহে যেন ল'ৰা-মাইকী হৈছে, আমি যেন হোৱাই নাই।

সুভদ্ৰা। বোৱাৰী। তামোলৰ বটাটো লৈ আহ। আলহী আহিছে, তই দেখা নাই নে?

চণ্ডী (ভোৰভোৰাই)। গৈছোঁ মই তামোলৰ বটা লৈ যোগান ধৰিবলৈ। তামোলৰ মোকোৰা মাৰি সৎসতনি মাৰিব লাগিলে আপুনি উঠি আহি বটা লৈ গলেহি কিবা হাতখন ছিগি পৰিব নে?

সুভদ্ৰা। কি ভোৰভোৰাইছ হয়? তামোলৰ বটাটো খোজা কাণত পৰিছে নে নাই?

চণ্ডী। কাণত নপৰিবলৈ কিবা কালৰী হৈছোঁ নেকি? কোনোবা যদি হবৰ মন গৈছে হওক। মই নিদিলে কিবা জানো কাৰো হাতত তামোলৰ বটা নুঠে?

সুভদ্ৰা। বাৰু মোৰ আইহে। মোৰ দোষ মৰষিবা, তুমি নেলাগে বটা দিব। মই গিয়ান থাকোঁতেও অগিয়ানী হৈছিলোঁ, নহলে তোমাক বটা কেলৈ খুজিম? তেওঁ ইমানকৈ মুৰে-ভৰি কাঢ়িলে গোসাঁয়ে নসহে।

সাজতোলানী। ঔ বোৱাৰী। তুমি দেখোন শাহুৱেৰাক অলপো নেমানা? কিবা বোলে সে নেজা এইবিলাক কথা। শাহু-শহুৰ দিনীইতক

'স্বাইন কাৰোণ' কৰি তেওঁবিলাকৰ হাক-বচন পালিহে ৰোৱাৰী ছোৱালী চলিব লাগে। তেওঁবিলাকতকৈ ডাঙৰ আৰু মান্যৰন্ত লোক তোমাৰ কোন আছে ? তেওঁবিলাকহে তোমাৰ গুৰু। তেওঁবিলাকক সেৱা-ভকতি কৰা আৰু সুখ-সন্তোষ দিয়াটোৱেই তোমাৰ ঘাই কাম। তোমাৰ সকলো কাম এফাল আৰু গুৰু-গোসাঁইক মাইন-মাননা কৰাটো কাম অকলৈ এফাল। তোমাৰ স্বামীয়েই তোমাৰ গুৰু। তোমাৰ শাহুৱা আকৌ তোমাৰ স্বামীৰ গুৰু ; সেই দেখি এটাইতকৈ সৰহকৈ তেওঁ তোমাৰ পৰা মান-সৎকাৰ পাব লাগে। 'পুৰাণ-ভাৰতত' শুনা নাই নে পাঁচ পাণ্ডৱৰ ঘৈণীয়েক 'দৌৰপদীয়ে' কুন্তী শাহুক কেনেকৈ ভকতি কৰিছিল ? সাবিত্ৰীয়ে তেওঁৰ স্বামী 'সইত্তবানক, কেনেকৈ যমৰ হাতৰ পৰা কাঢ়ি আনিলে ? সীতাই "জন্মে জন্মে পাম ৰামকেহে পতি কৌশল্যা হৈৰন্ত শাহু" বুলি কোৱা শুনা নাই নে ? মই নিলগীয়া মানুহ। এইবিলাক কথা তোমাক কোৱাত তুমি বেয়া পাব পাৰা আৰু তাৰ বাবে মোক গালিও পাৰিব পাৰা ; কিন্তু মই পেটত কথা নথকা মানুহ। ধৰম কথাটো নকৈ নোৱাৰোঁ। বোলে সভাত থাকি নেমাতে উচিত, দোষে পায় কিঞ্চিৎ কিঞ্চিৎ।

সুভদ্ৰা। কিনো কৈছা সাজতোলনী। তাই মোক মান কৰাটো পাইছোঁৱেই নহয়, চৈটুত গচকা মাৰি ধৰি তাই মোৰ এদিনাখন পেটু নেকাটিলেই গোসাঁইক পলাগিম।

চণ্ডী (মনে মনে)। যা, যা. তই বি বিচাৰি আহিছ, তাকে লৈ গুচি যা। ইয়াত আহি 'শাচতৰ' মেলি মাথমি-মুখনিকৈ ধৰমৰ কথাখন কব নেলাগে। মই বিহকে ভাল দেখোঁ তাকে কৰিম। তইত মোৰ ওপৰত ডৰি কৰোঁতা কোনো নহব।

সাজতোলনী। বাৰু আই থাওক। এতিয়া মই তামোল নেখাওঁ। মই আহিছিলো কিয়, এই কাইলৈ মোৰ গাখলুক কলি দিয়াও বুলিছোঁ। তাৰ পঢ়িবৰ বৰ মনটো। বেবে-ছালে এণ্ডাৰেবে আকি ক, খ, গু, দেখি ফুৰে। সেই দেখি বোলোঁ 'বিদাস্তৰ' টোকে কৰাই দিয়াওঁ। তাকৈকে বিৰু বাপুক কলত তেওঁ বোলে "ভোন্দনি এটাই আৰু চৰতীয়া এটাই গোটাই থবি, কাইলৈকে তাক কলি দিম।" মই বোলোঁ মাগিখুজি আনি চৰতীয়াৰ থলত আদনহীয়া এটাকে দিম তেও আপুনি মনত কুণাৰি নেবাথি সন্তোষ হৈ তাৰ 'বিদাবন্ত'টো কৰি দিয়ক। তকৈকে ধনফেৰাৰ কথা আই মৌজাদাৰনীক কৈছিলোঁ। তেওঁৰ হাতত হেনো আজি নাই। পৰশুই মাকৈহে দিব পাৰিব। বাপুৱে আকৌ কাইলৈ নহলে পৰশুইলৈ হেনো আহিব নোৱাৰে, বোৰহাটলৈ হেনো কৰৰ খাবলৈ যাব। সেই দেখি পেটে পেটে বোলোঁ বামুনী আইৰ হাতৰ পৰাই নিনিলে আৰু আন ঠাইৰ পৰা ততাতৈয়াকৈ কত জোৰা মাৰিব পাৰিম ? তত হাতত থাকিলে, কোনো কালেও নিদিয়াকৈ নেথাকে।

সুভদ্ৰা। জানো মোৰ হাতত পয়ছা আছে নে নাই চালেহে কব পাৰিম। ৰবি বাৰু।

[ভিতৰলৈ উঠি যায়।]

সুভদ্ৰা। (উভতি আহি) শুনিছনে সাজতোলনী চৰতীয়া এটাহে পালোঁ, তাকে নিবি নে ? আৰু চাইটানো কত পাবি ?

সাজতোলনী। দিয়ক তাকে, আকৌ আন এক উপায় কৰি বাকীকেটাৰ জোৰা মাৰিম। নহলেনো আপুনি কি কৰিব ? আপোনাৰ হাতৰ পৰা সদায় পাইটো-পয়ছাটো নিয়েই থাকোঁ। এ তাকেতো কৈছিলোঁ সিদিনা। বোলোঁ আপোনাসকলৰ পিছত আমাক এইবোৰ ডেকেৰী ছোৱালীয়ে শোধপোছ কৰক ছাৰি আগত থিয় হলেও মূৰ দাঙিয়েই নেচাব। আপোনাসকল বুঢ়ী কেজনী থাকে মানেহে আমাৰো মুখ জুৰাবৰ ঠাই থাকিব। ভাল, আই। থাকিব এতিয়া। মই আহিলোঁহে। লৰা-পোধালিটোৱে গলেই জেক্ জেক্ কৰে ধৰিব, এতেবেলি কত আছিলি বুলি ? [প্ৰস্থান।]

[কান্ধত ডাঙৰিৰ ভাৰ লৈ নিতাইহঁতৰ প্ৰবেশ।]

সাতোটাই। আই। আই। ডাঙৰি ক'ত থম ? কাম ছিগি আহিছে তেনেই। কওক বেগাই, ক'ত থম ? কওক, কওক।

সুভদ্ৰা। (খঙেৰে)। থবলৈ কতো ঠাই পোৱা নাই যদি মোৰ মূৰৰ ওপৰতে থহঁক।

[সাতোটাই ধুপ ধুপকৈ মূৰৰ ওপৰত ডাঙৰি পেলাই দিয়ে। বুঢ়ী ভৰত চেপেটা লাগি মৰে।]

---

## চতুৰ্থ দৰ্শন

### দেউৰামৰ ঘৰ—আন এডোখৰ

দেউৰাম (বহি, মনে মনে)। মই বি দিনাই গৰুস্বালি কৰি এই কালসৰ্প কেইটা মোৰ ঘৰত সুমালোঁ, সেই দিনাই সিইঁতৰ লগে লগে মই শনিকো সুমালোঁ। নীতি-শাস্ত্ৰত কৈছে, 'সসৰ্পে চ্ গৃহে্ বাসো্ মৃত্যুৰেৱ ন সংশয়ঃ।' এই

শাস্ত্ৰৰ বচনটো মোৰ গাত নিখুঁতকৈ ফলিয়াইছে। এই কালসৰ্পকেটাই মোৰ আইকতো দংশিলেই; ইমানতে যে ইহঁতে ক্ষান্ত দিব সি কেতিয়াও নহয়। মোক আৰু মোৰ তিৰুতা, বঙহ-পৰিয়াল, মিতিৰ-কুটুম সকলোকে দংশিব। মোক কি দুৰ্ম্মতিয়ে, কি আচল পিশাচে পাইছিল যে এনে হস্তীমূৰ্খ পাষণ্ড দুৰাচাৰ, নৰাধম, পাপীকেটাক গোটাই লবলৈ। যাৰ সাধাৰণ ভাল-বেয়া, সঁচা-মিছা, ধৰ্ম্ম-কৰ্ম্ম, মানুহ-গৰুৰ জ্ঞান নাই, তাৰ ওপৰত বিশ্বাস স্থাপন কৰি নিৰ্ভৰ হৈ থকা মোতকৈ মূৰ্খ আৰু কোনোবা আছে নে? মইতো বেছকৈ জানো যে ল'ৰা, বলিয়া আৰু নিৰ্ব্বোধ এই তিনিও একে শাৰীৰ মানুহ। সবাই নকৰে কি, বাতুলে নকয় কি? জ্ঞানশূন্য পাপমতি মানুহে কৰিব নোৱাৰা একো কাম নাই। এই পাপিষ্ঠহঁতৰ জ্ঞানশূন্য ভড়াল পৰৰ অনিষ্ট, পৰৰ অপকাৰ, হিংসা, দ্বেষ আদিৰে ভৰা। দুৰাচাৰহঁত আপোন দুৰ্ব্বুদ্ধি গুণেই কৰবাত কলমলাই মৰিল-হেঁতেন। এতে দিনে সিহঁতৰ হাড়তো বন গজিলে-হেঁতেন। সেইবিলাক আপদ আৰু দুৰ্গতিৰ হাত সৰুৱাই আনি পোহপাল দি সিহঁতৰ উপকাৰ কৰাৰ বাবে মোৰ এই লাভ হল। ইয়াকেহে বোলে উপকাৰীক অজগৰে খায়। সি যি হওক, ইহঁতৰ এই নিদাৰুণ টাঙোনে মোৰ সাঁফি লৰালে। যত দিন জীয়াই থাকোঁ তত দিন ইয়াৰ বিষ থাকিব। 'মালিনীয়ে নেপাহৰে ফুলৰ শোক, সাপেও নেপাহৰে কঁকালৰ কোৰ'। প্ৰতিহিংসা, প্ৰতিহিংসা, প্ৰতিহিংসাইহে ইয়াৰ ঔষধ। শাস্ত্ৰই কৈছে 'জিঘাংসন্তং জিঘাংসিয়ান্ন তেন ব্ৰহ্মহা ভবেত।' ইহঁতত এতিয়া আততায়ী পদটো সম্পূৰ্ণৰূপে খাটে। 'আততায়িনঃ বধে ন দোষঃ।' যদিও প্ৰতিহিংসা ব্ৰাহ্মণৰ ধৰ্ম্ম নহয়, তথাপি ব্ৰাহ্মণ হৈও পিতৃবৈৰী মাতৃবৈৰীৰ প্ৰাণ লোৱাৰ ফট্‌ফটীয়া আহি পুৰাণ-ভাৰতাদিত অনেক পোৱা যায়। অশ্বথামা বামুণ, তথাপি পিতৃবৈৰী পাণ্ডৱৰ প্ৰাণবধ কৰিবলৈ হাতত অস্ত্ৰ লৈ কেনেকৈ তেওঁবিলাকৰ শিবিৰত ৰাতি বায়ৰ নিচিনাকৈ সোমাই পাঁচ পাণ্ডৱ বুলি তেওঁবিলাকৰ প্ৰাণৰ সমান পুতেক কেইটিৰ প্ৰাণ ললে। প্ৰতিহিংসাৰ জলজলীয়া দৃষ্টান্ত ইয়াতকৈ আৰু কৰবাত আছে নে? এতেকে সত্য, সত্য, তিনি সত্য খাই মই কৈছোঁ—যদি আজিৰ পৰা চতুৰ্থটো সূৰ্য্যই নিতাইকে আদি কৰি সাত পাষণ্ডৰ মুখ দেখিবলৈ পায়, তেনেহলে মই সেইজনী আইৰ জহৰা পুতেক। ইহঁতৰ তেজেৰে মোৰ আইৰ তপত পিণ্ড দিম, মঙহেৰে কাউৰী-শগুণক ভোজ খুৱাম, হাড়েৰে কুকুৰ-শিয়াল পুজিম। তালৈকে এতিয়া উপায়?—

[এটা গঞা মানুহৰ প্ৰবেশ।]

দেউ। কি হ'ল? তোমাৰ কি হ'ল? কি হ'ল? নিধাতু খাই আহিছা দেখোন?

মানুহ। দেউ সৰ্ব্বনাশ। সৰ্ব্বনাশ হ'ল। নিতাইহঁতে সৰ্ব্বনাশ কৰিলে। সিহঁত বলিয়াই হৈছে নে বতিয়াই হৈছে কব নোৱাৰোঁ, সাতোওটা কৰবাৰ পৰা আহিছিল, বাটতে চাপৰি কচুশাক তুলি থকা বুঢ়ী এজনী দেখি বোলে "এতিয়াই আমি বুঢ়ীজনী পুতি থৈ আহিছিলো, আমাৰ পাছুতে আকৌ তাই গাতৰ পৰা ওলাই আহিল। বাক দুষ্ট বুঢ়ীজনী হয়। বাপুৱে এইটো কথা দেখিলে আমাক কি বুলিব? বুলিব ইহঁত কটা নিচেই থাৰ খোৱা, গৰাকীৰ হুকুম নুগুনা অকামিলা, সোৰোপা মানুহকেটা। বুঢ়ীজনী ইহঁতক পুতি থৈ আহিবলৈ পাচিলৌ। নুপুতি এনেই গুচি আহিল।" এই বুলিয়েই দেউ। মাৰ মাৰি বুঢ়ীজনী মাৰি কান্ধত তুলি লৈ গাত খানি পুতি থলেগৈ। সিহঁতৰ সেইবিলাক কথা দেখিয়েই গাঁৱৰ মানুহ গোটেইখনে কন্দাকটা লগাইছে। সিহঁত যেনিয়েই গৈছে, তেনিয়েই মানুহ ভয়ত পলাই যাট মানিছে। এই গুণ, এই বেৱাস্থা বাপুদেউ। আৰু সিহঁতে কাক কত মাৰে, কি কৰে, চিন নাই। আমি কলৈ যাওঁ, কি কৰোঁ, বিবুদ্ধি। এতেবেলি মানে আৰু বা কত কি আথান্তৰ মিলাইছে তাক হৰিয়েহে জানিছে।

দেউবাম। বৰা তুমি ভয় নকৰিবা। সিহঁতে আৰু একো নকৰে। কি কথা, কি বতৰা, মই সকলো-বিলাকৰ ওৰ লৈ তাৰ প্ৰতিকাৰ কৰিম। আৰু—

[সাতো ভায়েকৰ প্ৰবেশ।]

দেউ। তহঁতৰ কি হৈছে অ'? কি গোলমাল লগাইছহঁক?

ভোলাই (নিতাইৰ কাণত ফুচফুচাই)। ভাল কথাটো হল। বুঢ়ী গাঁতৰ পৰা ওলাই আহি কচুশাক তোলা কথাটো বাপুৱে বুজ পালে হবলা? যিহলৈকে ভয় লেয়ে পালে। এই গাঁওখনত মুঠেই কোনো এটা কথাকে বিশ্বাস কৰিব নোৱাৰি। তিনি তিলিকিতে সি গোটেই গাঁৱত বিয়াদান দিয়ে নহয়।

দেউবাম। কি ফুচফুচাইছহঁক? শুনিছহঁক নে নাই?

নিতাই। দেউ। একো হোৱা নাই। আইক কিন্তু পুতি—

দেউবাম। হে হে মিছাকৈ বকুনবকাবি। যি কথা সুধিছোঁ তাৰ উত্তৰ নিদি বেবেৰিকাং গাবলৈ আহিছ? বাক মই লাহে-ধীৰেহে ইয়াৰ ভবি

লব। (ভেকাহি মাৰি) নেমাওঁহঁক নে এতিয়া ইয়াৰ পৰা ভিতৰলৈ? (গএল মানুহটোলৈ চাই) শুনিছা নে, এতিয়া যোৱা। সকলোকে কোৱাগৈ, একো ভয় নকৰিব। ইহঁতক এতিয়াই তপতে তপতে কিবা সুধিলে তাৰ আতিগুৰি একো পোৱা নহব। সিহঁতৰ মূৰৰ মগজু উতলি থকা সময়ত সেইবিলাক কথা উলিয়ালে আৰু অনিষ্টৰহে সম্ভাৱনা।

[মানুহটোৰ প্ৰস্থান।]

দেউ। উস্ ভয়ানক কথা! যিমান সময়, যিমান দিন বাঢ়িছে, ইহঁতৰ পৰা বিপদ সিমান বাঢ়িছে। ঠিক। উপায় ওলাইছে। যি দুৰ্ব্বুদ্ধিৰ আশ্ৰয় লৈ সিহঁতে মোৰ শত্ৰুতা আচৰণ কৰিছে, সেই দুৰ্ব্বুদ্ধিৰ ফান্দতে পেলাই পাপীহঁতক সংহাৰ কৰিম। বিষস্য বিষমৌষধং। হুলক হুলেহে কাঢ়ে।

[প্ৰস্থান।]

---

## পঞ্চম অঙ্ক

### প্ৰথম দৰ্শন

মাজনিশা

তিতাই (শোৱাপাটীত পৰি)। মই আজি নতুন জনম পালোঁ। ওপজা কালৰে পৰা অন্ধলা মোৰ সৰুকৈ চকু গজিল। অগিয়ানীয়ে গিয়ান পালোঁ। 'ঈহপৰৰ' ইচ্ছামতেই এনে ঘটনা ঘটে। 'পিথবীত' মূৰুখ মানুহৰ 'কইলাম' নাই। তিতিবুৰি যে শিকে বুলি মানুহে কয় সেই কথাটো সমূলি সঁচা। এই গৰুবালি, এইবিলাক দেশে ইহঁা ল'বাৰ নিচিনা কাম কৰাৰ বাবেই আমাৰ এনে দুৰ্গতি। শেহৰ ফল আওমৰণে মৰা। ককাইহঁতকৈ মই অলপ কথা ৰতআৰিলাকৰ উৰাদিহ পাওঁ, গতিগোত্ৰ বুজোঁ দেখি মই সিহঁতৰ জুই পুৰাবলৈ পালোঁ। বপুৰাইঁত হোজা। বেয়ে যিহকে কয়, তাকে নগনি সঁচা বুলি ধৰে দেখি আওমৰণে মৰিল। উস্। বিটলীয়া বামুণে এনে ফিকিৰকৈ নিঃকিন ভোদা 'পাৰণী' কেটো মাৰিলে। মোৰ আয়ুসত চাউল আছিল দেখিহে সিহঁতৰ শোকত পুৰি মৰিবলৈ থাকিলোঁ। সিহঁতৰ লগতে কটা মৰো মৰি যাওঁ। লেলেটোয়া জীৱ লেলাইখেলাই থাকিব লাগে নহয়, কিয় গোসাঁয়ে তাক মাৰি দুখ দিব? উস্। মই বিটলীয়াৰ ফিকিৰটোহে চাইছোঁ। দুইমুনিহে আঁকোৱালে সোপোৱা ভইব্য গছুৰ ডালটো বিটলীয়াই কাটি দি সিহঁতক কান পাতি ধৰিবলৈ কয়? হোলগোজ ভকত সিহঁতে আকৌ তাকে শুনিলে। মই খিতাতে 'বুধিটো' উলিয়াই আওধলীয়া কাটি নোযোৱাহেঁতেন মোৰো সেই দশাই হলহেঁতেন। মূৰকত যেতিয়া মানুহকটা মাৰি অঁতালে তেতিয়া বামুণে মোক দেখুৱাই হায়-ঔ বি-ঔ কৰিছে। কটা বামুণ। তোতকৈ ধূৰ্ত্তং নাই। তোৰ, তোৰ, তোৰ, বামুণৰ তোৰ, এটা চৰতীয়াৰ লোভত মৰা বিচাৰি তিনি দিনৰ বাট যোৱা বিটলীয়াৰ মই সৰ্পনাশ কৰিম। যদিহে মোক গোসাঁয়ে ভালে-কুশলে ৰাখে, তোক লাৰে লাৰে পানী খুৱাই মই বাপ বাপ সোঁৱৰাম। মৰো সতকাই তোৰ লগ নেৰিছোঁ এখোন। মোৰ ছটা ককাইক 'অনিয়াই' কৰি মৰাৰ পোতক মই তোক দিম। তাকে নকৰে মানে মোৰ হিয়াৰ শালডাল উভাল নেখায়। মই তোৰ হাড় গৰকি মঙহ খাম, ছালেৰে ঢাকুমকুমা বাম।" বাৰু মোৰনো তই কেনেকৈ মাৰ চাওঁচান। মই এতিয়া সাত বিহুৰ শয়াকণী হলোঁ বুলি জানিবি। মোক তই নেগুৰ কটা বাঘ কৰি এৰিলি। বিটলীয়া। তই সাপ মাৰি নেগুৰত বিষ থৈ নিজৰ মহামাৰী নিজে চিন্তিলি।

[লুটিবাগৰ দি হামিয়াই তিলিকি মাৰে। হাতত দা লৈ দেউৰামৰ প্ৰবেশ।]

দেউৰাম (জুপি, মনে মনে)। আও। ইয়াৰ এতিয়াও টোপনি অহা নাই। কিবা এটা গম পাইছে হবলা? মই দাখন ধৰোঁৱা দেখি আছিল বা? নহলেনো আজি ইমান ৰাতিলৈকে ইয়াৰ টোপনি অহা নাই কেলৈ? যিটো মানুহৰ ভাত খাই উঠি পাটীত পৰিলে চকু চাওঁতেই টোপনি আহি মৰাৰ নিচিনা হয়, কাণৰ কাষত জয়ঢোল কোবালেও যি সাৰ নেপায়, সি যে এই দুপৰ ৰাতিলৈকে টোপনি নহ'কৈ পাটীত পৰি থাকিব পাৰে এই কথা নিতান্ত সন্দেহ কৰিবলগীয়া। ইয়াকহে আজি-কালি বেলে টেঙৰ দেখিছোঁ, ই মোৰ অভিপ্ৰায় জানিব পৰাটো একো টান কথা নহয়। যিটো মানুহ আগেয়ে গোটগৰু কাণ্ডজ্ঞানশূন্য আছিল, সেইটো মানুহ দেখোন দিনকে দিনকে বুধিয়ক আৰু নোমটেঙৰ হৈ আহিছে। বিশেষকৈ কৰা-য়েকহঁত মৰিবৰে পৰা মানুহটোৰ গতিটো তেনেই সলনি হল। কি আচৰিত কথা! এনে পৰিবৰ্ত্তন কেতিয়াও দেখা নাই? হওঁতে এটাইকেটা পাষণ্ডৰ ভিতৰত ই যে অলপ বুধিয়ক, মই তাক প্ৰথমৰ পৰাই গম ধৰিছিলোঁ। তথাপি হঠাৎ যে ইমানখিনি পাবগৈ সি মোৰ সমাজিকৰ বাতৰি। ঈশ্বৰৰ ইচ্ছা; কিজানি মোক দণ্ডিবৰ নিমিত্তেই তেওঁ এনে কৰিছে। কুটা যি হয় হব, ভকিব নোৱাৰাকৈয়ে ডিঙিত তাৰ দিওঁ কোৰ মাৰি। আও। নোৱাৰি

মাৰিব। ঠিকেঠাকে লাগি পৰিল যদি ভালেই হল, নপৰিল যদি দেখোন মোৰ কালে শৰ'ধ। আকৌ. নৌ কোব মাৰোঁতেই সি গম পাব লাগিলেতো লুটিয়াই ধৰি মোক মাগুৰ মাছ কচা দিব। মইতো তাক বলে নোৱাৰোঁ। কি কৰোঁ? মৰোঁ-জীওঁ সোঁ আধি কৰি মাৰিয়েই দিওঁ কোব? ইমান কৈ গপি থাকিবলৈ গলে কাম নহয়।

(হঠাৎ কাহ আহে।)

তিতাই (চমকি উঠি)। দেউ! কি হল? হাতত দা লৈ কলৈ যায়?

দেউৰাম (থক্ থক্কৈ কঁপি)। মুখ হাত (সেপ্ চুকি) মুখ হাত ধুবলৈ (সেপ চুকি) বাহিৰলৈ যাওঁ। ভয় লাগে দেখি দ-দাখন হাতত লৈ আহিছোঁ। তেও ভয় লাগিছে, সেই দেখি তোক মাতি লৈ যাবলৈ আহিছোঁ। (কাহে।)

তিতাই। অ' বলক, একো ভয় নাই। কি আছেনো বাজত?

(বাহিৰৰ পৰা আহি দেউৰামৰ প্ৰস্থান।
তিতাইৰ আকৌ শয়ন।)

তিতাই। ই কি কথা! কি 'ভয়াঙ্কৰ' কথা! কি মহা 'কাণ্ড'! গুৰু! গুৰু! বিটলীয়াৰ কথাটো গোটেই মিছা। সি মোক কাটিবলৈহে আহিছিল। হয়, ঠিক হয়। কত দিন মই তাক অকলে ৰাতি বাহিৰলৈ মুখ-হাত ধুবলৈ অহা দেখিছোঁ। এদিনো আজিৰ দৰে হাতত দা লৈ অহা নাই। এইটো তাৰ মোক কাটিবৰ ফিকিৰ। মোক সাৰে থকা দেখিয়েই সি সেইটো উত্তৰ সাজিলে। বাৰু মযো চাওঁ সি মোক কেনেকৈ কাটে। মই তাক তাৰ আপুনি পতা পাঁজিতে পেলাম। মোলৈ বুলি পতা চিটিকাতে যদি মই তাক নলগাওঁ তেনেহলে মোৰ নাম তিতাৰাম নহয়। কঠালগুটি ভাতত দি একাঁহী ভাত খোৱা বামুণে নাহৰতকৈ সুকাঠী ওলাবলৈ আহিছে। বাৰু, লগুণ পুৰি খোৱাক সাংেসাগৰত 'চান্' কৰাবলৈ মযো উপায় উলিয়াইছোঁ। কাইলৈবো নিতান্ত সি মোক দা লৈ কাটিবলৈ আহিব। সেই দাৰ কোব মই পেলাবলগীয়া ঠাইতে পেলোৱাম।
[প্ৰস্থান।]

---

## দ্বিতীয় দৰ্শন

### দেউৰামৰ ঘৰৰ পিৰালি

দেউৰাম (মূৰ ঘুমাই থাহি)। পাপীৰ অন্তৰত কেতিয়াও সুখ নাই। সুখ-শান্তিলৈ হাবিলাষ কৰি মানুহে যিমান কুকাম কৰে, মনত অসুখ-অশান্তিৰ সোঁত সিমান বেগেৰে বয়। ইয়াৰ প্ৰমাণ বিচাৰি আঁতৰলৈ যাবৰ সকাম নাই, মোৰ হাততে সি আছে। প্ৰতিহিংসাৰে হিংসাৰ সোঁত সোঁৱৰোৱা অপকাৰক অপকাৰেৰে সুতুৱা যে অযুগুত তাক মোৰ সহজ জ্ঞানেই বিঙিয়াই কৈছে। যুক্তিৰ কথাৰে পাপ কাৰ্য্য যিমান ঢাকিবলৈ যাওঁ, বিবেকে তাক সিমান উদঙাই দিয়ে। মিছা যুক্তিৰ কানি-ৰাগীয়ে গোটেই সংসাৰ লালকাল কৈ অচেতন অৱস্থাত পেলাই থব নোৱাৰে। যদিও "শঠে শাঠ্যং সমাচৰেৎ" বুলি নীতিশাস্ত্ৰই কৈছে, তথাপি সি সন্ত-সাধুৰ গ্ৰহণীয় নহয়। "অপকাৰ নেচাই যিটো কৰে উপকাৰ, সেহিজন মহাসাধু ধৰ্ম সিজে তাৰ।" এই পদফাকিহে বেদৰ বাণী, সাধুৰ সম্বল, সন্তৰ গ্ৰহণীয় বস্তু। ভৃগু মুনিৰ গোৰ কৃষ্ণৰ অলঙ্কাৰ। যদিহে এই কথা নহয় তেন্তে মই মনত শান্তি নেপাওঁ কেলৈ? দিনে দিনে মোৰ হিয়াত অশান্তিৰ জুই দেখোন বেছিকৈহে জ্বলিছে। যিদিনাই মই বুদ্ধি-জ্ঞান-শূন্য প্ৰাণীকেটাক চল কৰি বধ কৰিলোঁ, সেই দিনাই মোক ফেটাসাপে খুটলে। তাৰ বিষ উজাই আহি এতিয়া মোৰ টেটু পাইছেহি আৰু মোৰ ৰক্ষা নাই। ধৰ্মতঃ মই সিহঁতক হত্যা কৰা উচিত নাছিল। সিহঁত জ্ঞানতঃ মোৰ আইৰ প্ৰাণৰ বৈৰী হোৱা নাছিল। হঠাৎ খং নামে চণ্ডালৰ উচটনিত প্ৰতিহিংসাৰ দুহন্তীয়া খাপৰডাল মই মুঠি মাৰি ধৰিলোঁ। পৰশুৰাম গোসাঁইৰ পৰশু কুঠাৰৰ দৰে তাক এতিয়া এৰাবিও এৰুৱাব নোৱাৰা হলোঁ। তিতাইক কাটিবলৈ গৈ গৰু কাটিলোঁ। গোবধ কৰিলোঁ। হায়! হায়! মোক বৌ বৌ নৰকৰ পৰা কোনে উদ্ধাৰ কৰিব? যুগে যুগে তাতে পচি মৰিম। সি পিছৰ কথা সম্প্ৰতি মই তিতাইৰ তাপত মানুহৰ আগত তিষ্ঠো কেনেকৈ? তাক ভৰি-হাতত ধৰি কাবৌকে কাকুতি কৰি কথাটো উলিয়াই মোক মৰিয়াই নেমাৰিবলৈ খাটিলোঁ। কিন্তু কি হব? সিতো কথাই কথাই হুৰিয়ায়। মানুহ-দুনুহ গোট খালে সি শিৰ চাই টোকৰ নমৰাকৈ নেৰে। কাহানিকৈ সি কথাসোপাকে উলিয়াই দিয়ে তাৰ চিন নাই। উলিয়াই দিলেই যে মই জীয়ন্তে মৰিম তাৰ কি সংশয় আছে? নহয়, মিছা এই কথাই কথা নহয়। সিপুৰীত যি হয় হব, তাকতো কোনেও দেখিবলৈ নেপায়। সম্প্ৰতি এই পুৰীত ৰক্ষাৰ উপায় কৰোঁ। ব্যাধিৰ শেষ আৰু শত্ৰুৰ শেষ কস্মিন কালে কদাপিও ৰাখিব নেপায়। কেঞাৰনৰ শিপা এডোখৰ থাকিলেই আকৌ আগৰ নিচিনাকৈ সি গোটেইখন ঠাই জুৰি পেলায়। আলেয়ে যিবিলাক মহাপাপ কৰিলোঁ, সেইবিলাকতো আৰু নকৰা হব নোৱাৰে। যি হল সি হলেই। তাৰ

জগতে দেখোন, যদি শাস্ত্ৰৰ কথা সঁচা হয়, ধৰ্ম্ম-কৰ্ম্ম নিভৰীয়া হয়, মই জনমে জনমে নৰকৰ কুণ্ডত পচি মৰিম। আৰু এটা পাপ নকৰিলে জানো কিবা তাৰ পৰা ৰক্ষা পাম? কেতিয়াও নেপাওঁ, কেতিয়াও নেপাওঁ। যম বুঢ়াৰ হাতত যদি দেউৰাম চেঙেলি এবাৰ পৰিলোঁৱেই তেন্তে মিছা দেও দি ধৰ্ ফৰ্ ধৰ্ ফৰ্ কৰিলে কি হব? মহীৰ ওপৰত মহী চালিলে জানো আগৰ ক'লাত কৈ বেছি ক'লা হব? যি ক'লা হল, সি হলেই। তেনেহলে আৰু ভয় কি? পাপেই মোৰ সৰ্ব্বস্ব। পাপতে কুকুৰ-বহলা খাই পৰিছোঁ পাপতে ভৰি দি উঠিম। অন্যায় মোৰ কাঁৰ, অধৰ্ম্ম মোৰ ধেনু, তিতাই মোৰ বাণ। হয় বাণ মোৰ ধেনুত পৰিব, নহয় বাণে মোৰ নেজুটো ছিঙি তেজ পিব। হয়, ঠিক, সুন্দৰ উপায়। মই নিজ হাতে যে এই কাম সাধিব নোৱাৰোঁ, সেইটো থিবাং হল। [প্ৰস্থান।]

[চণ্ডী আৰু তিতাইৰ প্ৰবেশ।]

চণ্ডী। থাব খোৱা। তই দেখোন বৰ মকমকাৰ? বন এখন কৰিবলৈ পাচিলে ৰসাতলৈলৈ যাব খোজ দেখোন? আসে পাই কুকুৰে গলতেকে জপিয়াব দেখোন? অ' মই কেতিয়াবা ভাল মুখেৰে মাতিবৰ দেখা হবলা। দিনটো কুটা এগছকে কোডোখৰ নকৰ, ইপিনে ভাতৰ পটসাৰ আঁৰত মানুহ লুকাব পাৰি। হাতীখুজীয়া বাটি আগ্ৰাৰে চাদি গলেও ভুঁখুতীয়াৰ ঘৰৰ কেঁৰেক মাটে। অ' কটা গোলাম। তইনো কোন উঠিবজা বহিৰজাৰ নাতি, মোৰ ডিঙিত ভৰি দি থাবলৈ? সিকটা অজলা হওক, ভোদা হওক, তেও পাচিলে মৰো জীওকৈ বনখন কৰিছিল। ভালকেটা মৰি গৈ এই ৰসাতলৈলৈ যোৱাটো মোৰ উপকাৰ কৰিবলৈ থাকিল। কটা সাত শিয়ালৰ বাগি শিকিছ? যেনে গিৰীহঁত, তেনে লগুৱা। এতিয়াই তই মোৰ ঘৰৰ পৰা ওলাই যা।

তিতাই। মই এথোন সতকাই আপোনাৰ ঘৰৰ পৰা নোলাইছোঁ। সাতখন মুখেৰে গালি পাৰি থাকক। জুৰে এৰিলেও কৰ্পতিয়ে নেৰিছে।

[দেউৰামৰ পুনঃ প্ৰবেশ।]

দেউৰাম। তিতাই। তই ভাত খালি নহয়?

তিতাই। খালোঁ।

চণ্ডী। কেঁৰৰৰ খাবলৈ নেপাই পেটু শুকাইছে বুলি চকুত "নিদ্ৰা" অহা নাই হবলা?

দেউৰাম। তই এই চিঠিখন লৈ এতিয়াই চাৰিগুৰ আমাৰ মিতিৰৰ ঘৰলৈ যা। ভালেৰাম দিন মিতিৰৰ ঘৰৰ পৰা একো বাতৰি পোৱা নাই। মনটো বেয়া লাগি আছে।

চণ্ডী। আজি চন্দ্ৰ-সূৰ্য্যত গ্ৰহণ লাগিবৰ হল হবলা; মিতিৰৰ ঘৰলৈ চিঁতা লাগিল দেখোন?

তিতাই। এতিয়াই যাব লাগে নে?

দেউৰাম। এৰা, এতিয়াই যাব লাগে—তেহে গধূলিকৈ সেইখিনি পাবিগৈ। আজি তাতে ৰাতিটো থাকি কাইলৈ পুৱাই, ইয়াত গা ধুবলৈ পোৱাকৈ ওচি আহিবি।

চণ্ডী। কেঁৰৰ। মোক লগ পাই যাবা। আইলৈ টোপোলা এটা আৰু মাণিকীলৈ ফুলৰ চানেকী এখন দিব লাগে।

দেউৰাম (মনে মনে)। পঠিয়া মোৰ ঘৰৰ যি লামলকটু আছে সোপাকে মাৰলৈ। মাকৰ ঘৰৰ মানুহে মোৰ ঘৰৰ বস্তু চৰায়ে কুটা কঢ়িওৱাদি কঢ়িয়াই থাকেই, তেও তাইৰ হেঁপাহ নপলায়। মোৰ ঘৰৰ গোটেইখন তাই মাকৰ বুকুত দিহে এৰিব। আগেয়ে দেখিব শুনিবলৈ জানিবা আয়েই আছিল। এতিয়া আৰু তাইক কোনে পাতে? বামবাইঞ। উস্ মোক এই কেকোৰা খোলা দিলে।

[প্ৰস্থান।]

---

## তৃতীয় দৰ্শন

এজোপা গছৰ তল। বাজআলি

তিতাই (মনে মনে)। মই আগেয়ে কৈ থৈছোঁ। বামুণশহত পতিয়ন নাই বুলি; এতেকে বামুণৰ এই চিঠি মই নপঢ়াকৈ কেতিয়াও নিব নোৱাৰোঁ। সেইদৰে নিলে মুঠেই মোৰ ডাকজুইত জাহ গৈ মৰাহে হব। বামুণে মই পঢ়িব শুনিব পাৰোঁ বুলি ভুকে নেপায়। ইস নেদেখিছা। চিঠিখন কেন্দু এঠাৰে কেনেকৈ এঠাইছে। বাৰু মোৰো বুধি আছে। (পানী দি মেলি চিঠিখন পঢ়ে)

৺শ্ৰীশ্ৰীহৰি।

ৰংপুৰ কস্য পত্ৰমিদং—মাগশীৰ্ষে ৩। শকে ১৬০৮
মম প্ৰাণাধিক জেঠেৰি!
কাৰণ, কেইবা দিৱস যাৱৎ তোমাৰ মঙ্গলামঙ্গল পাবৰ জন্যে গৌণ হোৱা দেখি চিন্তিতঅত্যন্ত আছোঁ। পত্ৰ লিখি চিন্তা দূৰ কৰিবা এইমাত্ৰ ভাব।

১ দফা—তদন্তৰ এই পত্ৰবাহক মোৰ লিতিকাই। সি আমাক স্বামী-স্ত্ৰী উভয়কে মধ্যৰাত্ৰি নিদ্ৰিতা-

ৰস্বাত ৰবত জুই দিয়া পুৰি মাৰিবৰ জন্যে প্ৰেষ্টিত আছিস।' উস্! কি ভয়ঙ্কৰ মিছা কথা। গুরু! গুরু!! জগদীশ্বৰৰ কৃপাতে আমি উভয়ে এই যাত্ৰাৰ পৰা ৰক্ষা পাইলো।) (বিটলীয়া, তোৰ আয়ুসত চাউল আছিল।) সি সদায় আমাৰ প্ৰাণ বিনাশ কৰিবৰ জন্যে যত্নবান। (আপোনাৰ মন যেনে সকলোকে দেখে তেনে, বাৰু যাওক ওঁ।) কি হেতুকে থাকি সি আমাৰ শত্ৰুতাচৰণ কৰিবৰ জন্যে কঙ্কালত কাপোৰ বান্ধিব লাগিছে আমি বুজিব না পাৰিলোঁ। (আই ঔ মোৰ পানী কেচুৱা! ফেৰি চুমা এটিকে দিয়া!)

২ দফা—অনুমান কৰি খলৰ এবম্প্ৰকাৰেৰ আচৰণ স্বভাবসিদ্ধ (এই ফাকি বা কি কলে বুজিব নোৱাৰিলোঁ—যাওক) সি যি হওক, অধুনা যদি তুমি তোমাৰ বেনাইক তোমাৰ ভগিনী সহিত জীয়াই থকা দেখিবৰ জন্যে খোজা, তেনেহলে তুমি তাক সেইখিনি পহুচা মাত্ৰে বিষ প্ৰদান বা অপৰ কোনো বিশিষ্ট উপায় দ্বাৰা বধ কৰি মোলৈ পত্ৰ প্ৰেৰণ কৰিবা। (সাধু! মোৰ বাপুদেউ সাধু!)

৩ দফা—অন্যথা তোমাৰ প্ৰাণ-সম ভগিনী আৰু বেনাইৰ তোমাৰ সমীপত এই শেষ বিদায় জানিবা। (তাকে মোৰ পৰ্ভুৰে কৰাওক।)

অলমতি বিস্তৰণে। ইতি।

(এইযাৰ গালিকে পাৰিলে নেকি?)

তোমাৰ স্নেহ এবং মঙ্গলাকাঙক্ষী
শ্ৰীদেৱৰাম দেৱশৰ্ম্মণঃ।',

"পুনঃ সাৱধান। এই কথা যেন উৎকৃষ্ট গুপ্তভাৱ ধাৰণ থাকে, প্ৰকাশিত নহয়।"

(দে দোৱান, চিঠিৰ 'মৰ্ম্মৰ'টো পাওঁ।)

ৰবা এতিয়া। জোৰ পুৰি বৰলাৰ হাত পালেহি। যেনে চোৰ তেনে টাঙোন দিব লগা হৈছে। তুলাপাত এডোখৰে কাপ এটাই মহী এটোপাই কত পাওঁ? অ' এইখন চিঠিৰে নেলেপা এচিটা ফালি ললেই হব। লৌৱা বাঁহ জেঙৰ কাপ এটা কাটি লওঁচোন। (কাপ কাটে) এতিয়া মহী ক'ত নিলোঁ?—গৌৰৱ মানুহৰ শাকনি বাৰীতে সেইজোপা পুৰৈ গছ হব পায়? হয়। যাওঁচোন। (গৈ কচুপাতৰ খোলাত পুৰৈৰ গুটিৰ ৰস চেপি আনে) আজি মোৰ দিনেই ভাল কি বামুণৰ কপালেই বেয়া, যিহকে বিচাৰিছোঁ তাকে খিতাতে পাইছোঁ।

(বহি চিঠি লিখে)

"৺শ্ৰীশ্ৰীহৰি।

ৰংপুৰ। কস্য পত্ৰমিটং মাৰ্গশীৰ্ষে ৩। শকে ১৬৩৮।
মম প্ৰাণাধিক জেঠেৰি ।

কাৰণ কেইবা দিৱস যাবৎ তোমাৰ মঙ্গলামঙ্গল পাবৰ জন্যে গৌণ হোৱা দেখি চিন্তিতাভ্যন্ত আছোঁ। পত্ৰ লিখি চিন্তা দূৰ কৰিবা এই মাত্ৰ ভাপ।

১ দফা—তদনন্তৰ এই পত্ৰবাহক মোৰ অতি আপুন মানুহ। আমাক স্যামী ইস্ত্ৰী উভয়কে মধ্যৰাত্ৰি নিদ্ৰিতাৱস্তাত দকাইটে বই বচটু যোগাকে নি জুই ডি পুৰি মাৰিবৰ প্ৰেষ্টিত কৰাত শি আপুনাৰ জেহা আগকৈ জুইট জামপ দি এমআক বইখা কৰিলে। তাৰ কিৰ্পাত আমি উভয়ে এই যাত্ৰাৰ পৰা ৰক্ষা-পালো। সি সদায় আমাৰ ভাল কৰিবৰ জন্য যত্নপান্।"

[এটা মানুহৰ প্ৰৱেশ।]

মানুহ (তিতাক'ই)। হেৰা ককাই। দেওবৰীয়া হাটলৈ এই পিনেই যায় নে? আও, মুখৰ কথা এষাৰ কৰলৈকে ইমান টান পোৱা নে ভকত ককাই?

তিতাই। কোবাই কাণ চিঙে টকয়াৰ বাৰ্ত্তা। কেনেকৈ কম কেনি যায়? [মানুহটোৰ প্ৰস্থান।]

"২ দফা--কোব আই কাণ চিংএ ভকাই আৰ বাবটা। কেনেকৈ কথম কেনই যায়। অধুনা তুমি যদি তোমআৰ বৈইনাইক তোমাৰ ভগিনী সহিত জীয়াই থকা দেখিবৰ জন্যে খোজা তেনে হলে তুমি তাক সেইখিনি পোৱা মাত্ৰে মোৰ খুলখালী মানিকিয়ে ঘইটে বিষা ডিবা। নহলে তৈৰে উপকাৰৰ বোখাৰে টাক বতা ডিবলঐ য়াড়উ আন পৰকাৰ বচটু নাই। আড়টাক যদি মানিকিয়ে চোআমি পাআয় টেন্তে টাইৰ কমপাল এতাইটকৈ বলী বুলিব, লাগিব। অই কাম আটি মুনকালে শমাপন কৰ মোওলৈ ছিতি লেখিবা। অন্যথা তোমাৰ প্ৰাণসম ভগিনী আৰু বৈনাইৰ তোমাৰ থমীপত এই শেষ বিদায়। অলমতি বিস্তৰেণ। ইতি।

তোমাৰ স্নেহ এবং মঙ্গলাকাঙ্খী
শ্ৰীদেৱবাম দেৱশৰ্ম্মাণঃ।"

"পুঃ সি ভাল বাবাহমুনৰ ঘড় অৰ লবা।"
যাওঁ এতিয়া এইখন লৈ। [প্ৰস্থান।]

---

## চতুৰ্থ দৰ্শন

### দেউৰামৰ ঘৰ

দেউৰাম (বহি মনে মনে)। আজি পাঁচ দিন হল' তিতায়ে চিঠি লৈ যাবৰ। নিতিবৰ খবৰ পৰা একো

বাতৰি নেপালোঁ। কি কৰিলে, কি মিলিলে, কব নোৱাৰোঁ, মোৰ ধাতু নাই। মই লেখামতে কাৰ্য্যসিদ্ধি হ'ব পায়, নহলে সি আহি ওলালহিহেঁতেন। ঈশ্বৰে মোক নিষ্কণ্টক কৰিব পায়। যেনে উপায় উলিয়াই কাৰ্য্য কৰিছোঁ, সি কেতিয়াও নিসিজি নোৱাৰে। জেঠেৰিয়ে যে মোৰ কথা কেতিয়াও নেপেলায় মই তাক বেছকৈ জানো। ইয়াতকৈ ডাঙৰ কাম কৰিবলৈ কলেও তেওঁ পাছ নোহোহকে। হুঁহকিবলৈ আকৌ মোৰ ওপৰতে যে মানুহৰ হৈ খাই আছে সেইটো কথা জানো তেওঁ নেজানে। আজি নিশ্চয় শুভ বাতৰি পাম। যেতিয়ালৈকে নেপাওঁ, তেতিয়ালৈকে মনত সুখ-শান্তি নহয় ; মন উগুলথুগুল কৰিয়েই থাকিব। আজি চাৰি নিশা মোৰ চকুত টোপনি নাই। চাটি-কুটি কৰি পাটিত খৰমৰাই পৰি আছোঁ। তাৰ ওপৰত যে মাজে মাজে এই বাঘিনীৰ যাঠীৰ নিচিনা চোকা মাত-কথা আছেই। সেইবোৰলৈ আৰু কাণসাৰ এৰি দিছোঁ। সম্প্ৰতি এইটোৰ পৰা ৰক্ষা পালেই হয়। ইকি। (ঢোল, কালি, তাল, মৃদঙ্গৰ শব্দ) ঢোল-মৃদঙ্গৰ মাত কৰ? ইমান পয়োভৰেৰে কোন আহিছে? মোৰ ঘৰৰ ফাললৈ আহিছে নেকি? বিয়া নে কি? কাৰ বিয়া? সেয়া তিৰুতামানুহে গোৱা বিয়াৰ নাম যেন শুনো দেখোন? বিয়া হলে মোৰ ঘৰলৈ আহিব কিয়? নহয়, মোৰ মনৰ ভ্ৰমহে। এই কেই নিশা টোপনি নহাৰ বাবে আৰু ভাত-পানী খাব নোৱাৰাৰ বাবেহে এনেকুৱা হৈছে। অলপ শুম গৈয়ে নেকি? কি শুৱা, টোপনি সমুলি নাহে। কি! বিয়াখন আহি মোৰ পদুলিমুখ পালেহি নেকি? কি কথা? মই বলিয়া হলোঁ। নিশ্চয়। ওঃ নাই হোৱা বলিয়া—সেয়া নহয় ওচৰ পালেহি।

> "জয় আগেয়ে আছিলা
> জয় কৰবাৰ কোনোবা
> জয় চোতাল পাই চিন কি হলাহে বাম।
> জয় চোতাল পাই চিনাকি হলাহে বাম।"

কি হল? কি হল? মোৰ কি হল? কি এইখন মায়া নেকি? মোক কিহে পালে?

[এটা মানুহৰ বেগাই প্ৰবেশ।]

মানুহ। দেউ! কি কৰিছে? দৰা-কইনা আহি পদুলিমুখতে বৈ আছেহি নহয়। আদৰি আনিবলৈ ওলাই নাহে কিয়? আই কতা? কলৈ গল? বেগাই ওলাই আহক।

দেউৰাম। হেৰ মই বলিয়া হলোঁ। নেকি? তুই কি কৈছ? কি কৈছ কচোন আকৌ। উস্। মোৰ মূৰত তেল-পানী এটোপা দেহঁক ঐ।

মানুহ। আপোনাৰ কি হল দেউ? হে আই! কলৈ গল? বেগাই আহক। দেউৰ কি হৈছে আপুনি দেখা-নাই নে?

দেউৰাম। কচোন কাৰ বিয়া? হেৰ ক ঔ।

মানুহ। কিয়, আপুনি চিঠি দিয়া সেই লৰাটিয়ে আপোনাৰ খুলশালীয়েকক বিয়া কৰি আনিছে আপুনি নেজানে?

দেউৰাম। কি মই চিঠি দিয়া লৰা?

মানুহ। তত দৰা-কইনা পদুলিমুখত বৈ আছে। আপুনি কি এইখন চণ্ডৰ নিচিনা বেবেৰিবাং গাইছে। যিটি লৰাৰ হাতত চিঠি দি আপোনাৰ মিতিৰ ঘৰলৈ আপুনি পঠাইছিল আৰু যি চিঠিতে আপুনি আপোনাৰ খুলশালীয়েক মাণিকীক সেই লৰাটিলৈ বিয়া দিবলৈ দঢ়াই দঢ়াই শপত-শাতি দি জেঠেৰীয়েকলৈ লেখিছিল, সেই লৰাটিয়ে এতিয়া সেই চিঠিমতে বিয়া কৰাই মাণিকী আইটীক লৈ আহিছে। হল নে এতিয়া? বুজিলে নে? থাকক আপুনি থৰ লাগি চাই। মই দৰা-কইনাৰ ওচৰলৈ যাওঁ। আপোনাসকলে যিহকে মন যায় তাকে কৰক। আমি নিলগীয়া মানুহ তাত কি আছে? [প্ৰস্থান।]

দেউৰামে। বুজিলোঁ। বুজিলোঁ। যি হল বুজিলোঁ। কপাল। ঈশ্বৰ। সৰ্ব্বকৰ্ত্তা। উস্। বিপৰীত ঘটনা—পানী দে—পা—

[মূছ্ বছ্ গৈ মাটিত পৰে। চণ্ডীৰ পানী লৈ প্ৰবেশ আৰু হাহাকাৰ।]

# পাচনি

(প্ৰথম তাঙৰণ : ১৯১৩ খৃষ্টাব্দ)

প্ৰথম দৰ্শন

পাচনিৰ ঘৰৰ পদূলিমুখ

ধৰ্ম্মাই পাচনি (ৰাজবাটলৈ চাই, আপোনাআপুনি)। অস্ অস্। মোৰ প্ৰভু। আজি মোক গধূলি ভাতমুঠি অকলৈ খাবলগীয়া কৰিলা। এজন আলহীভকতকো নাপালোঁ। হায়। হায়। মই আলহী অতিথিক নিদি নিজৰ পেটলৈ ভাত সুমাই শুকৰৰ সদৃশ কাম কৰিবলগীয়া হলোঁ।

"অতিথিক নিদি যিটো কৰয় ভোজন।
সিজয় পাতক তাৰ অগম্যাগমন॥"

হৰি, হৰি। আজি মই কি কামটো কৰিবলগীয়াত পৰিলোঁ। যদিও হৰিয়ে মোক ল'ৰা-ছোৱালী সন্তান-সন্ততি একো নিদিলে তথাপি মোক "ভৰালত ভাত, বাৰীত শাক-পাচলি, পুখুৰীত মাছ, গোহালিত গাই দিছে। ভগৱন্ত-বস্তুৱে মোক যি দিছে সেয়ে মোৰ অনেক, সেয়ে মোৰ পক্ষে উভৈনদী। অস্ অস্। আজি কি কথাটো হ'ল। বেলি পৰোঁ পৰোঁ, তথাপি কাকো নেপাওঁ।

[এটা মানুহে আলিৰ ইফালে চাই পাচনিৰ আগেদি যায়।]

হেৰি ভকত। আপুনি কৰ পৰা আহিছে ? কলৈ বা যায় ? আপোনাক বিদেশী মানুহ যেন দেখিছোঁ আহক, মোৰ ঘৰতে ভৰিৰ ধূলা দি ৰাতিটো থাকি চাউল-সিজোৱা এমুঠি লৈ যাব।

মানুহ। ককাই। মোৰ ঘৰ পিতনি গাঁৱত। আজি তিনি দিন হ'ল মোৰ কলী গৰু এজনী হেৰাল; বিচাৰি পোৱা নাই। তাকে বিচাৰি ফুৰিছোঁ। আপুনি কিবাজুতিৰে গাইজনী আপোনাসকলৰ এইফালে অহা দেখিছে নে ?

পাচনি। নাই দেখা মোৰ কুটুম। গধূলি হবলগীয়া হ'ল, এতিয়ানো ক'ত আপুনি আপোনাৰ গাই বিচাৰি পাব ? আহক, আজি মোৰ ঘৰতে থাক-কহি। কাইলৈ পুৱা দিনেগোহৰেও গৰু-গাইৰ বিচাৰখোচাৰ কৰিব।

মানুহ। নহয় ককাই। এতিয়াই যি পাৰোঁ বিচাৰোঁ। এন্ধাৰ হবলৈ এতিয়াও কিছুমান সময় আছে আৰু মোৰ ঘৰ বৰ দূৰত নহয় ককাই। পোতনি গাঁও সোৱা, আপোনাসকলৰ গাঁৱৰ ওচৰতে, আপুনি নেজানে নে ?

[মানুহটোৰ প্ৰস্থান।]

পাচনি। নাই। নাই। আজি মোৰ কপালত আলহী-অতিথি নাই। কাকো নেপাওঁ।

[আন এটা মানুহ পাচনিৰ আগেদি বেগাই যায়।]

হেৰি বাটকৰা ভকত। কলৈ বা যায় ? আহক-চোন আহক, আজি আমাৰ ঘৰতে ভৰিৰ ধূলি পেলাই এসাজ খাই-বৈ যাওকহি। আজি আমি অকলৈ ভাতমুঠি খাবলগীয়াত পৰিছোঁ। হৰি ভগৱন্তৰ নিগ্ৰহ।

২য় মানুহটো। ককাই। মই ইয়াৰে মানুহ। আমাৰ ঘৰৰ মৈণীৰ প্ৰসৱৰ পীড়া হৈছে, সেই বাবে লৰি বেজিনী আনিবলৈ যাওঁ।

[বেগাই প্ৰস্থান।]

পাচনি। আজি আৰু আশা নাই। আজি আমাৰ দুৰ্দ্দিন। (গাত লগাই গায়)

"সেদিনে দিনক ভাই, দুৰ্দ্দিন বুলিয়া মানো,
যেখানহুতু নোহয় দুৰ্দ্দিন।

হৰিকথা অমৃতৰ সম কে অমৃত পান,
যিটো দিন হোৱয় বিহীন ॥"

মোৰ প্ৰভু! আজি ভাল দুৰ্দ্দিনটো মোলৈ সাঁচি থৈছিলা?

[এটা চকু মুদা কানীয়াৰ প্ৰবেশ। দুৰ্দ্দিনৰ কথা ভাবি ভোঁ হৈ থকা পাচনিৰ গাত কানীয়াই আওবাটে আহি উজুটি খাই পৰি, চকু মেলি ভয় খাই চিয়ঁৰে।]

কানীয়া। মাৰিলে ঔ, মাৰিলে! মাৰিলে ঐ, মাৰিলে! ৰাজআলিত দিনদুপৰত ডকাইত ঔ! ডকাইত!

পাচনি (উচাপ খাই)। এইটো কি? ককাই! তোমাক কোনে মাৰিলে? চিয়ঁৰিছা কিয়? কোন ডকাইত? কত ডকাইত? থিৰ হোৱা। কঁপিছা কিয়?

কানীয়া (ভয়ত কঁপি কঁপি)। মোৰ হাতত পাই-পইচা একো নাই ঐ। (মেৰ্‌ডলিৰপৰা উলিয়াই) এই চৰতীগাটোহে মোৰ চুৰিয়াৰ খোচোনাত আছিল। কানৰ টিকিৰা এটা আনিবলৈ বুলি লৈ আহিছিলো। তাকে লাগে যদি লোৱাঁ ঐ! তেও মোক নামাৰিবা ঐ। (হাতযোৰ কৰি) মই বৰ দুখীয়া মানুহ।

পাচনি। কানীয়া ককাই! তোমাৰ ভ্ৰম হৈছে। মই ডকাইত নহওঁ। মই পদুলিমূৰত আলহী ভকতলৈ বাট চাই আছোঁহি। তুমিয়েই যদি আজি ৰাতি থাকি মোৰ ঘৰত ভাত এমুঠি খাই যোৱা, মই বৰ সন্তোষ পাম।

কানীয়া (হাতযোৰ কৈ)। হে দেউতা ঈশ্বৰ! মোক এৰি দিয়ক, মাই যাওঁ। মোক ঘৰলৈ ধৰি নি নেমাৰিব। মই কাকুতি কৰি চৰণত ধৰি মাতিছোঁ। মোৰ এই চৰতীগাটিকে লওক। মোৰ ঘৰত ল ৰা-তিৰুতা এজোপা আছে। মই মৰিলে সিহঁত অনাথিতি হব।

[চকুপানী টোকে।]

পাচনি। যোৱা, যোৱা, তুমি মিছাতে ভয় খাইছা।

[কানীয়াৰ প্ৰস্থান।]

পাচনি (ঘৈণীয়েকক)। শুনিছা নে, বোলোঁ আজি মোৰ কপাল মন্দ। ইমান পুৰুষাৰ্থ কৰিও আলহী-অতিথি কাকো নেপালোঁ। কি কৰিবি? কপাল! যা, গা-পা ধুই ভাত-পানী এগালকে বাদ্ধিবৰ দিহা কৰগৈ। গাহৰিৰ দৰে তাৰে এসোপা বৌনাত সুমাই থওঁ।

পাচনিয়নী (পেটে পেটে সন্তোষ পাই)। কি কৰিবা; আলহী নেপালা নেপালা! আলহী নাহিলেনো কৰ পৰা চজি উলিয়াই আনিবা? বোলোঁ ধান নাবানিলে আজি ভাতলৈ চাউলেই নাই। ঠোৰাটো বুঢ়ি হৈ গল। তাৰে ধান বানিব নোৱাৰি। এধা বনাকৈ খুবলিতে এৰি থৈ আহিছোঁ। ন ঠোৰা এটাকে চাঁচি দিয়া পাৰা যদি।

পাচনি। দিওঁ চাঁচি, তই হাতোৰাখন মোক উলিয়াই দে।

[ঘৈণীয়েকে হাতোৰাহ এখন উলিয়াই দিয়ে আৰু পাচনিযে ঠোৰা চাঁচে।]

[দুজন আলহীৰ প্ৰবেশ।]

১ম জন আলহী। গিৰিহঁত কোন আছে? কিবা-স্বৰূপে ৰাতিটোলৈ আমাক পৰি থাকিবলৈ আপোনাৰ ঘৰৰ আগচালিতে ঠাই এচিকটা দিব পাৰিব নে? আমি বহুত দূৰৈৰ পৰা আহিছোঁ। আমি কালতা মানুহ; লখীম-পুৰৰ কলাবাৰীত ঘৰ। আমি কেইবা ঠাইতো থাকিবলৈ ঠাই বিচাৰি নেপাইহে আহিছোঁ। এখৰৰ ভঁৰালৰ আগতে বুৰুলিখেৰ এটাকে পাৰি ৰাতিটোলৈ কোনোমতে আমি পৰি থাকিব খুজিছিলো, তাতো সেই গৃহস্থজনে আমাক থাকিবলৈ নিদিলে। কলৈ যাওঁ, কি কৰোঁহক বুলি আমি দুয়ো গলাগপা কৰি ভাবি থাকোঁকেই বাটৰ গৰখীয়া ল'ৰা এটাই আপোনালোকৰ ঘৰ দেখুৱাই দি ইয়ালৈ আহিবলৈ কলে। সেইদেখি আহিলোঁ। কৃপা কৰি আমাক ৰাতিটোলৈ ইয়াতে পৰি থাকিবলৈ দিয়ক, ধৰম হব।

পাচনি (উঠি বৰ আগ্ৰহ প্ৰকাশ কৰি)। নিচয়, নিচয়, আপোনাসকলক মই থাকিবলৈ দিম। মোৰ প্ৰভুৰ বৰ অনুগ্ৰহ যে আপোনাসকলে আজি মোৰ ঘৰত ভৰিৰ ধূলা দিবলৈ আহিছে। আপোনাসকল "গধূলিৰ অতিথি সাক্ষাৎ দামোদৰ।" আহক, বহক। (ঘৈণীয়েকলৈ চাই) হেৰ আন, আন, চটাই চৰাখন আন। আলহীক বহিবলৈ পাৰি দে। ভৰি ধুবলৈ দুইকো দুলোটা পানী আনি দে। মোৰ প্ৰভুৰ কৃপা। অন্তত ঈশ্বৰে মোক কৃপা কৰিলে। মইতো আজি আলহীৰ আশাকে এৰি দিছিলোঁ। যা, যা, বেগতে বহিবলৈ দে, চৰাখন আন। পানী আন। আন।

( থৈণীয়েকে আলহীলৈ চৰা এখন আৰু দুলোটা পানী আনি দিয়ে। আলহীয়ে ভৰি ধুই চৰাত বহে।)

পাচনিয়নী (গিৰিয়েকক)। কোনোমতে জোৰাফন্দা মাৰি চাউলৰ দিহা হলেও লোণ-তেল হলে একো নাই।

পাচনি। মোক ৩ৰ্ই তেলৰ চুপিটো দে, মই পোহাৰলৈ গৈ এতিয়াই তেল-লোণ লৈ আহোঁগৈ। তই আলহীলৈ আনবোৰ দিহা কৰ। গোসাঁইঘৰৰ চুকতে খুটি মাৰি চাউল সিজাৱৰ দিহা কৰি দে। পাত, চৰু মই আনি দিওঁ। (আলহীলৈ চাই) ভকত-সকল। মই এতিয়াই লৰি আহিম। আপোনা-সকলে অলপ জিৰাই-সঁতাই লৈ গা তিয়াৰৰ কাৰবাৰ কৰক। ঘৰৰ আগতে সৌটো পুখুৰী। মই লোণ তেল আনি থৈ লৰা-লৰিকৈ মাছ দুটামান বিচাৰি আনি দিম।

[লৰালৰিকৈ পাচনিৰ প্ৰস্থান।]

পাচনিয়ানী (আপোনাআপুনি ভোৰভোৰাই)। বাৰু, মাৰতিয়েৰে আজি তইঁতক ভোজ-ভাত খুৱাম। মই বান্দীয়ে কৰি-মেলি যতনাই থৈছোঁ তইঁতে আহি খাবলৈ? ইস্ নেদেখিছা, আলহী নহলে টেটুলৈ ভাত নেযায়! আজি ময়ে নে তুমিয়েই চাম। (আলহীলৈ চাই) ভকতসকল! কৰ পৰা বা আহিছে? কলে বা যায়?

১ম জন। আমি কলাবাৰীৰ পৰা আহিছোঁ, জিলালৈ যাবলৈ খুলি।

পাচনিয়নী। আগেয়ে এইফালে আহিছিল নে?

১ম জন। আগেয়ে অহা নাই আই। আমি এই-ফালে এইবেলিহে আহিছোঁ। আমি একেবাৰে আচহুৱা মানুহ।

পাচনিয়নী। দেহি ঐ। কোনেনো আপোনাসকলক আমাৰ ঘৰলৈ আহিবলৈ কৈ দিলে?

১ম জন। আমি কেৱা ঘৰতো থাকিবলৈ ঠাই নেপাই বিমোৰ হৈ আছিলোঁ, এনেতে বাটৰ গৰখীয়া ল'ৰা এটিয়ে আমাক আপোনা-সকলৰ ঘৰলৈ আহিবলৈ কৈ বাট দেখুৱাই দিলে।

পাচনিয়নী (হুমুনিয়াহ কাঢ়ি)। দেহি ঐ। কপালত লেখা কথা কেনে খণ্ডাব পোৱাইঁত।

দুইজন আলহী (বিস্ময় মানি)। কি কথা? কি কপালত লেখা কথা আই। কি হৈছে, আমাক কওকচোন আই? আমি আচহুৱা মানুহ। এই দেশৰ আওভাও একোকে বুজ নাপাওঁ।

পাচনিয়নী (আকৌ দীঘলকৈ হুমুনিয়াহ কাঢ়ি, লাহে লাহে মূৰ জোকাৰি)। এ লোপাইইঁত! কিনো কম, কিনো শুনিবা? বোলে "বোকাত কোৰ মাৰে, গাত ছিটিকনি পৰে।" কাৰনো কথা কাক কম? কি কম কিনো শুনিবা মোৰ কুটুমইঁত? যি কপালত আছে সি ঘটিবই। শনি গ্ৰহৰ কাম। আজি কিজানি শনিগ্ৰহৰ একেবাৰে সময় পৰিছে।

দুইজনে (ভয় খাই হাতযোৰকৈ)। আই! আপোনাৰ ভৰিত ধৰি মাতিছোঁ, কওকচোন কি কথা কি বতৰা? আমি আচহুৱা মানুহ। ধৰম হব, কওক আই।

পাচনিয়নী। এ সেইদেখিয়েইহেতো মই নকৈ থাকিব পৰা নাই, হাঁ-হুমুনিয়াহ কাঢ়ি উচু-পিচাই আছোঁ। কওঁ শুনক,—কব লাগে যদি, তোমালোকে আজি বৰ বেয়া ঠাইলৈ আহিলা! বৰ বেয়া মানুহৰ হাতত পৰিলাহি মোৰ কুটুমইঁত! তেওঁ যদিও মোৰ গিৰিহঁত, কিন্তু কি কৰিম, পাপৰ কাম দেখি নিজৰ মনতে নিজেই পুৰি-ডেই মৰি থাকোঁ! সঁচা কথা কবলৈ গলে, এইটো মহা অধৰমী মানুহ মোৰ বোপাইইঁত! মহানৰকী! মহাপপীয়া! আলহী আহিলে তেওঁ আলহীক যেনেকৈহে আণ্ডবেস্ত কৰিব, যেনেকৈহে আতৌ-পুতৌ কৰি ৰাখিব, কি চাবা? যেন আলহীজন তেওঁৰ কোনোবা কালৰ আইৰ ফালৰ কুটুমহে আছিল। পিছে আলহীক বেতিয়া বাতি খুৱাই-বুৱাই শুৱাই লব,—এ নকওঁ দেওহে। কেনেবাকৈ এই কথ ওলালে মই কেচা কিলখন খাই মৰিব লাগিব।

আলহী (ভয়ত কঁপি)। নহয় আই! কওক! কওক, আমি দুখীয়া নিঃকিন প্ৰাণী আই! আপোনাৰ পেটৰ পোৱালৰ নিচিনা। আমাক কওক আই! নেভাবিব।

পাচনিয়ানী। এ কিনো কম আৰু কিনো শুনিবা? তেওঁ এইদৰে আতৌপুতৌকৈ খুৱাইবুৱাই ৰাখি, ৰাতি আলহীৰ টোপনি আহিলে মাজনিশা তেওঁৰ ধৰমবোৰ ঢেকীঠোৰাৰ আগত সোপাসোপে ওলাই পৰে। অধৰমীয়ে আলহীক এই ঢেকীঠোৰাবে

বিলাই-মৰিয়াই আলহীৰ বয়-বস্তু কাপোৰ-কানি ৰূপবান যি পায় সোপাকে কাঢ়ি লৈ লুৰ্ব্বং-লুঠং কৰি খেদি দিয়ে। এই যে ঢেকীঠোবাটো চাঁচিছে দেখিছা, সেইটোৰেই তেওঁ ৰাতিকৈ সেই কাম কৰিব। মইনো কি কম? দিনৰে দিনটো তেওঁৰ কাম হৈছে—ঢেকীঠোবা চঁচা, আৰু ৰাতি তাৰে আলহীক কোবোৱা। আমাৰ ঘৰৰ ভিতৰত কত ঢেকীঠোবা আছে, এবাৰ উঠি ভিতৰ সোমাই চাই লবাইক নে? এইটোৰেই কথা, মোৰ বোপাইহঁত! আৰুনো কি শুনিবা? ইয়াৰনো কথা কি কম মোৰ কুটুমহঁত। ই মানুহ নে পিশাচ, মই কবই নোৱাৰোঁ।

আলহী (ঠক্ ঠক্ কৰে কঁপি)। আই মাতৃ! এতিয়া আমি কি কৰো? কলৈ যাওঁহক? আমাক ৰাখক। দহোকুৰি আমাক ৰাখক! আমি কি কৰিম, কলৈ যাম, কেনেকৈ সাৰিম আমাক কওক আই মাতৃ! আপোনাৰ চৰণত পৰিছোঁ।

পাচনিয়নী। আৰু কি বুধি দিম, বুধি ওলাই আছে। তেওঁ ঘূৰি অহাৰ আগেয়ে তোমালোকে উঠি লৰি পলাই সাৰি যোৱাঁহক। তেওঁ উভতি আহি তোমালোকক পালেহি আৰু যোৱা টান হব।

দুইজন আলহী (উঠি)। তেন্তে আই! আমি যাওঁহে।

পাচনিয়নী। যোৱা, যোৱা বেগেতে যোৱাঁহক। কিন্তু তেওঁ উভতি আহি তোমালোকক ঘৰত নেদেখি পাছতে খেদা দিব। যদি কিবাৰূপে তেওঁ তোমা-লোকক লগ পায়হে গৈ, তেন্তে বৰ দুৰ্ঘটনা ঘটিব। এতেকে খৰকৈ যোৱাহঁক মোৰ সোণাইহঁত। এঃ লেহি।

[দুইজন আলহী উঠি বেগাই গুচি যায়।]

[পাচনিৰ প্ৰৱেশ।]

পাচনি (ঘৈণীয়েকেক)। বোলো আলহী ভকত দুজন কলৈ গল?

পাচনিয়নী। আৰু নুসুধিবা, যি লাগে হল। তুমি যোৱাৰ পিছতে তেওঁলোকে মোক সেই তুমি চাঁচি কাটি থোৱা ঢেকীঠোবাটো খুজিছিল। মই কলোঁ আমাৰ তেওঁ ওৰেদিনটো বহি বৰ হাউচ কৰি ঢেকীঠোবাটো চাঁচি থৈছে, সেইটো মই তেওঁক নোসোধাকৈনো আপোনাসকলক কেনেকৈ দিওঁ? লাগে যদি তেওঁ আহিলে আপোনাসকলে তেওঁক খুজি লব। মই দিবলৈ গলে কিজানি তেওঁ আহি মোক খঙকে কৰে। অলপ ৰওক, তেওঁ এতিয়াই আহিব নহয়। মই এইবুলি কলতে, দুয়ো খং কৰি উঠি গুচি গল;—বোলে "সামাইন বস্তু ঢেকীঠোবা এটাকে আমাক নিদিলে বেতিয়া আমাকনো আৰু কি থাবলৈ থাকিবলৈ দিব।" মই কত বুজালোঁ, কিমান কাকুতি কৰিলোঁ কলোঁ বোলোঁ, আপোনাসকল নেযাব, তেওঁ এতিয়াই আহি পাবহি, পালে ঢেকীঠোবাহে নেলাগে আপোনাসকলে যিহকে খোজে তাকে দিব। আমাৰ তেওঁ আলহী নহলে ভাতকে নেখায়। আমাৰ পৰম ভাইগৰ গুণেহে আপোনালোক ওলাই-ছেহি, নেযাব দেওসকল! আপোনাসকল গলে, তেওঁ আহি মোকো শুদাই নেৰে। ইমান কলোঁ-মেলিলোঁ তথাপি তেওঁলোকে মোৰ কথালৈ কাণকে নিদি উখৰামুৰা হৈ উচাট মাৰি উঠি গুচি গল। আৰু তুমি পোৱাঁহি বুলি ভো-ভো কৰে লৰহে দিলে।

পাচনি (মূৰে-কপালে হাত দি)। হৰি হৰি! ভাল কথাটো হল। হেৰ তই ঢেকীঠোবাটো দি নিদিলি কিয়? মই তোক কি খং কৰিলোহেঁতেন? ভকতত্তকৈ মোৰ ঢেকীঠোবাটোহে টান হল?

ঘৈণীয়েক। এবা মযো এনেতো হবগৈ বুলি ধৰকৈ গমিবলৈ নহল। ভাবিলোঁ কিজানি তুমি খঙকে কৰা। আৰু ভাবিলোঁ তুমিতো এতিয়াই পাবাহি, পাই যি কৰা কৰিবা। কিন্তু তেওঁলোক সেই ফেৰাতে উচাট মাৰি গুচি যাব, মইনো কেনেকৈ জানিম বাৰু?

পাচনি। হেৰ মোৰ মূৰখাতী! তই যি লাগে কৰিলি! কি কপাল! কি মোৰ মৰিবৰ চিন হল! হাততে আলহীক পায়ো মই হেৰুৱালোঁ। হেৰ তেওঁলোক গৈ কিমানখিনি পালেগৈ?

ঘৈণীয়েক। এতিয়াই অলপৰ আগতে গৈছে। সৰহ বাট পোৱা গৈ নাই।

পাচনি। দে, দে, মোক ঢেকীঠোবাটো দে। মই তাকে দি তেওঁলোকক কিজানি ওভোতাই আনিব পাবোৰেই। বেগতে দে।

[ঘৈণীয়েকে ঢেকীঠোবাটো তুলি আনি দিয়ে, পাচনিয়ে লৈ লৰ ধৰে। প্ৰস্থান।]

ঘৈণীয়েক (আপোনাআপুনি)। যোৱাঁ, যোৱাঁ, আৰু লৰি যোৱাঁ। আলহীক আগুৰীয়ে যিপালি দবৰ দিছোঁ, সিহঁত এতিয়াই উভতি আহিল আৰু কি? দিনৌ মোৰ ওপৰত বৰমতা ওলাই দেখৰ মানুহ মাতি আনি ঘৰত আলহী চপাব আৰু মই গোলামীয়ে ধান বানি, পানী কঢ়িয়াই সেইবোৰক খুৱাব লাগে। ভাল নিকিনা গোলামীজনী পাইছিলা নহয় নে? ইস! আলহী নহলে মুনিহৰ টেটুত ভাতকে নোসোমায়। মই বান্দীয়ে শাকৰ পৰা পাত-লৈকে, চাউলৰ পৰা চৰুলৈকে গোটেইখন সংসাৰ গোটাই

আনিব লাগে ; ধান বানোতে বানোতে মোৰ ভৰি বুটি হল আৰু তেওঁ "গধূলিৰ অতিথি সাইধাত দামোদৰ" বুলি চোলোখ একাকি মাতিয়েই মোৰ ওপৰত দপাসি ভাপখন পেলাই দি পুইণ কৰি স্বৰ্গলৈ লৰ ধৰিবলৈ ওলাইছে। মোৰ সৰা নাই, ছোৱালী নাই, আই নাই, বোপাই নাই, ভাই নাই, ককাই নাই, বাটৰ বাটৰুৱা কেনেহুৱা লোক আলহী-আলহীক মই তিনি তেনানি মাৰি, এদিন নহয়, দুদিন নহয়, নিতৌ খুৱাই মোৰ হাৰ-মূৰ ভাঙি, সেই কেনেহুৱা-খনক বজাক আওধনাদি আও ধালিব লাগে। কিহৰ বাবে ? মোৰ গিৰিহঁতে পুইণ-পুইণ কৰিছে সেই বাবে। নেলাগে, মোক পুইণখন। মই পুইণ নকৰোঁ, সেই বাবে মোৰ যি হয় হওক। স্বৰ্গলৈ যাব নোৱাৰো। যদি সৌ বৰবৰা চাটটোৰ ওপৰত মই উঠি থাকিম। মই নেবাচো পুইণৰ টোপোলাটো দেওহে। মোক নেলাগে পুইণখন। গোসাঁয়ে মোক একোতে বঞ্চিত কৰা নাই,—খাব পিন্ধিবলৈ দিছে, ভঁৰালত ভাত বাৰীত শাক-পুখুৰীত আৰু বিলত মাছ দিছে। কাৰো ওচৰত হাত পাতিবলগীয়া কৰা নাই। নিজ হাতে বৈ-কাটি এডোখৰ পিন্ধিছোঁ, কাকো মাগিবলৈ যোৱা নাই, কাৰো কাটিহা সহিবলগীয়া মোক গোসাঁয়ে কৰা নাই। শুদাতে, শুদাতে এইখন বাহ দণ্ডৰা আলহীৰ লেদেলা উকতি মই মৰোঁ। কিহৰ সহিছোঁ ? মই নোৱাৰোঁ। বুলি মুখেৰে কলেওতো কোনেও নুশুনে, কিলাবলৈ উঠে। সেইদেখি একোকে, একোকে, মই একোকে নামাতোঁ। তেওঁ যি কৰে কৰি থাওক। মইও যদি বগাই হাজৰিকাৰ চীয়েক হওঁ, মই বাঘকে ছাগকে একে ঘাটতে পানী খুৱাম। তোমাক নাকত থৈ চাকত ঘূৰাম। মোক তুমি বলে নোৱাৰা বুলিছোঁ।

---

## তৃতীয় দৰ্শন

### বাজআলি

(আলহী দুজন বেগাবেগিকৈ যায় আৰু পাচনিয়ে হাতত ঢেকীঠোৰাটো লৈ তৰানৰা ছিডি পাছে পাছে লৰে।)

পাচনি (দেখা পাই দূৰৰ পৰা বিডিয়াই)। হেৰি ভকতসকল। নেযাব, নেযাব, ৰব, ৰব। আহক, আহক, মোৰ ঈশ্বৰ। উভতি আহক। ঢেকীঠোৰাটো লৈ যাওক। নেলাগে যাব। ভকতত‍কৈ মোৰ ঢেকীঠোৰাটো ডাঙৰ নহয়।

[আলহী দুজনে উভতি চাই, হাতত ঢেকীঠোৰাৰে পাচনিক লৰি অহা দেখে।]

১ম আলহী (দ্বিতীয় আলহীক)। সৰ্ব্বনাশ! সেই গিৰিহঁতনীয়ে কোৱা কথা সঁচা! আজি আমাৰ কালে পতং। সোটো বুঢ়াই ঢেকীঠোৰাটো হাতত লৈ লৰি খেদি আহিছে। পলোৱাঁ, পলোৱাঁ। ধৰিব পাৰিলে আজি আমি গলোঁ!

[উধাতু খাই দুয়ো প্ৰাণকাতৰে লৰে। আলহী দুজন লৰি গৈ চকুৰে নেদেখা হয়। পাচনিকয়ো ৰবাঁ ৰবাঁ কৰি চিঞঁৰি গগন ফালি অন্তত হেলাই হেপাই ভাগৰি বাটতে ৰহে।]

পাচনি (আপোনাআপুনি)। ইয়াকে বোলে ফুটা কপাল, দেওহে ফুটা কপাল। ফুটা কপাল ফুটা লোটা। আত পানী ভৰালেও ফুটাইদি ওলাই যায়। হাতত এজন নহয়, বোলোঁ দুজনকৈ আলহীক পাইও হেৰুৱালোঁ। (ঢেকীঠোৰাটো দূৰলৈ দলিয়াই পেলাই) কটা কুকুৰখুলি ঢেকীঠোৰা। যা, কত হয় মৰ গৈ। যেতিয়া মোৰ আলহী ভকতত তই লাগিবলৈকে নেপালি, তোকলো লৈ মই কি পুইণ কি যইগোঁ সাধিম? খাঁহৰ ঢেকীঠোৰা। পচ। পচি ভচন্ উঠি পলু পোক কিৰ্মি-মি-কীটৰ আহাৰ হ গৈ! বাপ তইনো মোলৈ বাট চাই ঢেকীঠোৰাটো নিদি ভকত দুজনক খেদিব পায় নে? কিয়, কি ডাঙৰ বস্তুটো যে তাই মোক নুসুধিলে ভকতক দিব নোৱাৰে? অ' ভকতত‍কৈ মোৰ ঢেকীঠোৰাটোহে টান হল? কি বুধি। কি আকল। কি গিয়ান। ইয়াকে বোলে তিৰুতা। তিৰুতা ॥ তিৰুতা নে মিৰুতা। ইহঁত হেনো কিবাবোলে-নে ভাৰ্য্যা? ভাৰ্য্যা নে ভাৰ জোবোৱা। শাস্ত্ৰত কৈছে "তিৰীয়ে-পুৰুষে হবা একেমতি। তেমনে সিজিব হৰিত ভকতি ॥" আমি তিৰী-পুৰুষৰ মতি দুটা কেনেকৈ একে হৈ পিঠাসোপা হৈ পৰিছোঁ চাই লোৱাহক। বাৰু তাই ঠোৰাটো আলহী ভকতক দিয়াহেঁতেন-নো মই তাইক কি কাটিমাৰি নৈত উটাই দিলোঁহেঁতেন? নাইবা কুন্দাত দি ছেপিলোঁহেঁতেন হেঁ, তোমালোক বাইজে মোক কোৱাইকচোন? তাইৰ-নো এনেটো বাধ কি বুলি হ'ল? মিছা, মিছা, এই সংসাৰ, এই তিৰী পুত্ৰ, এটাইবোৰ জঞ্জাল। এটাই-বোৰ মিছা, গুৰুজনে ঠিক কৈ গৈছে—

"যত দেখা ভাৰ্য্যা-পুত্ৰ সবে অকাৰণ।
চাই মাত্ৰ থাকে কালে ধৰে যেতিক্ষণ ॥
বিষয়ৰ আশা এক তিলে কৰি চূৰ।
যমৰ কিঙ্কৰে ধৰি নিব যমপুৰ ॥
যমৰ মূৰ্ত্তিক দেখি হৰাইব চেতনা।
দুৰ্ঘোৰ নৰকে পেলাই ভুঞ্জাইব যাতনা ॥
যাওঁ আৰু, যি হ'ল হ'ল। পৰি থাকোঁগৈ ॥

---

## চতুৰ্থ দৰ্শন

### পাচনি ৰাতি শোৱাপটীত

বৈণীয়েক। শুনিছা নে? উঠি আহাঁ। ভাত হৈছে, ভাত খোৱাঁহি। ৰাতি এপৰ হ'ল।

পাচনি। গুচি যা, মই ভাত নেখাওঁ। মই আজি যিটো মনত বেজাৰ পাইছোঁ আৰু ভাত খাম!

বৈণীয়েক। আহাঁ, আহাঁ, বেজাৰ পালে আৰু কি হব? গোসাঁয়ে যি কৰিব সিহে হব তুমি আমি কৰিবলৈ বোৱাটো নহয়? এই পুহমহীয়া ৰাতি এমুঠি নাখালে জাৰত দুখ পাবা। বোলোঁ মই তোমালৈ আলহী এটি আনি থৈছোঁ, উঠি আহাঁ।

পাঁচনি (আলহীৰ নাম শুনি গিৰিসকৰে পাটীৰ পৰা উঠি)। সঁচা নে? ক'ত পালি? ক'ত আছে?

বৈণীয়েক। বা, তুমি বিতত নহবা। পাছ-চোতালতে তপত পানী একলহ থৈছোঁ, তাকে গাত ঢালি তিয়াই আহাঁ। খাবা সময়ত আলহীক দেখিবলৈ ঠিক পাবা।

[পাচনি উঠি গা ধুবলৈ যায়।]

পাচনি (গা ধোৱা ঠাইৰপৰা)। হেৰ' নামঘৰত বন্তি এগছ দিছ নে? নাই দিয়া যদি চাকি এটা দে।

বৈণীয়েক। দি থৈছোঁ, যোৱা তুমি বেগেতে নাম লৈ আহাঁ গৈ। ইফালে ভাত চেচা হব লগীয়া হ'ল।

---

## পঞ্চম দৰ্শন

### পাচনি ভাতৰ পাতত

(আগতে মেকুৰীপোৱালি এটাই মিউ মিউ কৰে)

পাচনি (বৈণীয়েকক)। হেৰ। আলহী ক'তা?

বৈণীয়েক। সেইজন দেখোন তোমাৰ আগতে।

পাঁচনি (আচৰিত মানি)। কোনজন অ'? তই মোৰে সৈতে কিবা ঠেটা কৰিছ নেকি?

বৈণীয়েক। কেতিয়ানো মই ঠেটা কৰিবলৈ গলোঁ? সেইজন আলহী দেখা নাই নে?—মিউ মিউ কৰি দেখোন তোমাক ভাত খুজিব লাগিছে।

পাচনি। তই মোক কিবা উপহাস কৰিছ দেখিছোঁ।

বৈণীয়েক। তোমাক মই উপহাস কৰিবলৈ মোৰ কি হৈছে? মই জানো কিবা বলিয়া হৈছোঁ? মানুহৰ হিদয়ত যেনেকৈ ভগৱন্ত আছে, মেকুৰীৰ হিদয়ৰ ভিতৰতো সেইদৰে ভগৱন্ত নাই নে, মোক কোৱাঁচোন? যদি আছে, মানুহক খুৱালেও গোসাঁয়ে পাব; মেকুৰী কুকুৰ শিয়ালক খুৱালেও গোসাঁয়ে পাব। এই কথা দেখোন তুমিয়েই মোক কত দিন কৈছা। মানুহক খুউৱাতকৈ মেকুৰী-কুকুৰক খুউৱাটো ভাল নহয় নে? মোৰ মনেৰে ভালহে। কাৰণ মেকুৰী কুকুৰ অজান জীৱ, খাই সিহঁতে মোক পেটে পেটে শলাগিব, যদিও মুখেৰে মাতিব নোৱাৰে। আৰু মুখেৰে মাতিব পৰা মানুহে দবনি পিটি তোমাৰ খাব, আগতে দুখাৰ চাৰি আষাৰ তোমাৰ শলাগ লৈ তোমাক উচটাব, আৰু তুমি পিঠি দিলেই সিহঁতে খোৱা পাতখনকে ফালি তোমাক গালি পাৰি গুচি যাব আৰু কব,—"ইয়াৰ আৰু সৰহ দিন নাই। ই উছন হয়হে লাগে।" এনে খাই পাত-ফলা অগুণকাৰী মানুহতকৈ মেকুৰী কুকুৰক এমুঠি ভাত খুৱাটো বেয়া নে? তুমিয়েই দেখোন কীৰ্ত্তন শাস্ত্ৰৰ বাইক মানা, বোলে—

"কুকুৰ চিৰ্কাল গাধৰো আত্মা ৰাম।
জানি জানি সকলোকে কৰিবা প্ৰণাম॥"

মোৰ মনেৰে খাই পাত-ফলা মানুহ আলহীতকৈ আমাৰ মেকুৰী কুকুৰকহে এমুঠি খুৱা ভাল। মেকুৰী-কুকুৰে খাইও অলপ, গুণো লয় সৰহ। মানুহে খাইও সৰহ, গুণও লয় যদি, লয় অলপ; সৰহখিনি সময়ত নলৈ গালিহে পাৰে।

[পাচনিয়ে বৈণীয়েকৰ দীঘল বক্তৃতা শুনি, অৱধ মানি, একোকে নেমাতি ভাত খায় আৰু মেকুৰী পোৱা লটোক ভাত এগৰাহ দিয়ে।]

---

ষষ্ঠ দর্শন

পাচনিৰ ঘৰ

( গধূলি হবৰ অলপ আগতে পাচনিয়ে চোতালতে বহি খৰাহি এটা সাজিছে ।)

পাচনি (আপোনাআপুনি) । কালিও বাতিটো বৃথাতে গ'ল, আজিও যাব খুজিছে । আলহী আহিব, আলহী আহিব বুলি বাটলৈ চাই থকাই সাৰ, আলহী আৰু নাই । ভগৱন্ত বস্তুৰ কিবা স্বৰূপে সেৱাচুৰ কৰিছোঁ, সেইদেখি তেখেত মোৰ ওপৰত রুষ্ট ।

[এজন আলহীৰ প্ৰবেশ]

আলহী । ককাই ! মোক আজি ৰাতিটো থাকিবলৈ এফেৰি ঠাই দিব পৰা হব নে ?

পাচনি (আলহীক দেখি আনন্দ পাই) । আহক আহক মোৰ প্ৰভু ! মোৰ ঘৰত ঠাই দিব কিয় নোৱাৰিম ? পাৰিম আহক, বহকহি । ( ঘৈণীয়েকক মাতে ) হেৰ ! চৰাখনকে বা কঠ এটাকে বেগতে লৈ আহ, আলহী আহিছে ।

[ ঘৈণীয়েকে কঠ লৈ প্ৰবেশ আৰু আলহীক দেখি কপালৰ গাঁঠি খোপা কৰে । ]

পাচনি । আলহীক ভৰি ধুবলৈ পানী এলোটাও আনি দে । (আলহীলৈ চাই) আপুনিনো কৰ পৰা আহিছে আৰু কলৈ যাব ?

আলহী । আমি চাওখাটৰ পৰা অহা হৈছে, নগৰলৈ যোৱা হব । নগৰত গোচৰ এটা আছে ।

পাচনি । ভাল, ভাল, সজ, সজ ! আজি যেতিয়া দুখীয়াৰ ঘৰত ভৰিৰ ধূলি পেলাইছে, ৰাতিটো ইয়াতে খাই-বৈ শুই থাকি কাইলৈ যাব । (উঠি গৈ ঘৈণীয়েকক লাহে লাহে সোধে) হেৰ ! লোণ তেল আছে নে ? নাই যদি ক, পোহাৰৰ পৰা লৰি গৈ আনো গৈ ।

পাচনিয়নী । আনাগৈ যোৱাঁ, ঘৰত একো নাই ।

পাচনি । যাওঁ তেন্তে, চুপিটো দে । মই এতিয়াই উভতি আহিম । চাবি যেন আলহীয়ে কোনো কথাত বিমৰ নাপায় । আকৌ কালিৰ দৰে যেন নহয় । কিবা বস্তু খুজিলে-মেলিলে তেতিয়াই দিবি । মোলৈ বাট চাব নেলাগে ।

পাচনিয়নী । দিম, তুমি ভয় কৰিব নেলাগে যোৱাঁ ।

(পাচনিৰ প্ৰস্থান । ঘৈণীয়েকে মেকুৰী পোৱালিটো আনি আলহীৰ আগতে বহি, তাৰ গাত পানী ঢালি গা ধুৱায় ।)

আলহী । আই ! মেকুৰীপোৱালিটোৰ গাত গধূলি বেলিকা পানী ঢালিছেনো কেলৈ ? জাৰত সি ঠেবেঙা লাগিব ।

পাচনিয়নী । লাগিব নোৱাৰিছে ? এতিয়াই তাক মৈদাত কুটি বাছি পেলাম ।

আলহী (আচৰিত মানি) । কি কৰিব আই ?

পাচনিয়নী । কুটিব ছি ৰান্ধিবলৈ নিম ।

আলহী । আই কি কৈছে ? মেকুৰীপোৱালিটো ৰান্ধিবলৈ নিব কিয় ?

পাচনিয়নী । নিনিলে আলহী শুধিম কিহেৰে ? মাছ পছ, হাঁহ-পাৰ একো নাই ; লৰালৰিকৈ পোৱাও নেযায় । আলহীক কিহেৰে ভাত এমুঠি খাবলৈ দিয়া হব ? সেইদেখি আমাৰ বুঢ়াই মোক কৈ গৈছে, লৰালৰিকৈ মেকুৰী-পোৱালিটোকে কুটি বাছি দিবলৈ ।

আলহী । আই ! কি কয় ? আপোনাসকলে মেকুৰিৰ মঙহ খায় নে ?

পাচনিয়নী । আমি খাম, আপুনিও খাব । মাছ-কাছ নেপালেনো কি কৰিব ?

আলহী (লাহেকৈ উঠি) । ইস ৰাম ৰাম । কি সৰ্ব্বনশীয়া কথা ! এনেৰৰ মানুহৰ ঘৰলৈকে মই থাকিবলৈ বুলি আহছিলো ! হৰি হৰি ! আমাৰ আৰু ইয়াত থকা নহয় । গছৰ তলতে পৰি থাকিম । সিয়ো ভাল ।

[আলহী উঠি ইস্ ইস্ কৰি গুচি যায় । পাচনিৰ ঘৈণীয়েকে মিচিকীয়াই মেকুৰী পোৱালিটোৰ গাটো গামোছাৰে মছি শুকায় ।]

পাচনিয়নী । হেৰি ভকত ! আপুনি নেযাব, গলে ভেওঁ আহি মোক খং কৰিবহি ।

[আলহীয়ে নুশুনি বেগেৰে যায় ।

পাচনিৰ প্ৰবেশ ।]

পাচনি (ব্যস্তভাৱে) । হেৰ ! আলহী ভকতজন কলৈ গল ?

পাচনিয়নী । আৰু আলহী ভকতৰ কথা সুসুধিবা দেওহে, যি লাগে হল । তুমি ভাবিবা আকৌ মইহে খেদালো বুলি । আমাৰ মেকুৰী পোৱা-লিটো চোতালতে ফুৰিছিল । তাক দেখি

তেওঁ ধৰি নি, ভৰি ধুৱলৈ দিয়া পানীলোটা তাৰ গাত ঢালি দি, মোক কলে—"এই মেকুৰী-টোৰ ছালখন বৰখলিয়াই দিয়া। তাক আজি ভাতত দি খাম। আজি ভালে দিনৰে পৰা মোৰ মেকুৰী পোৱালি ভাতত দি এসাজ ভাত খাবৰ মন গৈছে।" মই কলোঁ "আলহী ভকত। আপুনি এইটো কি কথা কৈছে? আমাৰ ঘৰত মাছ আছে। লাগে যদি হাঁহ বা পাৰ এটাও মাৰি দিব পাৰোঁ। আপুনি মেকুৰীপোৱালিটো খাব কেলৈ? মেকুৰী খাব নেপায়। আমি জানো কিবা অবীতীয়া অন চাৰী? এনে জাত যোৱা পাপৰ কথা নকৰ। আমি হেন্দু মানুহ, কলিতা মানুহ। আমি ভকতীয়া মানুহ আমাৰ গুৰুঘৰ গোসাঁইঘৰ আছে।" এই কথা শুনিয়েই আলহী উচাট মাৰি উঠি ভোঁ ভোঁ কৰে গুচি গল। মই নেযাবলৈ কত কলোঁ, নুশুনিলে। এনে আচৰিত কথা দেখা শুনা নাই নে।

পাচনি। সঁচা নে?

পাচনিয়নী। মইনো তোমাক মিছা কথাষাৰ কৈছোঁ নে? সেইটো মেকুৰীপোৱাল নহয়, তাৰ গাত হাত দি নোচোৱা কেলৈ, তিতি আছে।

পাচনি। (মেকুৰীপোৱালিটোৰ গাত হাত দি তিতা পাই) তেনেহলে গল ভালেই হল। কৰবাৰ অবীতীয়া মানুহ।

মৈণীয়েক। হব পায়, নহলে মেকুৰীপোৱালিটো খাবলৈ কিয় ওলাব? কথাষাৰ শুনিবৰে পৰা মোৰ কিবা বিকৃচিনা লাগি আছে। ৰাম ৰাম! এই দেখিহে মই কালি তোমাক কৈছিলোঁ, বোলোঁ এনেবোৰ আলহী বিচাৰি ফুৰাৰ একো সকাম নাই। এনে আলহীতকৈ আমাৰ মেকুৰী-কুকুৰ আলহীয়েই ভাল। এনে অচিনাকি আলহী অতিথি ফকিৰ ফকৰাক ঘৰত ঠাই দিযাও ভাল নহয়। আমি পুইণ কৰিবলৈ যাওঁতে কেতিযাবা মতা-তিৰুতা হালৰে ডিঙিতে কোনোবা ফকৰা আলহীয়ে বেপ দি, আমাৰ বইবস্ত সোপাকে লৈ সাং কৰি পেলাব। বোলোঁ মই এই মেকুৰীপোৱালিটো আ নিছোৱেই; কাইলৈ তোমাক ভাল কুকুৰ-পোৱালি এটাও আনি দিম। সিহঁতকে পুহি খুৱাই-বুৱাই ডাঙৰ দীঘল কৰোঁ। মেকুৰীযে ডাঙৰ হলে নিগনি-শলিয়া মাৰিব; কুকুৰে চোৰ খেদাব, শিয়াল খেদাব আৰু দিনে-ৰাতিযে আমাৰ ঘৰত পহৰা দিব; আৰু খাবও কম।

আঁৰকাপোৰ

# নোমল

(প্ৰথম তাঙৰণ—১৯১৩ খৃষ্টাব্দ)

### প্ৰথম দৰ্শন

নাহৰফুটুকা বুঢ়াৰ ঘৰ

[নাহৰফুটুকা বুঢ়া আৰু ঘৈণীয়েক নিচলী । ]

নিচলী ( পানীকেচুৰা লৰাটো কোলাত লৈ ) । বোলোঁ শুনিছা নে লৰাৰ বাপেকি । পাঁচোটা লৰা মৰি মৰি সকলোৰে শেহত এই লৰাপোৱালিকণ হৈছে । ইও কান্দিয়েই মৰে নে চাদিয়েই মৰে ঠিক নাই । বোলোঁ এই বাৰ সেইদেখি তুমি আমাৰ গোখাঁইৰ ঘৰলৈকে যোৱাঁচোন । গৈ নিৰ্ম্মালি পৰ্সাদ গোটাচেৰেককে আনি লৰাটোৰ মূৰত দিয়াঁহি । তেনে কৰিলে কিজানি লৰাপোৱালিকণ কৰবাত চুকেকোণে লাগি ৰয়েই । গোখাঁই-ঈশ্বৰক খুজি ইয়ালৈ নাম এটাও আনিবা । মই বোলোঁ এইবাৰ ইয়াৰ নাম আমাৰ গোখাঁই-ঈশ্বৰেই দিয়ক, আমি নিদিওঁ ! গোখাঁয়ে দিয়া নামটো পালে কিজানি মোৰ পোনাকণ জীয়াই থাকেই ।

(লৰাটোক চুমা খায় । )

নাহৰফুটুকা । ৰ, ৰ, মই কথাটো মনতে জিজ্ঞাস কৰি চাওঁ । হুৰামূৰা কৰিলে এনে দ কথাৰ তলি পাবগৈ নোৱাৰি । (অলপ টলকা মাৰি ভাবে) শুনিছ নে নিচলী । বোলো শুনিছ নে লৰাৰ মাক । তই কথাষাৰ ভালকে কৈছ । ই কথাই কথা নহয়, গোখাঁই-ঈশ্বৰৰ আগতে লৰাপোৱালিকণ দিওঁকৈ পেলাই, তেখেতে যিহকে কৰে কৰক । মাৰে মাৰক, তাৰে তাৰক, ৰাখে ৰাখক, বোলোঁ যি-যি-যি কৰে কৰক । আমি মতা-তিৰুতাহালে ধৰি ম'হে যুঁজাদি যুঁজিও দেখোন পাঁচোটাৰ এটাকো ৰাখিব নোৱাৰিলোঁহঁক । তই কি কৱ ?—উহু ! লৰাৰ মাক ! মই তোৰ কথা নুশুনো । মই আমাৰ গোখাঁই-ঈশ্বৰৰ চৰণত পোৱালিকণ পেলামেই পেলাম । তই হকাবধা কৰিলেও নুশুনো, বোলোঁ পেলামেই পেলাম । দিম গৈ প্ৰভু ঈশ্বৰৰ চৰণত পেলাই । প্ৰভু-ঈশ্বৰে মাৰক, ৰাখক, কাটক যি-যি-যি কৰে কৰক ।

নিচলী । কিনো কয় ঐ এওঁ । মই আকৌ হকাবধা কৰিবলৈ যাম কিয় ? ময়েহে দেখোন তোমাক যাবলৈ কলোঁ । কিন্তু তুমি লৰাপোৱালি-ফেৰা লৈ যাব নেলাগে । কি কৰিবা মই কওঁ শুনা— মই ন গামোছা এখন বৈ থৈছোঁ, তাকে সিকি এটাৰে সৈতে লৈ যোৱা । তাকে গোখাঁই-ঈশ্বৰৰ আগতে থৈ দীঘল দি পৰি লৰালৈ নিৰ্ম্মালি আৰু পৰ্সাদ খুজি আনিবা আৰু ভাল চাই নাম এটাও মাগি লৈ আহিবা । এমহীয়া পানীকেচুৰা ল'ৰাটো লৈ ইমান বাট যাব নেলাগে । আৰু মই লগত নগলে তুমি অকলে তাক লৈয়ো যাব নোৱাৰা ।

নাহৰফুটুকা । ৰবি, ৰবি, তই কেপ-কেপাই নাথাকিবি । মই কথাষাৰ আকৌ ভালকৈ জিজ্ঞাস কৰি চাওঁ । ( অলপ টভক মাৰি থাকি) ঠিক, ঠিক, ঠিক হৈছে । মই লৰাপোৱালিকণ লগত লৈ নেযাওঁ । তই লৈ-যাবলৈ কলেও মই নিনিওঁ । কেতিয়াও, বোলোঁ কেতিয়াও নিনিওঁ । ইমানখন বাট মোৰ কেচুৱাপোনাকণ কেনেকৈ যাব হেৰ ? এই ওৰেদিনটোৰ বাট তাক লৈ যাবলৈ হলে সি বাটতে জোল নহব নে ? শুনিছ নে লৰাৰ মাক ! মোৰ যে বুধিটো নাই, তই এনে নেভাবিবি দেই । ডেকা কালত অমুকাই তাৰেই একঠা ভালকৈ খালোঁ । আমাৰ গাঁৱৰ সাধি মণ্ডলৰ বুধিটোকে সকলোৱে বৰ বুলি পলাগে ; কিন্তু তাৰে সৈতে মোৰটো বুধি জুখি চাইও অনেকে মোৰটোহে দীঘল পাইছিল । আজিকালিহে বুঢ়া হৈ কিবা ৰণত পৰি কলীয়া, তেল নোহোৱাত ফৰফৰীয়া হলোঁ । ঈশ্বৰক চিন্তি তই এতিয়াও ডেকেৰী হৈ আছ, সেইদেখি তোৰ বুধিটোত এতিয়াও জীপ আছে আৰু সেই

গুণে তাৰ গজালি মোৰটোতকৈ আগেয়ে বেলে। যি হৈছে হৈছে। বাৰু দে পিঠাগুৰি এমুঠি মোৰ পানীগামোছাখনতে বান্ধি। আছে যদি গুৰ এখামোচা দিবি আৰু কঁঠালকঁহীয়া বাটিটোও দিবি। যাওঁ আমাৰ গোসাঁই-ঈশ্বৰৰ ওচৰলৈকে, যি থাকে কপালত। আনোগেচোন নাম এটাকে খুজি। মোৰ সেই খামতিমোনাটোও দিবলৈ নেপাহৰিবি, তাতে যি পাওঁ ভৰাই আনিব লাগিব।

(নিচলীয়ে পানীগামোচা এখনত পিঠাগুৰি, গুৰ আৰু বাটি এটা বান্ধি দিয়ে আৰু গোসাঁইলৈ নতুন গামোচা এখনৰ আগত সিকি এটা বান্ধি দিয়ে।)

নিচলী। হোৱঁা, এইখন গামোচাত তোমাৰ গুৰ পিঠাগুৰি ; আৰু এইখন গামোচাত গোসাঁই-ঈশ্বৰলৈ সিকি এটা। আৰু নাম-নিৰ্মালি আনিবলৈ এইটো খামতি-মোনা।

নাহৰকুটুকা। (সিকিটোৰে সৈতে ন গামোচাখন লৈ) ৰবি, ৰবি, মই জিজ্ঞাস কৰি চাই লওঁ। তই কেপুকেপাই নাথাকিবি। এইখন মোৰ। (পিঠাগুৰিৰ গামোচাখন দেখুৱাই) সেইখন গোসাঁই-ঈশ্বৰৰ।

নিচলী। এইদৰে হলে তুমি মোৰ মূৰটো খাবা। এতিয়াই পাহৰি গোলমাল লগালা দেখোন। পিঠাগুৰি বন্ধা পানীগামোচাখন তোমাৰ আৰু সিকিটো আগত বান্ধি দিয়া ন গামোচাখন আমাৰ গোসাঁই-ঈশ্বৰৰ।

নাহৰকুটুকা। তই কেপুকেপাই নেথাকিবি, মই বুজিছোঁ। বুজিয়েই—মই ইমান গোটগৰু বুলি নেভাবিবি। মই বুঢ়া হৈছো বুলিও তোতকৈ মোৰ বুধিটো আছে। ভুলতহে ইখনৰ ঠাইত মই সিখন দেখুৱাই ছিলোঁ। (বাৰলৈ উঠি) এতিয়া মই যাওঁহে। মোৰ উভতি আহোঁতে পলম হলে গধুলি গৰু-গাই কেইটা তই চপাবি। গৰুৰ পথা এডাল এধা-ৰটা হৈ আছে। সেইডাল হেদালিত তুলি থবি। মই যাওঁহে এতিয়া। (দোখোজমান গৈ উভতি আহি) শুনিছ নে লৰাৰ মাক। শুকাবলৈ দিয়া সেই বগাৰিৰ জলাখন তুলি থবি, নেপাহৰিবি।

নিচলী। মই সেইবোৰ কৰিম, নেপাহৰোঁ। তুমি যোৱঁা। যোৱঁা।

[ নাহৰকুটুকাৰ প্ৰস্থান। ]

(নিচলীয়ে কন্দা ল'ৰাটো কোলাতে নচুৱাই গায়)

"ঐচু ঐচ এ বান্দৰ পোৱালি।
বাচেটোকাই লৈ যায় পিঠি জোকাবি ॥"

অ, নেকান্দিবি, নেকান্দিবি, মোৰ সোণাই।

(আকৌ গায়)

"নাও হেঙুলীয়া বঠা হেঙুলীয়া,
আৰু হেঙুলীয়া চৈ এ।
চৈৰে তলতে জোনবাই গইছে,
হাততে বিচনী লৈ এ ॥
আগেয়ে খুজিলোঁ ফুলৰে বিচনী,
এতিয়া তুলাইছোঁ দৈ এ।
কেলেই লাগিছে ফুলৰে বিচনী ?"
গল মহে জহে বৈ এ ॥

---

## দ্বিতীয় দৰ্শন

আঠিয়াবাৰী সত্ৰৰ বাহিৰ কৰাপাট

কৰাপাটৰ দুৱৰী ভকত। কৰ মানুহ ? কলৈ যোৱা ?

নাহৰকুটুকা। ৰংপৰৰ মানুহ। গোসাঁই-ঈশ্বৰৰ ওচৰলৈ যাওঁ।

দুৱৰী ভকত। তুমি কৰ সেৱক ?

নাহৰকুটুকা। মই ৰংপুৰৰ বুলি আপোনাক কলোঁ। দেখোন ?

দুৱৰী ভকত। তুমি কৰ শিচ ?

নাহৰকুটুকা। অ মই কৰ খিচ ? কৰ হম ? গোসাঁই-ঈশ্বৰৰ খিচ।

দুৱৰী ভকত। বাৰু তেনেহলে যোৱা।

(ভিতৰৰ কৰাপাট)

দুৱৰী ভকত। কৰ মানুহ, কলৈ যায় ?

নাহৰকুটুকা। ৰংপুৰৰ মানুহ। গোসাঁই-ঈশ্বৰৰ চৰণ দৰ্শন কৰিবলৈ যায়।

দুৱৰী। কৰ সেৱক ?

নাহৰকুটুকা। আকৌ সেই কথা। বোলোঁ মই ৰংপুৰৰ মানুহ, আতাই ৰাম।

দুৱৰী। ৰংপুৰৰ বুলি বুজিছোঁ। তুমি কৰ শিচ ?

নাহৰকুটুকা। গোসাঁই-ঈশ্বৰৰে খিচ। (বিৰক্তি ভাবে) কেইবাবনো কৰ লাগে হে ?

দুৱৰী। যিমান বাৰ সোধোঁ সিমান বাৰ কব লাগিব। কি কুল ?

নাহৰকুটুকা। ৰবকোচ।

দুৱৰী। বাৰু যোৱা। বাটতে "হাকিমক" পাবা ; "হাকিমক" সেৱা কৰি যাবা।

নাহৰফুটুকা। আমাৰ জিলাৰ হাকিম নে ?

দুৱৰী। কৰলো অকৰাহে তুমি ? মোলোঁ আমাৰ সত্ৰৰ হাকিম।

নাহৰফুটুকা। সত্ৰৰ হাকিম। সেইজন কেনেকুৱা ? কামুৰিব নে ?

দুৱৰী। এইটো বলিয়া নেকি ? কিহে কামুৰিব ? যোৱা, যোৱা, আগবাঢ়ি যোৱা কেনে হাকিম দেখিবলৈ পাবা।

[নাহৰফুটুকা যায়।]

(হাকিম বহি আছে। কাষতে এজন ভকত।)

হাকিম। কোন কলৈ যায় ?

নাহৰফুটুকা। (আঠু লৈ) বন্দীয়ে পৰ্ভুঈশ্বৰৰ চৰণ দৰ্শন কৰিবলৈ যায়।

হাকিম। কি নাম ? কৰ মানুহ ?

নাহৰফুটুকা। বন্দীৰ নাম নাহৰফুটুকা বুঢ়া। ঘৰ ৰংপুৰত।

(হাকিমক সেৱা কৰে।)

হাকিম। কি আনিছ ?

নাহৰফুটুকা। মই দুখীয়াৰ কি আছে, কি আনিম মোৰ দেউতা ঈশ্বৰ। বন্দীৰ ঘৰৰ ঘৈণীজনীয়ে গামোছা এখন বৈছিল। শিকি এটাৰে সৈতে তাকে পৰ্ভু-ঈশ্বৰৰ চৰণৰ ফালে আগবঢ়াই সেৱা-কৰিম বুলি আনিছো।

হাকিমৰ কাষৰ ভকত। আমাৰ হাকিমক কি দি সেৱা কৰিবি ?

নাহৰফুটুকা। হাকিম দেউতাৰ আগত বন্দীৰ মূৰটো থৈয়ে সেৱা কৰিছোঁ। আৰুতো বন্দীৰ একো নাই। এই পানী-গামোছাখনতে তাই পিঠাগুৰি এমুঠি, গুৰ এখামোচেৰে সৈতে মোক বাটত খাবলৈ বান্ধি দিছিল, সেয়ে আছে। হাকিম দেউতাই ইচ্ছা কৰে যদি তেখেতৰ চৰণলৈ তাকে আগবঢ়াব পাৰোঁ।

ভকত। থেই কটা। তোৰ পিঠাগুৰি কোনেও নাখায়। পাই-পইচা কিবা আছে যদি উলিয়া।

নাহৰফুটুকা। আৰু একো নাই অনা দেউতা। বন্দী হোজা মানুহ দেউতা। বন্দীয়ে একো ভু নেপাওঁ।

ভকত। তেন্তে তই ভিতৰলৈ যাব নোৱাৰ। ইয়াতে বহি থাক।

(নাহৰফুটুকাক তাতে ভালেখিনি বেলি ৰখাই থয়।)

হাকিম। বাৰু এই বাৰলৈ তোক এৰি দিলোঁ, যা ভিতৰলৈ। কিন্তু এইবাৰৰ পৰা এইদৰে শুদা হাতে নাহিবি।

[নাহৰফুটুকাক ভকত এজনে গোসাঁইৰ ওচৰলৈ লৈ যায়।]

---

## তৃতীয় দৰ্শন

### আঠিয়াবাৰী সত্ৰাধিকাৰৰ বৰচ'ৰা

(অধিকাৰ গোস্বামী শ্ৰী ল·শ্ৰীযুক্ত বিহঙ্গবিলাসদেৱ কেপ্‌কৰা, বৰগাৰু, গাদিত বহি আছে। ওপৰত চন্দোৱাৰ। আগত গুৱা-পাণ আৰু নিৰ্মালিৰ শৰাই' ভোগ্‌জৰা ইত্যাদি। ওচৰতে ৰাজমেধি, ভাগতী, পূজাৰি, পাচনি, আলধৰা আদি সমুখত দূৰত শিষ্যসকল ভূম্যাসনত লেপেটা কাঢ়ি বহি আছে।)

[নাহৰফুটুকাৰ প্ৰৱেশ। অনেক দূৰতে নাহৰফুটুকাই গোসাঁইৰ ফালে আঠুকাঢ়ি সেৱা কৰে আৰু পিঠাগুৰিৰ টোপোলাৰ পানীগামোছাখন আগবঢ়ায়।]

পাচনি (নাহৰফুটুকাক)। টোপোলাত সেয়া কি ?

নাহৰফুটুকা। পিঠাগুৰি। পৰ্ভুঈশ্বৰৰ ঘৈণী-জনীয়ে বন্দীৰ লগত বান্ধি দিছিল।

পাচনি। পিঠাগুৰি প্ৰভুজগন্নাথৰ ফালে আগবঢ়াইছ কিয় ?

নাহৰফুটুকা। (খোতামোজা খাই) অ' বন্দীয়ে পাহৰিহে তেনে কৰিছিলো। (পানীগামোছাৰ টোপোলাটো নৰালৰিকৈ তুলি লৈ ন গামোছাখন সিকিটোৰে সৈতে সেই ঠাইতে থয়) পৰ্ভু ঈশ্বৰৰ দুখনি চৰণলৈ আগবঢ়াবলৈ এই ন গামোছাখন আৰু সিকি এটিহে অনা হৈছে। বন্দীয়ে ভৰ্মতহে সিখন গামোছা আগবঢ়াইছিলোঁ। বন্দীৰ জগৰ দুখনি চৰণে খেমা কৰিব।

(গোসাঁইয়ে কেৰাহিকৈ চাই ঈষৎ হাস্য কৰে। পাৰিষদসকলেও অলপ হাঁহে।)

ৰাজমেধি (পাচনিলৈ চাই)। সেই বুঢ়াটোক চকা গোটাচেৰেক মাৰি ইয়াৰ পৰা উলিয়াই দিয়া। এইখন খেমালিৰ ঠাই পাইছে নেকি ?

(গোসাঁয়ে চকুৰ ঠাৰ দি তেনে নকৰিবলৈ কয়।)

সাধুৰাম বৰুৱা (গোসাঁইলৈ চাই)। বন্দীয়ে প্ৰভুজগন্নাথক সেই দেখিহে কৈছিলোঁ বোলোঁ, আগৰ কালৰ দস্তৰবোৰত বৰকৈ ধৰি থাকিলে আজি কালি নচলিব। পুৰণি দস্তৰ পুৰণি কালৰ লগতে যোৱাই উচিত। সেইবোৰ ধৰি ৰাখিবলৈ গলেও নাথাকে। আগৰ ৰামও নাই, অযোধ্যাও নাই। অসমৰ ৰজাও নাই, পুৰণি অসমীয়া সমাজও নাই। আজিকালিৰ ভাল মানুহ শিষ্যসকল প্ৰভুৰ ওচৰলৈ আহিলে তেওঁলোকক বহিবলৈ আসন দিব লাগে। নিদিলে, জেকা মাটিত লেপেটা কাঢ়ি বহি পচি থাকিবলৈ আজিকালিৰ উঠি অহা ভদ্ৰলোকসকল আহিব কিয় ? প্ৰভুজগন্নাথে অকল ওজা, পাঠক নাম লগোৱা বায়ন, ভাগতী, আলধৰাসকলক লৈয়ে.তা থাকিব নোৱাৰে। হাকিম, উকিল, মুক্তিয়াৰ সকলোকে প্ৰভুঈশ্বৰক সততে লাগি থাকে।

গোসাঁই। সেইটো আমি জানো ; কিন্তু এজনক আসন দিবলৈ গলে আন এজনে আপত্তি কৰে। আমি তেনে কৰিবলৈ গলে আমাৰ নিজৰ শিষ্য-সকলৰ ভিতৰতেই অনেকে আমাক বেয়া বোলে দেখোন ?

সাধুৰাম। প্ৰভুজগন্নাথে সকলোকে আসন দিয়াৰ। যাৰ বহিবৰ মন যায় তেওঁ আসনত বহিব। যাৰ মন নেযায় তেওঁ নবহিব।

ৰাজমেধি। প্ৰভুজগন্নাথৰ আগত আপোনাক মেৰ-চৰা খণ্ডা পাৰি দিব লাগে নেকি ?

সাধুৰাম। মই মোলৈ মেৰ-চৰা, বগা ঠঙা বিচৰা নাই। সামান্য কঠ এখন হলেই মোৰ পক্ষে যথেষ্ট। ভাল কানি-কাপোৰ পিন্ধি মাটিত লেটি লবলৈ বৰ আহুকালৰ কথা হয়।

ৰাজমেধি। ইমান মান অপমানৰ জ্ঞান থাকিলে দেখোন প্ৰভুজগন্নাথৰ ওচৰলৈ নাহিলেই হল। তথাপি সেইবুলি কোনো পুৰুষত নোহোৱা দস্তৰ এটা আমি চলাওঁ কেনেকৈ ? তাৰ উপৰি গুৰুৰ আগত আজিকালিৰ ডাঙৰীয়াসকলে ইমানটো মথুৰা ভেৰ নাৰাখিলে জানো তাত কিবা হানি আছে ?

সাধুৰাম। গুৰুৰ আগত মথুৰা ভেৰ নৰাৰ কথা হোৱা নাই ; উচিত অনুচিত সুবিধা অসুবিধাৰ কথাহে কৈছোঁ। দেশ কাল পাত্ৰ বুজি চলিব লগীয়া কথাহে মই প্ৰভুঈশ্বৰৰ আগত নিবেদন কৰিছোঁ। তুমি মোৰ কথাৰ আচল ভাব নুবুজি হে মুখতে কথাষাৰ ধৰি তাক বেকাই লৈ উত্তৰ কৰিছা। মই কওঁ, কীৰ্ত্তন ঘৰত পৰমেশ্বৰৰ আগতে যেতিয়া সকলোৱে আসনত বহিবলৈ অধিকাৰ আছে, মনুষ্য গুৰুৰ আগতনো তেনে অধিকাৰ নাথাকিবৰ কাৰণ কি ?

ৰাজমেধি। শুনক বৰুৱা ডাঙৰীয়া। আপুনি ভদ্ৰলোক। প্ৰভুজগন্নাথৰ আগত এনে গপ্ গপ্ কথা কব নেপায়। আপোনাসকলে কলিত বোধ মতৰ শাস্ত্ৰ পঢ়ি বৌধ হৈছে নিচয়। বাহিৰত যি কয় কব, কিন্তু প্ৰভু ঈশ্বৰৰ মুখৰ আগতে এনেবোৰ কথা কোৱাটো ভাল নহয়।

পাচনি। এইদেখিয়েই বৌধক বুন্দামাৰ কৰিবলৈ কলিৰ শেহত ঈশ্বৰ কৃষ্ণই কল্কি অৱতাৰ ধৰিব বুলি শাস্ত্ৰত লিখিছে।

ভাগতী (জাত লগাই)।

"ম্লেচ্ছনিবহ নিধনে কলয়সি কৰবালং।
ধূমকেতুমিব কিমপি কৰবালং।
কেশৱধৃত কল্কিশৰীৰং
জয় জগদীশ হৰে॥"

আপোনাসকলৰ ভিতৰৰে এজনে সিদিনা আহি প্ৰভুজগন্নাথৰে সৈতে বৌদ্ধমতৰ তৰ্ক কৰি কৈছিলেহি নহয় যে শূদ্ৰিৰে বেদ পঢ়িব পায়, গীতা-ভাগৱত আদি শাস্ত্ৰ পঢ়িব পায় ; হেনো বামুণৰো গুৰু হব পায় ?

গোসাঁই। ও, কৈছিল। শইকীয়া নেকি সেই তেওঁ। সেইবোৰ ভূমি চুই কৰ্ণত হাত দিবলগীয়া কথা। অত্ৰ সাৰত লিখিছে ;—

শূদ্ৰে শূদ্ৰমুখাৎ শ্ৰুইত্যা বিদ্যাৰ্থা মন্ত্ৰমুত্তমং।
গৃহিত্যা নৰকং গচ্ছেৎ দুখং প্ৰাপ্যেসি নিত্যং॥
স্বাহা প্ৰণৱ সংযুক্তং শূদ্ৰাং মন্ত্ৰং দদ্যাতি যঃ।
শূদ্ৰঃ নিৰয়গামীস্বাৎ ব্ৰাহ্মণোযাতোধোগতিং॥

পদ্মপুৰাণত লেখিছে—

শূদ্ৰেণ দীক্ষিতো যোতু শূদ্ৰো শূদ্ৰয়া দীক্ষিতং।
উভৌ তৌ পাপীনৌ প্ৰোক্তো যাৱদাহুতো সংপ্লৱৌ॥
শূদ্ৰাং শূদ্ৰমুখাৎ শ্ৰুত্বা বিদ্যাৰ্থা মন্ত্ৰমুত্তমং।
গৃহিত্বা নৰকং যাতি দুঃখং প্ৰাপ্নোতি নিত্যং॥
স্বাহা প্ৰণৱ সংযুক্ত শূদ্ৰে মন্ত্ৰ দদাতি যঃ।
শূদ্ৰো নিৰয়গামীস্যাৎ ব্ৰাহ্মণো যাত্যধোগতিং॥
শূদ্ৰেণ দীক্ষিতো যত্ৰ শূদ্ৰং শূদ্ৰেণ দীক্ষিতঃ।
উভৌ তৌ পাপানৌ প্ৰোক্তৌ যাৱদাহুত সংপ্লৱঃ॥
সহাসনমভিপ্ৰেপ্সুৰুৎকৃষ্টস্যাপকৃষ্টজঃ।
কট্যাং কৃতাঙ্কো নিৰ্বাস্য স্ফিচং বাস্যাৱকৰ্ত্তয়েৎ॥

মনুৱে কয়—

সহাসনমভিপ্রপ্স্যা উৎকৃষ্যা অপকৃষ্যা যা ।
কট্যাং কৃতাঙ্কো নির্ব্বাইস্য স্ফিটং বাস্যাকর্ত্তয়েৎ ॥

অৰ্থাৎ শূদ্ৰই যদি ব্ৰাহ্মণেৰে সৈতে একে আসনতে বহে, তেন্তে তাৰ তপিনাত তপত লোৰ শলাৱে দাগি দি তাক দেশৰ পৰা বাহিৰ কৰি দিব, অথবা কটি-চেছদন কৰি দিব ।

এনে শূদ্ৰই শ্ৰুতি, স্মৃতি, গীতা, ভাগৱত পঢ়ে ! লোকক ধৰ্ম্ম দিয়ে !! তাৰ উপৰি ব্ৰাহ্মণৰো গুৰু হয় !!! এনে বৌধমতীয়া তৰ্ক কৰিবলৈ আহে মোৰ ওচৰত !!!!

সাধুৰাম । অৱশ্যে প্ৰভুজগন্নাথৰ দৰে মোৰ সংস্কৃত শাস্ত্ৰত দখল নাই । সেইদেখি শ্লোক মাতি মই মোৰ কথাৰ প্ৰমাণ সম্প্ৰতি দিব নোৱাৰোঁ । তথাপি এইটো নিঃসন্দেহে প্ৰভুৰ ওচৰত নিবেদন কৰিব পাৰোঁ যে বেদতে অব্ৰাহ্মণৰ অৰ্থাৎ ব্ৰাহ্মণৰ ঔৰসজাত নোহোৱা লোকৰ ৰচিত অনেক শ্লোক আছে । আৰু ব্ৰাহ্মণ জন্ম হৈ ভ্ৰষ্ট হৈ শূদ্ৰত্ব পোৱা, আৰু শূদ্ৰ হৈও ব্ৰহ্মজ্ঞান লভি ব্ৰাহ্মণত্ব পোৱাৰ অনেক উদাহৰণ বেদ, পুৰাণত আছে । গীতা ভাগৱতে যে ব্ৰাহ্মণকহে সেই সেই শাস্ত্ৰ পঢ়িবলৈ অধিকাৰ দিছে এনে নহয় ; সকলোকে দিছে । বৰং ভাগৱতৰ মতে ঈশ্বৰ কৃষ্ণত শৰণ লোৱা প্ৰকৃত বৈষ্ণৱ, শূদ্ৰৰ কথাই নাই, চণ্ডাল হলেও, সেই অবৈষ্ণৱ দ্বাদশগুণীয়া বিপ্ৰতকৈও শ্ৰেষ্ঠ বুলি কৈছে । আৰু প্ৰভুৱে যাক দীক্ষা বুলিছে, সেয়ে শৰণ । শৰণ আৰু দীক্ষা দুটা বিভিন্ন বস্তু নহয় । বৈষ্ণৱৰ পক্ষে শৰণেই দীক্ষা, দীক্ষাই শৰণ । ভাতক "মাম" মাছক "জিজি" বুলি খোৱা যি, ভাত আৰু মাছ বুলি খোৱাও সি । মহাপণ্ডিত ব্ৰাহ্মণশ্ৰেষ্ঠ পৰম বৈষ্ণৱ অনন্তকন্দলীয়ে শৰণ সংহিতা গ্ৰন্থত কৈছে, "শৰণং যত্তুকৃষ্ণস্য সেব দীক্ষা প্ৰকীৰ্ত্তিতা । তদভাৱে ন পূজ্যোঽহসৌ সৰ্ব্ববেদবিদ পিচ ॥" বেদাদি প্ৰমাণ্য শাস্ত্ৰতেই আছে যে ব্ৰাহ্মণৰ ঘৰত জন্ম হলেই যে ব্ৰাহ্মণ হবৰ অধিকাৰ পায় এনে নহয় । ব্ৰহ্মজ্ঞান, সদাচাৰ, পবিত্ৰাদিৰ দ্বাৰাইহে জাতৰ প্ৰভেদ হয় । শূদ্ৰইও সদাচাৰ আৰু ব্ৰহ্মজ্ঞানৰ দ্বাৰাই ব্ৰাহ্মণত্ব পোৱা আৰু ব্ৰাহ্মণেও সেইবোৰ বিহীন হৈ ভ্ৰষ্ট হৈ শূদ্ৰত্ব পোৱাৰ উদাহৰণ বেদতে আছে । সেইবোৰৰ নাম উল্লেখ কৰি সৰ্ব্বশাস্ত্ৰজ্ঞ প্ৰভুৰ আগত কবলৈ যোৱাটো মোৰ পক্ষে ধৃষ্টতা যাথোন । বিষ্ণুৰ ভক্ত প্ৰকৃত বৈষ্ণৱৰ পক্ষে বিষ্ণুভক্ত ব্ৰাহ্মণ শূদ্ৰৰ জাতৰ বিচাৰ কৰাটো বৈষ্ণৱ পন্থাৰ বিপৰীত আচৰণ । আৰু ব্ৰাহ্মণেৰে সৈতে শূদ্ৰই একে আসনত বহিলে শূদ্ৰৰ তপিনাত লোৰ শলাৱে দাগি দিব পোৱাটোৰ কথা যে কোৱা হৈছে, সেই ব্যৱস্থা মতে চলিলে শূদ্ৰ আলধৰা থকা অনেক ব্ৰাহ্মণ গোসাঁইও দণ্ডবিধি আইনৰ সহায়ক (abteting) ধৰাত পৰিব কিজানি ।

(গোসাঁইৰ মুখ ৰঙা পৰে ।)

ৰাজমেধি (সাধুৰাম বৰুৱালৈ চকু ৰঙাই চাই ।) তুমি দেখোন বৰকৈ বাঢ়ি গৈছাহে একা ? প্ৰভু-জগন্নাথৰ মুখৰ আগতে টপ্ টপ্ কৰে যিহকে মন যায় তাকে কৈছা দেখোন ?

নাম-লগোৱা । আমি থাকোঁতেই তুমি ইমানখিনি পালাহি নে ?

পাচনি (উঠি, চুৰিয়াখনৰ খোচোনাটো টানি লৈ) । ধৰাইক ইয়াক । (গোলমাল লাগি পৰে)

গোসাঁই (সকলোকে ৰখাই) । তোমালোক ৰহাঁ । ৰহাঁ । থিৰ হোঁৱা । থিৰ হোঁৱা । (সাধুৰামলৈ চাই) বৰুৱা । তুমি এতিয়া যাব পাৰা ।

সাধুৰাম (গোসাঁইক সেৱা কৰি উঠি) । ভাল প্ৰভুজগন্নাথ । যাওঁ মই । আৰু ইয়ালৈ আহিবৰ সকাম নাই ।

[ সাধুৰাম বৰুৱাৰ প্ৰস্থান । ]

( ক্ষণকালৰ নিমিত্তে সভা নিস্তব্ধ । )

শিষ্য কৃষ্ণকমল শৰ্ম্মা (সাধুৰাম গৈ নেদেখা হলত, সেই ফালে চাই) যোৱাঁ । যোৱাঁ । আজি ৰব সাৰিলা, তোমাৰ কপাল ভাল । নতুবা পৈতৃক প্ৰাণটি ইয়াতে থৈ যাব লাগিলহেঁতেন । (গোসাঁইলৈ চাই) প্ৰভুজগন্নাথ । সাধুৰাম মহাপাতকী । তাৰ জাত কুল একো—একো—একো—নাই । সি গুৰু-গৌৰৱ একো—কে নামানে । ইয়াকেহে কয় বোলে, "গুৰু গৌৰৱ নামানে ৰবা । চৰগ পৰি মৰে আঠীয়া-কলা ।"

গোসাঁই । সেইটো আমি বুজা হৈছে । বোধ অৱতাৰৰ পিছত কল্কি অৱতাৰ হৈ কি কৰিব, যদি এইবোৰ নাথাকিব ? যাওক সেইবোৰ কথা । কৃষ্ণকমল । তুমি সাধুৰাম অহাৰ আগেয়ে কি স্বপ্নৰ কথা কব খুজিছিলা ?

কৃষ্ণকমল । জগন্নাথ । সি স্বপ্ন নহয়, দিঠকেই । কালি পুৱা বৰ্ণীয়ে প্ৰভুজগন্নাথৰ ঘৰাৰ ফালে আহোঁতে হঠাৎ জগন্নাথক "পঞ্চ ৰবৰীয়া শিশু সন্তান" দেখিলে । দেখি বৰ্ণী থৰকি ৰলে । বৰ্ণীৰ গোটেইটো শৰীৰ ৰোমাঞ্চিত হল । তাৰ খন্তেকৰ পিছতে এই চৰ্ম্মচক্ষুৰেই যি দেখিলোঁ তাক

কি কম জগন্নাথ ? একেবাৰেই জ্যোতিৰ্ম্ময় মুৰ্ত্তি। চাৰিখনি হস্ত। এখনিত—

যাওঁক সেই কথা— আৰু এই সভাত কৰৰ সকাম নাই। জগন্নাথৰনো কি অবিদিত আছে ? কিন্তু প্ৰভুজগন্নাথৰ দুখনি চৰণত দাসৰ এই মিনতি বল,—যেন অন্তকালত এই দাসক অৰুণ চৰণৰ তলত থান দিয়ে। (চকুৰ লো টোকে)

গোসাঁই (আলধৰালৈ চাই)। জয়ৰাম। কৃষ্ণকমলক ভিতৰলৈ নিয়া হৈছিল নে ?

জয়ৰাম আলধৰা। প্ৰভুজগন্নাথ। তেখেতক নিবলৈ বুলিহে আহিছোঁ। (কৃষ্ণকমলক) ডাঙৰীয়া। গা তোলক, অলপ প্ৰসাদ লৈ আহক।

(কৃষ্ণকমল শৰ্ম্মাই জলপান খাবলৈ উঠি যায়।)

গোসাঁই (বাজমেধিক)। তুমি শপত খুৱাবলৈ কাক আনিছিলা ?

বাজমেধি। প্ৰভুজগন্নাথ। সিহঁত বাহিৰতে আছে। (পাচনিক) পাচনি। সিহঁতক লৈ আহাঁ।

[দুটা মানুহেৰে পাচনিৰ পুনঃ প্ৰবেশ। ]

বাজমেধি। প্ৰভুজগন্নাথ। ইয়াৰ নাম কুশাই। সিটোৰ নাম লম্বোদৰ। কুশাইৰ গাত বাদ এটা উঠিছে, লম্বাইৰ ঘৰৰ মানুহেৰে সৈতে। (কুশাইক) হেৰ কুশাই। তই প্ৰভুজগন্নাথৰ ফালে চাই আঠু লৈ কচোন,—তই দোষী নে নিৰ্দ্দোষী ? যদিহে দোষী, তেন্তে আজিৰ পৰা এমাহৰ ভিতৰতে তোৰ চকু দুটা ফুটিব বুলি শপত খা।

কুশাই (আঠুকাঢ়ি, গোসাঁইলৈ চাই)। মই দোষী নহওঁ। যদিহে দোষী, তেন্তে এমাহৰ ভিতৰত মোৰ চকু দুটা ফুটিব।

গোসাঁই। যা এতিয়া তই শুচি হলি।

[কুশাই আৰু লম্বাইৰ প্ৰস্থান।]

বাজমেধি (দূৰত বহি থকা এটা বুঢ়ালৈ আঙুলিয়াই)। জগন্নাথ। এইটো চটাই বুঢ়া। ইয়াক প্ৰভুজগন্নাথৰ বাৰীৰ পাছফালে যোৱা বছৰ বাটটো চুকি দিবলৈ লগোৱা হৈছিল। ই বাটটো এধা-চোৰোকা কৰি, তাৰ গাত জৰ উঠিছে বুলি গুচি গৈছিল। সেই অপৰাধৰ বাবে ইয়াক ধৰাই আনিছো।

চটাই (হাতযোৰ কৈ)। পৰ্ভুঈশ্বৰ। বন্দীৰ জৰ উঠা সঁচা। এতিয়াও বন্দীৰ গাত জৰ আছে; কোনোবাই হাত দি চালেই তাৰ পৰ্মাণ পাব।

গোসাঁই। ইয়াক তিনিটা বাঘ-চকা মাৰি, বদৰ কালে মুখ কৰাই, পাছলৈ হাত কৰি বন্ধোৱাই থোৱা হওক।

(চতাইক সেইদৰে দণ্ড দিবলৈ লৈ যোৱা হ'ল।)

পাচনি। জগন্নাথ। এই বুঢ়াটোৰ নাম নাহৰ-ফুটুকা। ইয়াৰ ঘৰ ৰংপুৰত। ই জগন্নাথৰে সেৱক। ই কিবা তাৰ ল'ৰালৈ নাম লৈ যাবলৈ আহিছে।

গোসাঁই (বাজমেধিলৈ চাই)। সোধা তাক কি নাম লাগে ?

বাজমেধি (নাহৰ-ফুটুকাক)। তোক কি নাম লাগে অ, ?

নাহৰফুটুকা (কৰযোৰ কৰি)। মোৰ ঈশ্বৰ। দুখানি চৰনৰ কিৰ্পাত বন্দীৰ লৰাপোৱালি এফেৰি হৈছে। আজি এমাহ। পাঁচটা মৰি যোৱাৰ পিছত আকৌ এইফেৰি পাইছে মোৰ ঈশ্বৰ বন্দীয়ে। ঘৰৰ ঘৈণীজনীয়ে কলে বোলে "এইবাৰ তুমি আমাৰ গোখাইৰ ঘৰলৈ গৈ সকলো কথা-বতৰা কৈ-মেলি নিৰ্ম্মালি পৰ্সাদেৰে সেতে ভালকৈ নাম এটিকে লৈ আহাগৈ। লৈ আহি মোৰ পোনাক দিয়াহি। গোখাঁই ঈশ্বৰৰ কিৰ্পাত এইবাৰে লৰাফেৰি কিজানি ৰয়েই।" মই বৰ দুখীয়া মানুহ মোৰ ঈশ্বৰ। নিঃকিন বন্দী প্ৰভু-ঈশ্বৰ। মোৰ কি আছে, কি দিম ? পৰ্ভু-ঈশ্বৰৰ বেটীজনীয়ে নকৈ গামোছা এখনি বৈছিল। লৰাৰ জঞ্জালত ববলৈ আহৰি নাপায়—সেইখনিকে সিকি এটাৰে সৈতে প্ৰভু ঈশ্বৰৰ দুখানি চৰণলৈ আগবঢ়াবলৈ বুলি লৈ আহিছেঁ। দুখানি চৰণ।

গোসাঁই। বেছ হৈছে, ভাল হৈছে। তোৰ ল'ৰাটো এইবাৰ নুমলীয়াকৈ হৈছে, সেইদেখি তাৰ নাম নোমল দিলো। (দেউৰীলৈ চাই) দেউৰী। বুঢ়াক ফুল-নিৰ্ম্মালি দিয়া। বুঢ়া যা। তোৰ ল'ৰা নমৰে। তাৰ নাম নোমল দিলোঁ।

নাহৰফুটুকা। (দুবাৰ তিনিবাৰ মূৰ দোৱাই সেৱা কৰি) প্ৰভু ঈশ্বৰে কিৰ্পাত প্ৰৰ্ভু ঈশ্বৰে ল'ৰা এটি বাঢ়িল ; বন্দীৰনো কি ? বন্দী আজি আছে, কাইলৈ নাই।

[সেৱা কৰি নাহৰফুটুকাৰ প্ৰস্থান।]

গোসাঁই। (আলধৰাৰ ফালে চাই)। বেলা কিমান হ'ল ?

জয়ৰাম আলধৰা। জগন্নাথ। ভালেখিনি হৈছে। (শিষ্য আৰু ভকতসকলক) আপোনাসকলে গা তোলক।

[সকলোৱে গোসাঁইক সেৱা কৰি উঠি যায়। মাত্ৰ আলধৰাবে সেতে চাৰিজন ডেকাভকত থাকে।]

গোসাঁই (এজন ভকতক)। নিৰ্ম্মল। মই শিকোৱা সেই গীতটো তোৰ মুখত আহিল নে?

নিৰ্ম্মল। আহিছে প্ৰভু জগন্নাথ।

গোসাঁই। মহো ৰচা বঙলা নাটকখন কালি শেষ হ'ল।

মুহি বায়ন। অধিকাৰ ঈশ্বৰৰ তিথিও ওচৰ চাপি আহিছে। ভাৱনালৈ এতিয়াৰে পৰা আখৰা দিলেহে হব।

গোসাঁই। এৰা, কালিৰ পৰা সকলো ঠিক কৰি আখৰা দিবলৈ লগাই দিয়া। বঙলা নাটক অলপ আগৰে পৰা ধৰিলেহে সকলোৱে ভালকৈ মুখত আহিব আৰু উচ্চাৰণ শুদ্ধ হব।

কেহোৰাম গায়ন। হয় প্ৰভুজগন্নাথ। বঙলা নাটৰ বৰ তেজ। অন্তীয়া নাটৰ নিচিনাতো আৰু সি বেৰমেৰীয়া নহয়।

গোসাঁই। এৰা, মাধৱদেৱে কৰা অন্তীয়া 'দধি-মথন' আৰু মোৰ এই বঙলা দধিমথন এই দুখন মিলালেই বুজিব পাৰিবা। মোৰ নাটৰ পৰা কালি নতুনকৈ ৰচনা কৰা গীত এটাৰ মূৰৰ একাকি গাওঁ শুনা; পাছৰ কেইফাকি মনত নাই।

"আৰে নন্দ আইল, নন্দ আইল, নন্দ আইল হুৱা।
আৰে দুজন লোক দাড়ায় আছে, খাই কি নেখায় গুৱা ।।",

কোহোৰাম গায়ন। কি সুন্দৰ। কি সুন্দৰ। ৰচনাৰ কি তেজ! এই বাবেই আৰু বেলি প্ৰভু-জগন্নাথে কৰা বঙলা "সীতা-স্বয়ম্বৰ" ভাৱনাত মানুহে নাম-ঘৰ নধৰা হৈ পৰিছিল। আৰু মহা-পুৰুষৰ অন্তীয়া "সীতা-স্বয়ম্বৰ" ভাৱনাত তেনে মানুহ হোৱা কোনে কত দেখিছা?

গোসাঁই (দণ্ডী ভকতক)। দণ্ডী! তই ভাও দিব-লৈকো গান এটা ৰচি থৈছো। (আলধৰালৈ চাই) জয়ৰাম! সেই মোৰ কৰণিটো আনগৈচোন।

(জয়ৰামে কৰণিটো আনে আৰু গোসাঁয়ে তাৰ পৰা কাকত এখন উলিয়াই গীতটো পঢ়ি জাত লগাই গায়।)

## গীত

(১)

মইনাস্বৰীয়া বাজন বাজে কিয়া,
আহা হাঁয় আ-হা হা,
আহা হাঁয় আ-হা হা,
আহা হাঁয় আ হয়া কাৱা।

(২)

গলাৰ বকম শুনি মেদিনী গাওঁ কম্পিছে
তূণে :ৰাই আছে মাথা কিয়ে কিয়া,
আহা হাঁয়, আ—হা হা,
আহা হায়, আ—হা হা,
আহা হাঁয় আ হাঁয়া কাৱা ।।"

(নিৰ্ম্মল ভকত আনন্দত বাগৰি পৰে।)

কেহোঁৰাম। সুন্দৰ হৈছে! সুন্দৰ হৈছে!

মুহি বায়ন। ঈশ্বৰ-শক্তি! ঈশ্বৰ-শক্তি! ঈশ্বৰ শক্তি নহলে এনে ৰচনা নোলায়।

গোসাঁই। তেন্তে কালিৰ পৰা মোৰ দধিমথন নাটৰ আখৰা কৰিবলৈ দিহা কৰিবা এতিয়া মোৰাইক।

[সকলোৱে প্ৰস্থান।]

---

## চতুৰ্থ দৰ্শন

নৈৰ কানৰ আলি। ঘাটত সাউদৰ নাও

নাহৰফুটুকা ("নোমল" নামটো পাহৰে বুলি বিড়িয়াই আহিছে আৰু সেইদৰে আহোঁতে আহোঁতে "নোমল" পাহৰি "নেমেল" ওলাইছে)। নেমেল। নেমেল। নেমেল। নেমেল। নেমেল।

নাৱত থকা সদাগৰ (আচৰিত মানি)। এইটো কৰ আপদীয়া অ? আমি নাও মেলিবলৈ ধৰিছোঁ। ই নেমেল নেমেল বুলিবৰ কোন? আজি তিনিদিন আমি ঘাটতে নাও বান্ধি আছোঁ, দিন বাৰ চাই নাও-খন মেলিবলৈ ধৰিছোঁ। এই পাষণ্ড অমঙলীয়াই আমাক নেমেল, নেমেল, বোলে কিয়? কটা ই কি টুং-খুঙীয়াৰ ঘৰৰ ল'ৰাটো ওলাইছেহি, আমাৰ মঙ্গল কাৰ্য্যত বিঘিনি পাতেহি? ধৰ ইয়াক এখুন্দা দিওঁ।

[নাৱৰীয়াহঁতে লৰি গৈ নাহৰফুটুকাক ধৰি আনি কিলায়, আৰ তাৰ পিছত নাও মেলি যায়।]

---

## পঞ্চম দৰ্শন

ৰাজআলি

(ৰবৰবন্দৱা চকলা গোহাঁয়ে গায়ন বায়নেৰে খোল মৃদং বজোৱাই সমাৰোহ কৰি নগৰ ফুৰিবলৈ যায়। ৰবৰবন্দৱা কেকোৱা দোলাত।)

নাহৰফুটুকা (কিল খাই "নেমেল" বুলিবলৈ পাহৰি, বিড়িয়াই যায়)। "নহৰৰ হল ঐ। নহৰৰ

হ'ল।" "নহবৰ হল ঐ। নহবৰ হ'ল।" "নহবৰ হল ঐ নহবৰ হল।"

চকলা গোহাঁই (স্বগত)। এই এদিন এবেলালৈ ৰবৰকম্বা হৈ, গায়ন-বায়নেৰে সৈতে এনেকৈ আহিছোঁ দেখি ই কটা মোক হাঁহিছে। (টেকেলাক হুকুম দিয়ে) ধৰ কটা কুকুৰক। ইয়াৰ ইমানটো সাহ? ইয়াক ধৰি আনি ভালকৈ এখুন্দা দে।

(টেকেলাই নাহৰ-কুটুকাক ধৰি আনি কিলাই পেলাই থৈ যায়। ৰবৰকম্বা গুচি যায়।)

নাহৰকুটুকা (লাহে লাহে কেঁকাইগেথাই উঠি, ৰিঙিয়াই যায়)। "উঃ সিটোতকৈ ইটোহে চ'ৰা।" "উঃ সিটোতকৈ ইটোহে চ'ৰা।"

[এটা গোধা আৰু এটা গঁৱলীয়া বাটকম্বা মানুহৰ প্ৰবেশ।]

গোধা (গঁৱলীয়ালৈ চাই)। ই কটা আমাকেহে এই দৰে হাঁহিছে হবলা?

গঁৱলীয়া। নহয়নো কি? আমাকেইতো হাঁহিছে।

গোধা। আহাঁ, ধৰি কুকুৰক দিওঁ ভালকৈ এখুন্দা।

(দুয়ো ধৰি নাহৰকুটুকাক চোৰ কিলোৱাদি কিলাই লেবেজান কৰি পেলাই থৈ যায়।)

---

## ষষ্ঠ দৰ্শন

নাহৰকুটুকাৰ ঘৰ
(নিচলী আগ-চোতালত বহি আছে।
নাহৰকুটুকাৰ প্ৰবেশ।)

নিচলী। আহিলা? নাম পালা নে? চাওঁ কি পালা দেখুৱাচোন।

নাহৰকুটুকা। ৰবি, ৰবি, উধাতু নাখাবি। মোৰ গাত তৎ নাই। অবে-বিবে উঠি আহিছে। আগেয়ে কিবা পানীদুনি এটোপা খাবলৈ দে। (ফুল-নিৰ্ম্মালি ভৰোৱা খাৰুতি মোনাটো বাহিৰৰ বেৰত আঁৰি থৈ) এই মোনাটোতে নাম আছে। পিছত তোক উলিয়াই দেখুৱাম।

(নিচলীয়ে গিৰিয়েকক বাটি এটাত পিঠাগুৰি গুৰ দিয়ে আৰু এলোটা পানী দিয়ে। নাহৰকুটুকাই খাবলৈ বহে। ওচৰচুবুৰীয়া শুকুৰী কলিতানিৰ প্ৰবেশ।)

শুকুৰী। নিচলী বাই। নিচলী বাই। তোৰ গিৰিয়েৰে তোৰ ল'ৰালৈ গোসাঁইৰ ঘৰৰ পৰা কি নাম আনিছে, চাওঁ বুলি আহিলোঁ। বাই। হেৰ মোক দেখুৱাচোন।

নিচলী। তেওঁ নাম আনি সোৰোৰৰ মোনাটোতে আঁৰি থৈছে।

(শুকুৰীয়ে উঠি গৈ মোনাৰ মুখ মেলিব খোজে।)

নিচলী (শুকুৰীক)। নেমেল। নেমেল—ল'ৰাৰ বাপেকে নিজে আহি মেলিবহি বুলি মোক কৈছে।

নাহৰকুটুকা ("নেমেল" শুনি, পাহৰা নামটো খপকৰে মনত পৰি, ভিতৰৰ পৰা উঠি লৰি ওলাই আহি নিচলীৰ পিঠিত ভুকু গোটাচেৰেক মাৰে)। হতচিৰীহঁতী। মই গোধাইৰ ঘৰৰ পৰা মোৰ ল'ৰালৈ নামটো আনি থৈছোহি। মই মোৰ লৰাক দিবলৈ নোপাওঁতেই তই আহি বিলনীয়া উঠিছহি। (আকৌ এভুকু মাৰে। শুকুৰী ভয়ত পলাই যায়।) বেগেতে ল'ৰাটো লৈ আহ। গোপাইৰঘৰৰ নিৰ্ম্মালি-পৰ্সাদেৰে তাক মই নামটো দিওঁ।

নিচলী। কি হ'ল ঐ এওঁৰ? মিছাতে মোক ভুকু কেইটা মাৰিছে কেলৈ? মই কেতিয়া নামৰ বিলনীয়া উঠিলোঁহি। সেই পোকলাগতীক মোনাটো মেলিবলৈ মই হাকহে দিছিলোঁ। হতচিৰীহতীয়েই আহি মোক মিছাতে ভুকুকেইটা খুৱালোহ কিয়?

(নিচলীয়ে চকুৰ পানী টুকি, ল'ৰাটো পাটীৰ পৰা তুলি লৈ আহেগৈ।)

নাহৰকুটুকা (মোনাৰ মুখ মেলি-নিৰ্ম্মালি পৰ্সাদ উলিয়াই ল'ৰাৰ মূৰত দি ল'ৰাটোক)। হো—আমাৰ গোধাইঈশ্বৰে তোক এই নিৰ্ম্মালি—পৰ্সাদ দি তোৰ নাম দিছে নেমেল।

**আঁৰকাপোৰ**

# চিকৰপতি নিকৰপতি

(প্ৰথম তাঙৰণ: ১৯১৩ খৃষ্টাব্দ)

**প্ৰথম দৰ্শন**

বিচাৰালয়

(দৰমহা নোখোৱা বিচাৰক—ঘিণাৰাম বৰুৱা, আৰু মিনাৰাম শৰ্ম্মা।
আচামী—চিকৰ্‌পতি ববচোৰ।
গুচৰীয়া—বেথাই হাজৰিকা।
বেথাইৰ ঘৈণীয়েক বেথাইৰ পাছফালে থিয়।)

ঘিণাৰাম। ইয়াক হলফ দিয়া হ'ল নে?

চিৰস্তাদাৰ (বেথাইক)। হলফ কৰ,—মই যি কম সঁচা কম। কোনো কথা নুলুকাওঁ।

বেথাই। কিয়নো লুকাম দেওহে? মই জানো কিবা গভাইত? গৌ সিহে চোৰ। তাকহে সেইদৰে কব লাগে।

চিৰস্তাদাৰ। তই মোক শিকাব নালাগে। মই যি কৈছোঁ তাকে ক, আন কথা নকবি।

বেথাই। তুমি কলেই হব নেকি? মোৰে বস্ত চুৰ কৰিব আৰু ময়েই ধুৰি চোৰ হম, গভাইত হম নেকি? কথামখা বঢ়িয়া হৈছে দেখিছোঁ।

ঘিণাৰাম। বেছি কথা নকবি। হলফ খা। চিৰস্তাদাৰে যি কৈছে তাকে ক। কব লাগিব।

বেথাই। আও! চোৰ ধৰি গিৰিহঁতহে চোৰ পৰিলোঁ হবলা! বাৰু কি কব লাগে, কি হালোফ্‌কৰে খাব লাগে কোৱাঁ, খাই থওঁ।

চিৰস্তাদাৰ। ক, মই যি কম সঁচা কম। কোনো কথা গোপন নকৰোঁ।

বেথাই। আপুনি গোপ কথাষাবনো কি বুলিছে, ভাঙি কৈ দিয়ক তেহে হালোপ খাব পাৰিম। গোপ মানে যদি গাপ দিয়া বুলিছে, তেন্তে মই সেই কামত নাই। জাল গাপ দিয়া কাম মাছ-মৰা, মাছ-বেচা মানুহৰহে।

ঘিণাৰাম। হেৰ! তই দেখোন বৰ চতুৰ হৈছ এক? এইখন ৰজাৰ আদালত বুলি তই জনা নাই নে? বোলোঁ এতিয়াই হলফ খা, নহলে শাস্তি পাবি। পেছ্‌কাৰে যিহকে কবলৈ কয় তাকে কব লাগিব।

বেথাই। কব লাগিব যদি কওঁ। তেওঁ সেইফাকি কি কৈছে আকৌ মাতক, মইও মাতোঁ। মাতি হালোপ নে কি খাওঁ। (হলফ লয়।)

ঘিণাৰাম। আচামীক চিন?

বেথাই। নিচিনিবলৈ হৈছে কি? তাক আজি তিনিপুৰুষৰ পৰা মই চিনো,— বাপেকক চিনো, তাক চিনো, তাৰ পুতেককো চিনো। এটাইখন চোৰ আৰু চোৰৰ ল'ৰা চোৰ।

ঘিণাৰাম। ই কি কৰিলে?

বেথাই। কি কৰিলে? হতচিৰী হোৱা, জহনিত যোৱাই মোৰ সৰ্পনাশ কৰিলে। পানী খোৱা লোটা এটা আছিল, তাকে চুৰ কৰি নি পানী-খোৱাৰ ভিকাচন ভাঙিলে।

ঘিণাৰাম। কৈ যা, কৈ যা।

বেথাই। যাম কলৈ? ৰজাৰ কাছাৰিত গোচৰ কৰিবলৈ আহিছোঁ, গোচৰ সুধিপুছি যি হয় কৰক। মোৰ ওপৰত ইমানকৈ খেকা হৈ লাগিলে কেনেকৈ চলিব?

(মিনাৰামৰ ফালে সতৃষ্ণনয়নে চায়।)

টেকেলা (বেথাইক ডবিয়াই)। বেছি কথা হাকিমৰ আগত কব নাপায়। হাকিমে যি সুধিছে তাৰ উত্তৰ দে।

বেথাই। যেছি কথানো কত কৰোঁ ঐ ? সহস্ৰ-গাঁঠিৰ তলত থাকি মোৰনো সৰহ কথাৰ সকামখন কি ? তই টেকেলা হলি বুলি ভাল মানুহক এইদৰে ডবিয়াই-ধমকিয়াইনো কথা কব পাব নে ? ( মিনাৰাম হাকিমৰ মুখলৈ চাই) দেউতা ঈশ্বৰ। (বিচাৰক, পেছ্কাৰ, টেকেলা, সকলোৱে চুপ কৰে।) চুপ যদি চুপ। মোৰ মুখখন সী থব লাগে যদি থৰোঁ সী। চোৰে মোৰ পানী খোৱা লোটাটো নিলে। তোমালোক সকলোৱে গোট খাই মোৰ মুখৰ মাতষাবকো নিব খুজিছা নিয়া। কিন্তু হাকিমৰ পৰা কেলেহুৱা টেকেলালৈকে সকলোৱে মুঠ বান্ধি বেথাই হাজৰিকাক এইদৰে লঘু কৰিব নালাগিছিল। এতিয়া পৰদেশত মৰ-ভেশ হৈছে যদিও গেলেকি গাঁৱৰ বেথাই হাজ-ৰিকাও নিজৰ দেশত এটা মাতব্বৰ লোক। কৰাইঁক ; গোসাঁয়ে দেখিব।

পেছ্কাৰ। তোৰ নাম কি ?

বেথাই। অ' তুমি শুধিবতে ধৰিলা ? ধৰা। মোৰ নামটো বেথাৰাম হাজৰিকা। ঘৰ গেলেকি গাঁৱত।

পেছ্কাৰ। তোৰ বাপেৰৰ নাম কি ?

বেথাই। কিয়, মোৰ বোপাইৰ নামটো কিয় ? মোৰ বুপা-ককাক উকটিলেহে তোমাৰ সন্তোষ লাগিব নেকি ? লোটাটো জানো মোৰ বোপাইৰ ? লোটাটো মোৰহে, মোৰ বোপাইৰ নহয় দেওহে।

পেছ্কাৰ। তোৰ বুলি বুজিছোঁ। তথাপি তোৰ বাপেৰৰ নামটো কব লাগিব।

বেথাই। তোমাৰ কথাতে বেথাই হাজৰিকাই তাৰ বুপা-ককাক নুধালে।

পেছ্কাৰ। ক, কব লাগিব।

বেথাই। বলৎকাৰ নেকি ? নকওঁ, নাপায় কব। আমাৰ গাঁৱত কোনেও বাপেকৰ নাম নাকাঢে। তোমালোকৰ নগৰত তেনে দস্তুৰ থাকিলে থাকিব পাৰে।

পেছ্কাৰ। তই দিগ্ নকৰিবি। ক, কব লাগিব।

বেথাই। তুমিচোন তোমাৰ আপুটিৰ নামটো কিবা বোলে নে এই সমাজৰ মাজতে কোৱাঁ, সকলো সভাসদে শুনক। অ' মই নিশকতীয়া দেখি চল পাই মোক হেঁচা মাৰি ধৰিছা ?

পেছ্কাৰ (টেকেলালৈ চাই)। এই মানুহটোৱে বৰ দিগদাৰি কৰিছে। ই যদি ইয়াৰ বাপেকৰ নাম নকয়, তেন্তে ইয়াক ধৰি হাজোতলৈ লৈ যা।

বেথাই। নালাগে মোক হাজোলৈ নিব দেওহে। চোৰ কববাতে থাকিল, এতিয়া গিৰিহঁতেহে হাজোলৈ যাবলগীয়া হ'ল। (মিনাৰামলৈ চাই) আমাৰ ইজনা হাকিমে দেখোন মোৰ হকে এক'যাৰো নামাতে। মোক হাজোলৈ নে জেৰেঙা পথাৰলৈ নি অ'তালেহে তেখেতে মুখ মেলিব হবলা ? এতিয়া দেখোন গজালি থৈছে। কপাল। আজি মই ঘৰৰ পৰা ওলাই আহোঁতেই মোৰ বাঁও-চকুটো লৰিছিল, তেতিয়া মই বুজিছিলো, আজি ভালে-কুশলে সাৰি আহিলেহে অহা। দেউতা! মই সইতে কৈছোঁ-মই মোৰ বোপাইৰ নামটো নাজানো। সৰুতে মোৰ বোপাই ঢুকাল। আইৰ মুখেও মই বোপাইৰ নামটো শুনা নাছিলোঁ। (হাত যোৰ কৈ) হে মোৰ দেউতা! ফপহুতা বাজে কথাত উভহা ধৰি থাকি মোৰ গোচৰখনত জেঙা নলগাব। মই মনত বৰ বেজাৰ পাইহে গোচৰ কৰিবলৈ আহিছোঁ। মই দান্তে-তৃন ধৰি চুলি-ছিঙি কাতৰ কৰি মাতিছোঁ মোৰ দেউতাসকল !

মিণাৰাম। ক, কেনেকৈ ই তোৰ লোটা চুৰি কৰিলে ?

বেথাই। দেউতা ঈশ্বৰ। ই বৰচোৰ। লোকে ৰাতিহে চুৰ কৰে, ই দিনদুপৰতে কৰে। কালি দিনৰ দুপৰীয়া বেলিকা মই মোৰ ঘৰৰ আগচোতালতে খন্তেকমান বহি আছিলোঁ। ঘৰৰ ঘৈণীজনীক কলোঁ— মোক পানী এলোটা আনি দে, পিয়াহ লাগিছে। তাই মোক সৰ্থেৰৰীয়া কাঁহৰ লোটা-টোৰে মোক পানী এলোটা আনি দিলে। মই চক্ চক্ কৰে পানীলোটা খাই লোটাটো আগতে থৈছোঁ। এনেতে দেখিলোঁ, শালিকা এহালৰ জোটাপুটি লাগিল। শালিকাহালৰ জোটাপুটিখন মই চাই থাকোঁতেই ঠিক এনে সময়তে সৌ বাঘে-খোৱা মোৰ ওচৰত ওলাল গৈ। তাক দেখিয়েই মোৰ বুকুখন টিপিং কৰে বাজি উঠিল। ভাবিলোঁ আজি বাঘে-খোৱা ওলাইছেহি যেতিয়া সি কিবা এটা কৰিহে যাব। সি মোৰ আগত ই কথা, সি কথা ৰাজভগণৰ কথা উলিয়াবলৈ ধৰিলে। মইও মোৰ মনতে খুটিটো পুতি লৈ হয় হয় বুলি তাৰ কথাত শলাগি যাবলৈ ধৰিলোঁ। এনেতে এবাৰ সি মোক কলে— "হাজৰিকা। আজিকালি ইয়াত বৰ চোৰৰ প্ৰতাপ হৈছে। মানুহৰ আগৰে পৰা চোৰে বস্তু চুৰ কৰি নিয়ে। সিদিনা এটা চোৰে বঙামুৱাৰ আগৰে পৰা তাৰ পানী খোৱা লোটাটো লৈ গুচি গল। তুমি দেখিলে বিস্ময় মানিবা। চোৰটোৱে কেনেকৈ লোটাটো নিলে মই

দেখুৱাওঁ চোৰ।" এই বুলি এই বাঘেখোৱাই নাহেকৈ "এডেও দুডেও, এইহে লোটা নিবৰ চেও" বুলি কৈ, মোৰ লোটাটো মোৰ আগৰে পৰা লৈ ভো-ভো কৰে গুচি গল। মই ভেবা লাগি চাই থাকিলোঁ। সি কিছুমান দূৰ গলতহে মোৰ গালৈ চেতনা আহিল। তেতিয়া তাৰ পাছে পাছে মই লৰ ধৰিলোঁ। কিন্তু, কত তাক ধৰিবলৈ পাওঁ, সি লৰি মই চকুৰে নেদেখা হল। শেহত মই বিবুধি হৈ কোটোৱালৰ আগত গোচৰ দিলোঁগৈ। কোটোৱালে উনৈছত বা-বোলাই মোৰ ওপৰতহে জলিপকি উঠিল। কটোৱালে কলে—"মই তোৰ বাপেৰৰ ঘৰৰ বহতীয়া নেকি যে তোক চোৰ ধৰি দিব লাগিব?" মই অনেক কাবৌকোকালিকৈ তাক আধলি এটা যাচিলতহে, তাকে লৈ সি চেঁচা পৰি কলে "বাৰু ধৰিব লাগে যদি তই চোৰটো মোক দেখুৱাই দে।' মই কলোঁ, "সি পলাই গল? মই তাক দেখুৱাই দিবলৈ কত পাম। মই তাক চিনি পাওঁ। তাৰ নাম চিকৰ্ পতি।" ইয়াৰ পিছত দেখিছোঁ কোটোৱালে চোৰ ধৰি আনি দেউতাসকলৰ আগত হাজিৰ কৰি দিছে। এইসোপাই কথা, এইসোপাই বতৰা। এতিয়া দেউতাসকলে যি ভাল বুজে কৰক। মই দুখীয়া মানুহ। (মিনাৰামলৈ চাই) আপুনি দেখোন মোৰ ফলীয়া হৈ একেবাৰকে নমতা হল? মিছাতে ৰৌমাছৰ বাকলি যেন ৰগা চিকাৰূপ— (ঘৈণীয়েকে পাছফালৰ পৰা— "মনে মনে থাকাঁ, মনে মনে থাকাঁ। সেইবোৰ উলিয়াব নেপায়।")
কিনো এইজনীযে পাছ ফালৰ পৰা আজুৰি-পিজুৰি কেপ্‌কেপাই থাকে ঐ? মনে মনে থাকিব লাগে যদি থাকিলোঁ যা হুতচিৰীহঁতী! চিকৰ্ পতি কেনে টেঙৰ তই নেদেখিলি নে? তাৰ দৰে যদি আমিও সিজনক নধৰি ইজন হাকিমক ধৰিলোঁহেতেন—

পেছ্‌কাৰ। চুপ, চুপ। আদালতত বাহিৰা কথা পাতিব নাপায়। হাকিমে যি সুধিছে তাৰেহে মাথোন জবাব দিব পায়।

বেথাই। বাৰু, বাৰু। হাকিমেনো আৰু কি সুধিব খুজিছে সোধক। মই কৰ পোৱাখিনিলৈকে কৈ থাকিম।

মিনাৰাম শৰ্ম্মা হাকিম (আচামী চিকৰ্ পতিক)। চুৰ কচুৰ কৈছে নে?

চিকৰ্ পতি (হাতযোৰকৈ)। দেউতা। মোৰ কচুল হবলৈ কি হৈছে?

বেথাইৰ ঘৈণীয়েক (বেথাইৰ পাছফালৰ পৰা)। কটা চোৰ। কাণ-কটা নিখক। নিৰ্গত ধৈয়াল। মহাৰাণীৰ আগত মিছা মাতিছ। (হাকিমলৈ চাই) দেউতা! বেটীয়ে গোসাঁইৰ শপত খাই কৈছোঁ, ইয়াৰ বাৰীত ডবাডৰে কচু হৈছে। ই কচু নাই বুলিলে শুনিব কোনে? দেউতাই বেটীক হুকুম দিলে বেটীয়ে এতিয়াই তাৰ বাৰীৰ পৰা মেজ-কচু এবোজা কাটি আনি দেউতাসকলৰ আগত পেলাই দিব পাৰেঁ। দেউতা-সকলে তাৰে ডালচেৰেক ইয়াৰ পিঠিত ভালকৈ মেলক, তেহে যদি নিলাজৰ লাজ হয়। লগতে চোৰাত ডাগচেৰেকো বেটীয়ে আনি দিম।

পেছ্‌কাৰ। টেকেলা। এইজনীক আদালতৰ পৰা উলিয়াই দে।

টেকেলা। বল। বাহিৰলৈ বল।

বেথাইৰ ঘৈণীয়েক (মিনাৰাম হাকিমলৈ চাই)। দেউতা। আপোনাৰ সোণৰ-ৰূপৰ চকুৰ আগতে বেথাই হাজৰিকাৰ ঘৈণীয়েকক কেলেহুৱা টেকেলা এটাই এইদৰে অমৰ্য্যাত কৰিবলগীয়া হল নে? মোৰ গিৰিহঁত ঘৰৰ ভিতৰত থাকিল আৰু মই তিৰুতা-জনী হৈ এই কেলেহুৱাৰ কথাতে বাহিৰলৈ ওলাই যাবলগীয়া হল নে? ই কটা কেলেহুৱাই মোৰ গাত হাত দিয়ে কি বুলি, দেউতাই বিচাৰ কৰি চাওকচোন।

মিনাৰাম (টেকেলাক)। হেৰ। তই তাইৰ গাত হাত নিদিবি, খবৰ্দাৰ। তিৰুতা মানুহৰ গাত হাত দিব নাপায়। (বেথাইৰ ঘৈণীয়েকৰ ফালে চাই) তই মনে মনে নাথাকনো কিয়? কেপ্‌কেপাই আছ কেলৈ? কাছাৰিত হাকিমৰ আগত যিহকে পায় তাকে কৰ নাপায়।

মিণাৰাম (বেথাইক)। তোৰ সাক্ষী আছে নে?

বেথাই। সাক্ষী মই ক'ত পাম? যদি আগেয়ে জানিলোঁহেতেন যে ই চুৰ কৰিবলৈ আহিব, তেতিয়া জনচেৰেক ওচৰচুবুৰীয়াক মাতি আনি ওচৰতে বহুৱাই থলোঁহেতেন।

ঘৈণীয়েক (পাছফালৰপৰা)। গোসাঁই সাখী। নেদেখাজন ঈশ্বৰ সাখী। জোন-বেলি সাখী।

পেছ্‌কাৰ। চুপ। চুপ। আকৌ তই কথা কৈছ?

মিনাৰাম । তইনো মনে মনে থাকিব নোৱাৰ কিয় হেৰ এইজনী ?

মৈণীয়েক । মযেনো দুখাৰ এষাৰ নামাতিলে কোনে মাতিব ? আপুনিতো আমাৰ হকে নমতাই হল । মাথোন মোক চুপ চুপ কৰি চুপ্চুপাই আছে । সেইদেখিয়েই মই মনে জানিয়েই গঙ্গাৰাম উকিলক ধৰোঁ । বুলিছিলো । আপুনিয়েই কলে,— নালাগে উকিলক পইচাকেটা দিব, সেই কেইটা মোকে——

পেছ্কাৰ । চুপ ! চুপ ! বক্ বক্ নকৰিবি ! নহলে এইবাৰ তই হাজোতলৈ যাব লাগিব ।

মৈণীয়েক । বাৰু, নামাতোঁ দিয়া । কৰিলোঁ চুপ । চুপতে যদি কিবা গুটি ধৰে ধৰক । অবলা তিৰোতাক হাজোলৈ পঠিযাম বুলি হুমিযাই থাকিব নেলাগে ।

ঘিণাৰাম (মিনাৰামলৈ চাই) । ই চুৰ কৰাৰ প্ৰমাণ নাই ; সেইদেখি ইয়াক খালাচ দিয়া যাওক ।

মিনাৰাম । গোচৰ সম্পূৰ্ণ প্ৰমাণ হৈছে । আচামীক ফাটেক দিব লাগে ।

ঘিণাৰাম । প্ৰমাণ নাই, মই ফাটেক দিওঁ কেনেকৈ ?

মিনাৰাম । গুচৰীয়াই হলফ লৈ আদালতত কৈছে যেতিয়া তাৰ ওপৰত আৰু কি প্ৰমাণ লাগিছে ? আচামীতো নামফটা চোৰ । এনে চোৰক দণ্ড দিবলৈ আৰু প্ৰমাণ বিচাৰিব লাগে নে ?

ঘিণাৰাম । আচামী নাম-ফটা চোৰ হব পাৰে কিন্তু এই গোচৰ হলে ফৰিয়াদীয়ে প্ৰমাণ কৰিব নোৱাৰিলে । সেইদেখি মই আচা-মীক দণ্ড দিব নোৱাৰোঁ ।

মিনাৰাম । মই হলে দণ্ড নিদি খালাচ দিব নোৱাৰোঁ আৰু আপুনি দিলেও মই সেই ৰায়ত চহী দিব নোৱাৰোঁ ।

ঘিণাৰাম । আপুনি চহী দিয়ক নিদিয়ক, মই হলে খালাচ দিম ।

মিনাৰাম । মই হলে দণ্ড দিম । নহলে উঠিলোঁ ।

( মিনাৰাম হাকিম এজলাচৰ পৰা উঠি দুৱাৰমুখ পায়গৈ । পাছে পাছে পেছকাৰ যায় । )

পেছ্কাৰ । ধৰ্ম্মাৱতাৰ ! আহক নাযাব । এজলাচৰ পৰা এইদৰে যোৱাটো ভাল নহয় ।

মিনাৰাম । মই যদি এজলাচত বহিব লাগে তেন্তে বেলেগে ৰায় দিম ।

পেচকাৰ । বেলেগাই দিব আহক ।

( মিনাৰামৰ পুনৰ আসন গ্ৰহণ । )

ঘিণাৰাম । মইও সুকীয়াকৈ ৰায় দিম ।

( দুয়ো দুখন কাকত লেখে )

মিনাৰাম । আচামীৰ ছমাহ কঠোৰ পৰিশ্ৰমেৰে ফাটক ।

ঘিণাৰাম । আচামী খালাচ ।

পেছ্কাৰ । এই গোচৰৰ নথি ৰাজদৰবাৰৰ প্ৰধান বিচাৰকৰ ওচৰলৈ যাব । তাত আচামীৰ পুনৰবিচাৰ হব । ধৰ্ম্মাৱতাৰ ! আচামীক জামিনত এৰি দিবলৈ হুকুম দিয়ক ।

দুইজন হাকিম—দিলোঁ ।

---

## দ্বিতীয় দৰ্শন

কাছাৰিৰ ওচৰত উকিলসকলৰ বহাঘৰ

(গঙ্গাৰাম বৰুৱা উকীল । হেমোৰাম হাজৰিকা উকিল । বিশ্বেশ্বৰ দুৱৰা উকিল । সৰুৰাম বৰা উকিল । গঙ্গাৰাম, তৰণি তিতাৰাম দাস ।)

গঙ্গাৰাম । ৰাজসভাৰ প্ৰধান বিচাৰপতিৰ ওচৰলৈ এটা ডাঙৰ গোচৰ আহিছে, শুনিছাহঁক নে ?

হেমোৰাম । শুনিছোঁ । সেই চিকৰ্পতি বৰচোৰৰ । তাক পেলোৱা টান । সি হেনো ইয়াৰ ভিতৰতে আনৰ কথাকে এৰিছোঁ, ৰজাকে ভেটি চেলেকালে ।

সৰুৰাম । মই শুনিছো । গুচৰীয়া বেথাইৰ ফালৰ পৰা যুৱৰাজকো ।

বিশ্বেশ্বৰ । ধেমালিটো বেয়া হোৱা নাই । ৰজা একালে, যুৱৰাজ একালে । মাজতে থাই হাকিম ৰবৰুৱা যায় কোনফালে ?

গঙ্গাৰাম । এনেকুৱা দেখোন প্ৰায়েই হৈ আছে । ৰবৰুৱাইও হোৱাহোৱে সুধিবই লাগিছে ! হাজৰিকা গুচৰীয়াৰ ফালে আছা হবলা ?

হেমোৰাম। আপোনাকোতো চিকৰ্ পতিৰ ফালৰ পৰা উকিল ধৰিছে।

গঙ্গাৰাম। আমাক যেয়ে পইচা দিয়ে তাৰ ফালেই আমি।

বিশ্বেশ্বৰ। যাওক সেইবোৰ কথা। বৰুৱাদেও! আমাৰ মানুহৰ ভিতৰত আজিকালি ইমানকৈ আন্দোলন হৈছেৰা, ৰামানুজ স্বামী শঙ্কৰাচাৰ্য্যৰ গুৰু নে শঙ্কৰাচাৰ্য্য ৰামানুজ স্বামীৰ গুৰু আৰু কোন ডাঙৰ কোন সৰু? এই বিষয়ে আপোনাৰ কি মত?

গঙ্গাৰাম। ডাঙৰে দীঘলে নে শকতে আবতে?

বিশ্বেশ্বৰ। আপুনি ধেমালি নকৰিব। মই সঁচাকৈ-হে সুধিছোঁ।

গঙ্গাৰাম। সঁচাকৈ সুধিছা যদি সঁচাকৈয়ে কওঁ শুনা,—ৰামানুজ স্বামী শঙ্কৰাচাৰ্য্যৰ গুৰু।

বিশ্বেশ্বৰ। আমাৰ দেখোন কৃষ্ণৰাম বৰুৱা ডাঙৰীয়াই খনে খনে কাকত পুথি লেখি প্ৰমাণ কৰিব লাগিছে, শঙ্কৰাচাৰ্য্যহে ৰামানুজৰ গুৰু। ৰামানুজ শঙ্কৰাচাৰ্য্যৰ গুৰু হোৱাটো অসম্ভৱ; কাৰণ শঙ্কৰৰ জন্ম আৰু ধৰ্ম্মপ্ৰচাৰ ৰামানুজৰ অনেক আগেয়ে।

গঙ্গাৰাম। তোমাৰ কৃষ্ণৰাম ডাঙৰীয়াৰ পুথিবোৰ বেদ নহয়। এই বিষয়ে সঁচা ইতিহাস এতিয়াও লেখিবলৈ বাকী।

বিশ্বেশ্বৰ। আপোনাৰ নিচিনা যোগ্য লোকে এই বিষয়টো হাতত নলয় কিয়? নিশ্চয় তেতিয়া সঁচা কথা ওলাব।

গঙ্গাৰাম। সময় কত? তথাপি ৰাইজে লবলৈ কলে পাছ নোহোহকোঁ। ৰাইজে হুকুম দিলে মই মোৰ সকলো সুখ, সকলো কাম কাতিকৈ থৈ, সৌ ৰাঢ়নীটাৰ লৈ এই ঘৰটো সাৰিবলৈকো সাজু আছোঁ। সেইটো তুমি জানা নে?

সৰুৰাম বৰা। ধন্য! ধন্য! আমাৰ বৰুৱা ডাঙৰীয়াৰ নিচিনা আৰু এজন লোক আমাৰ দুখীয়া অসম দেশত ওলালেই মাতৃভূমিৰ উদ্ধাৰ হব।

বিশ্বেশ্বৰ (মুখ ঘূৰাই লাহেকৈ)। এৰা, মাতৃভূমিখনৰ ধূলিমাকতি গুচি সি চাফ হব।

গঙ্গাৰাম। সঁচা কথা কবলৈ কি; তুমি গুৰুৰ কথা সুধিছা। মই শঙ্কৰী গুৰুক সমূলি বিশ্বাস নকৰোঁ।

বিশ্বেশ্বৰ। কিয়?

গঙ্গাৰামচৰণ। কাৰণ, তামোল গছজোপা খিয়।

বিশ্বেশ্বৰ। অ' এই কাৰণ! বুজিলোঁ এতিয়া।

[ তাচ্ছিল্যভাৱে বিশ্বেশ্বৰ উকিলৰ প্ৰস্থান।]

গঙ্গাৰাম। এই পিলিকা লৰাখনে দুপাত আইন মুখস্থ কৰি উকিল হৈ আহি পৃথিৱীখন কুটাগছ যেন দেখিছে। আমি ডাঢ়ি-চুলি পকালোঁ, আমাক মানুহে যেনকে নেদেখে। অধৰমী! গৰ্ভ—!

তিতাৰাম। হয় দেউতা, হয় দেউতা! এইখন ভচ্চুম হব দেউতা। বিদা-বুধি মান-মৰ্য্যাতেৰে এইখন কোনো কালে দেউতাৰ ওচৰ চাপিব নোৱাৰে।

সৰুৰাম। অ' ডাঙৰীয়া! আমাৰ দেশৰ সেই বঘুৰাম বৰুৱা কালি ইয়ালৈ আহিছে। সভা এখন পাতি তেওঁক জলপানপাতি এটা খুৱাই মান ধৰিব লাগিল। তালৈকে আমি পঁচা তুলিবৰ কাৰবাৰ কৰিছোঁহক। আপোনাৰ ওচৰলৈকো আজি গধূলি বিশ্বেশ্বৰৰে সৈতে মই আহিম। আপুনি আমাৰ দেশৰ মুখিয়াল শ্ৰেষ্ঠ লোক। আপুনি কাৰ্য্যটো ভালকৈ সম্পাদন কৰিব লাগে।

তিতাৰাম। বঘুৰাম বৰুৱাইনো কত কি 'কিল্লা ফতে' কৰি আহিল যে তেওঁক সমাহ পাতি জলপান খুৱাব লগা হল?

গঙ্গাৰাম। একো 'কিল্লা ফতে' কৰা নাই। বিদে-শত অসমৰ নামটোহে ফটাই আহিছে হেনো। কিয়, তুমি জানো তাৰ মাত শুনা নাই?

তিতাৰাম। নাই শুনা দেউতা! নাই শুনা। আজি-কালি বয়স হৈ মোৰ কাণ দুখন অলপ গধুৰ হৈছে। তেওঁ কি কৰিলে কওক-চোন শুনোৱেই?

গঙ্গাৰাম। আমাৰ বৰাই কওক শুনা।

তিতাৰাম বৰা। ডাঙৰীয়া! কওকচোন কওক! আমিও শুনি থওঁ, শুনি এই ছালছিগাৰো জীৱনটো সাৰ্থক হওক।

সৰুৰাম। তুমি নাই শুনা যদি নুশুনাই ভাল; কাৰণ, তোমাৰ কাণৰহে যি গতি হৈছে বুলি

তুমি কৈছা, এতিয়াও যে তুমি শুনিবা সেইটো মোৰ বিশ্বাস নহয়।

গঙ্গাৰাম। তেন্তে শুনা মযে কওঁ। তেওঁ দিল্লীৰ বাদছাহৰ সভালৈ আমাৰ দেশৰ প্ৰতিনিধি সভ্য হৈ গৈছিল। তাত তেওঁ কি কৰিলে, কেনেকৈ আমাৰ দেশৰ বৰহিলৈ-টোৱে কেইজাই মাৰিলে মই কব নোৱাৰোঁ। তোমাৰ বৰাইহে সেইটো জানে। অৱশ্যে হিলৈৰ মাত শুনাসকলে তেওঁৰ মান ধৰে, তেওঁক লৈ বৰগভাহ গায়, হুচৰি গায়। গাব পাৰে। সেইটো বেয়া নহয় আৰু সেই কাৰ্য্যত মোৰ সহানুভূতি যে নাই এনেও নহয়। আৰু সেই কিন্তু আমি বুঢ়া মানুহ। আমাক বাদ দিলে ভাল নহয় জানো?

সৰুৰাম। এইটো কি কথা ডাঙৰীয়া? আপুনি নগলে আমাৰ সভা হবই নোৱাৰে। আপুনি আমাৰ ভিতৰত বৰমূৰীয়া, সৰ্ব্ব-প্ৰকাৰে দেশৰ নায়ক। আপুনি সেই সভাত নাথাকিলে সভাই বাজী হব।

[ সুতুলি গোহাঁইদেওৰ প্ৰবেশ। ]

গঙ্গাৰাম। গোহাঁইদেও। আহক, আহক। বহক, বহক। কি খবৰ? শৰীৰৰ খবৰ কি? কেনে আছে?

সুতুলি গোহাঁই। শৰীৰৰ খবৰনো কি সুধিব কি কম? গা বৰ বেয়া। ভোক নালাগে, খাব নোৱাৰোঁ। পুৰা মাটিকাঁদুৰীৰ জোল এটোপাৰে কোনোমতে হেচিঠেলি টেমিৰ মুৰেৰে এটেমি ভাত পেটৰ ভিতৰলৈ সুমাওঁ। গধুলি এটোপা চাওদানা। এয়ে মোৰ আহাৰ। পগোৱা এৰাঁগাখীৰ বাটিয়ে বাটিয়ে পৰি থাকে, তালৈ চকু দিবৰ মন নাযায়। মেকুৰী-কুকুৰ চাকৰ-নাকৰেহে সেইবোৰ খায়। আৰুনো মোৰ গাৰ অৱস্থা কি সোধে ডাঙৰীয়া?

গঙ্গাৰাম। হয়, হয়, মই বুজিছোঁ। মোক আৰু কব নালাগে।

তিতাৰাম (গঙ্গাৰামলৈ চাই)। ডাঙৰীয়া। গোহাঁই ডাঙৰীয়াৰনো নৰীয়াটো কি? অনাহাৰত উখহা নেকি? তেখেতক দেখোন সিদি-নাতকৈয়ো আজি অলপ থুল্লত্তৰ যেনহে দেখিছোঁ। অৱশ্যে বুজিছোঁ যে নৰীয়াৰ নিমিত্তেহে তেনে হৈছে। (গোহাঁইলৈ চাই) ডাঙৰীয়াইনো ইমান ঘামত, গোটেইটো গাত ইমানকৈ নোমৰ কাপোৰ মেৰাই থৈছে কেনেকৈ? জহ লগা নাই নে?

গোহাঁই। গৰম লাগিবলৈহেতো পিন্ধিছোঁ। গাত বিষ, ককালত বিষ। সেইদেখি নোমৰ চোলা কাপোৰ নহলে ফট্‌কৰে ঠাণ্ডা লাগি পৰে। একেই মোৰ চিৰৰুগীয়া শৰীৰ, তাৰ ওপৰতে ঠাণ্ডা লাগি কাহ-কফ হলে আৰু মোক নৈৰ বালিৰ টুপত পুৰিবলৈহে লৈ যাব লাগিব।

গঙ্গাৰাম। সঁচা, সঁচা মই দেখিছোঁ বুজিছোঁ।

তিতাৰাম। মইও এতিয়া ভালকৈ বুজিছোঁ। গোহাঁই ডাঙৰীয়াৰ কিবা ফুলা বেমাৰ। এই নৰীয়াত গাটো উখহি যায়, পেটটো ওলমি পৰে, গাল দুখনত মঙহে হয়, থুতৰিটো দুভাগ হৈ পৰে।

গোহাঁই (তিতাৰামলৈ চাই)। তুমিনো মোক ফুলা দেখিছা কেনেকৈ মই কব নোৱাৰোঁ। মই দেখোন দিনে দিনে শুকাই-খীণাই গৈছোঁ বুলিহে সকলোৱে কয়। এতিয়াই জহৰ্‌মল বাবুৰ তালৈ গৈছিলোঁ। তেওঁ দেখোন মোক দেখি কলে যে মোৰ শৰীৰৰ অৱস্থা বৰ খাৰাপ।

গঙ্গাৰাম। হয়, হয়, মইও দেখিছোঁ বৰ খাৰাপ। এ আপুনি ডাঙৰ মানুহ দেখিহে মুঠিয়ে মুঠিয়ে ধন ভাঙি দৰব-জাতি খাই, কাতি হৈ নপৰাকৈ কোনোমতে থিয় হৈ আছে। সামান্য মানুহ হোৱা হলে কোনোবা কেতি-য়াবাই তাৰ কিবা হলহেঁতেন। তিতাৰাম লৰা মানুহ, নাজানে। সেইদেখিহে বিবেচনা নকৰাকৈ কথা কয়।

গোহাঁই। এ মই এতিয়াই জহৰ্‌মল বাবুক কৈ আহিছোঁ বোলোঁ আমাৰ দেশত কথাবাৰ্ত্তা দকৈ বুজি বিবেচনা কৰি কোৱা মানুহ বুলিবলৈ মুঠেই দুজন—এক গঙ্গাৰাম বৰুৱা ডাঙৰীয়া উকিল আৰু এক তেওঁ। আনবোৰ মানুহবুৰা হবলৈ ভালেখিনি বাকী। আৰু হলে হয়। অ' জহৰ্‌মল বাবুৰ গোলাত ভাটীৰ পৰা সুন্দৰ গৰুৰ ঘিউ আহিছে, মোক দেখুৱাইছিল। চমৎ-কাৰ। আদমোন বা দহসেৰ মোলৈ পঠিয়াই দিবলৈ জহৰ্‌মল বাবুক কৈ আহিছোঁ। দামটো অৱশ্যে কিছু বেছি। অৱশ্যে ভাল বস্তুৰ বোজা সৰহ হবই।

ভাল মানুহলৈ বেছি দামৰ বস্তু, নৰম মানুহলৈ কম দামৰ বস্তু।

তিতাৰাম। কালি জহৰ্ মল বাবুৰ গোললৈ অহা সেই বগীতামৰ টিঙৰ ঘিউবোৰ নে? তেওঁ মোকও দেখুৱাইছিল। মই অলপ আঙুলিৰ আগত লৈ শুঙি চাইছিলো, মহুৰাৰ তেল আৰু ফেনেকা কলৰ গোন্ধত পলাই আহিলোঁ।

গঙ্গাৰাম। তোমাক তেওঁ এই ঘিউ দেখুৱা নাছিল। মানুহ চাইহে বস্তু দেখুৱায়।

গোহাঁই। নিশ্চয় ডাঙৰীয়া নিশ্চয়। মই এই দেখিয়েই কৈছিলো, বোপেঁ। আমাৰ উকিল ডাঙৰীয়াৰ নিচিনাকৈ কথাৰ আতিগুৰি বুজা মানুহ আমাৰ দেশত কেইটা? ৰাৰু ডাঙৰীয়া। মই উঠিলোহে এতিয়া। বাবুৰ বেমাৰটো প্ৰকুপিত হৈ মূৰটো কিবা কিবা আচন্দ্ৰাই কৰি আনিছে।

গঙ্গাৰাম। মোকো আজিকালি সেই ৰোগে ধৰিছে। মই পচিমৰ ডাঙৰ কবিৰাজ এজনৰ ত'ৰপৰা এসেৰ মধ্যমনাৰায়ণ তেল অনাই লৈছোঁ। দিনে৷ তাৰে একোটোপা মূৰত ঘঁহিহে তত্তি আছোঁ। কিন্তু কি চমৎকাৰ তেল! কি চমৎকাৰ গুণ! মূৰত এটোপা দিলেই মূৰত বৰষুণৰ শিল যেন চেচা লাগি যায়। মই হলে বৰ গুণ পাইছোঁ। দামটোহে অলপ বেছি। এসেৰত ৬৪ চৌষষ্টি টকা।

গোহাঁই। বুজিছেনে ডাঙৰীয়া! মোকো তাৰে আধেৰ দিয়ক, দহোকুৰি। মই আধেৰৰ ভাগ ললোঁ। আপুনি লাগে যদি আকৌ অনাই লব। আজিয়েই মোৰ ঘৰলৈ আপুনি অনুগ্ৰহকৈ আধেৰ তেল পঠিয়াই দিব। দাম সৰহ হওক, হানি নাই। মই দেখোন আপোনাক ইয়াৰ আগেয়েই কলোঁ বোলোঁ ভাল বস্তুৰ দাম সৰহ হোৱাটো ধৰা-বন্ধা কথা আৰু ডাঙৰ মানুহলৈ ডাঙৰ দামৰ বস্তু, সৰু মানুহলৈ নৰম দামৰ বস্তু।

গঙ্গাৰাম। দিম পঠিয়াই। আজি নোৱাৰিলেও কাইলৈ পুৱাই আপুনি তেল পাব।

গোহাঁই। কিন্তু দহোকুৰি নাপাহৰিব, নিশ্চয় পঠিয়াই দিব। ডাঙৰীয়া, মোৰ সেই ধন ধাৰে দিয়া খৎখন লেখা হল নে?

গঙ্গাৰাম। লেখিছোঁ কাইলৈ শেষ হব; পঠিয়াই দিম।

[সুভুলি গোহাঁইৰ প্ৰস্থান।]

(তিতাৰামলৈ চাই) তুমি তেনেকৈ কৈছিলা কিয়? তুমি নাজানা নে তেওঁক তেওঁৰ গাটো বেয়া দেখিছোঁ বুলি কলেহে তেওঁ ভাল পায়? ভাল দেখিছোঁ বুলিলে বৰ বেয়া পায়। তেওঁ ভাবে, ডাঙৰ মানুহ হলে গাটো সদায় বেয়া হৈ থাকিব লাগে আৰু লোকেও সেইদৰে কব লাগে। গা বেয়া হৈছে বুলি কোৱাটো ডাঙৰ মানুহৰ লক্ষণ।

তিতাৰাম। মই সেইটো নাজানিছিলো ডাঙৰীয়া। আজিৰ পৰা তেওঁক মই বাটে-পথে লগ পালে কম যে তেওঁক খৰি দিবৰ হলেই।

গঙ্গাৰাম। আকৌ ৰচাবচি নকৰিবা। তেনে কৰিলে ঠাট্টা কৰিছা বুলি বুজিব। এতিয়া হোৱা, এই ছয় অনা পইচা লৈ যোৱা। এসেৰ সৰিয়হৰ তেল বজাৰৰ পৰা কিনি লৈ গৈ মোৰ ঘৰত দি যাবা। গোহাঁইদেউক দিব খোজা মধ্যমনাৰায়ণ তেল আজি ৰাতিৰ ভিতৰতে তৈয়াৰ কৰিব লাগিব।

[তিতাৰামে মিচিকিয়া হাঁহি মাৰি পইচা লৈ যায়।]

---

## তৃতীয় দৰ্শন

চিকণপুৰ ৰজাৰ ৰাজসভা

(ৰজা, যুৱৰাজ, মন্ত্ৰী, পাত্ৰ আৰু সভাসদসকল। বৰবৰুৱা বিচাৰ-আসনত।)

বৰবৰুৱা (চিৰন্দাৰক)। আজি কেইটা গোচৰ আছে?

চিৰন্দাৰ (গোচৰৰ নথি আগত দি)। তিনিটা।

বৰবৰুৱা। প্ৰথমটোৰ গুচৰীয়া হাজিৰ আছে নে?

চিৰন্দাৰ। হাজিৰ আছে। (টেকেলাক) মাত, গুচৰীয়ানী বেটেউ কলিতানী। পদৰীয়ানী কালমণি কেওটনী।

টেকেলা (খিঙিয়াই)। গুচৰীয়া বেটেউ কলিতানী হাজিৰ। গুচৰীয়া বেটেউ কলিতানী হাজিৰ!! পদৰীয়া খালৈভাঙী কেওটনী হাজিৰ!! পদৰীয়া খালৈভাঙী কেওটনী হাজিৰ!!

চিৰন্দাৰ। খালৈভাঙী নহয়, কালীমণি।

টেকেলা। খালৈভাঙী নহয় কালীমণি হাজিৰ।

চিৰদ্দাৰ (টেকেলাক ধমকি দি)। তই গৰু। মাত কালীমণি পদকিয়ানী।

টেকেলা। খালিমণি পদকিয়ানী! খালিমণি পদকিয়ানী হাজিৰ। খালিমণি!!

[বেটেউ আৰু কালীমণিৰ প্ৰবেশ।]

চিৰদ্দাৰ (টেকেলাক)। গুচৰীয়ানীক হলফ দে।

[গুচৰীয়ানীক হলফ দিয়া হয়।]

ৰবৰবৰুৱা। তোৰ কি গোচৰ ক?

বেটেউ। দেউতা! মোৰ চাৰিবছৰীয়া ল'ৰাটো সেই বাইকহনীয়ে (কালীমণিক দেখুৱাই) কাটিলে। (চকুৰ পানী টোকে।)

ৰবৰবৰুৱা। ক কেনেকৈ কাটিলে। আৰু কিয় কাটিলে?

বেটেউ। আমি দুয়ো ওচৰচুবুৰীয়া। মোলৈ তাইৰ সদায় আখেজ। মই ঘৰত নথকাত তাই লৰাটো তাইৰ ঘৰলৈ ভুলাই লৈ গৈ কাটি, মোৰ ঘৰত পেলাই থৈ গৈছহি। দেউতা! তাইক হুকুম দিয়ক, তাই মোকো কাটক। মোৰ লৰাটো কাটিলে যেতিয়া মোকো কাটক। মইনো আৰু জীয়াই থাকি কি হব? (চকুৰ পানী টোকে)

ৰবৰবৰুৱা (কালীমণিক)। তই এইৰ লৰাটো কাটিছিনি। নে?

কালীমণি। দেউতা! গোসাঁই সাখী। মই এনে মহাপাপৰ কাম কেতিয়াও কৰা নাই। কেতিয়াও কৰিব নোৱাৰোঁ। দেউতা! তাই মিছাকৈ মোৰ গাত এই বদ্‌নাম দিছে। দেউতা! মইনো কি কম? তাইৰ স্বভাৱ ভাল নহয়। তাই মদ-ভাং, ফটিকা খাই ফুৰে। সেইদেখি আমাৰ গাঁৱৰ কোনেও তাইক দেখিব নোৱাৰে। মোৰ তাই ওচৰ-চুবুৰীয়া বাবে তাইৰ বেয়া স্বভাৱ দেখি মই মাজেসময়ে তাইক গালিশপনি পাৰোঁ। সেইদেখিয়েই তাই মোক ভাল নাপায়। নহলে তাইৰে সৈতে মোৰ আন কোনো আখেজাআখেজি নাই। দেউতা! ধৰম কথা কৈছোঁ, মোৰ মনত পেলাইছে— তায়েই কিজানি বাগীৰ জানত মতলীয়া হৈ ল'ৰাটো কাটিলে। এতিয়া তাইৰ গাত ভগৰ পৰে বুলি তাই এই ফিকিৰ কৰি বেটীৰ গাত দোষ পেলাই গা সৰকাব খুজিছে।

ৰবৰবৰুৱা (অনেক পৰ ভাবি গুচৰীয়ানী আৰু পদকিয়ানী দুইলৈকো চাই)। হেৰ শুন— তহঁতৰ যিজনীয়েই এই সভাত উলঙ্গ হৈ নাচিব পাৰিবি, তাইকে মই নিৰ্দ্দোষী বুলি খালাচ দিম। আৰু যিজনীয়ে সেইদৰে নাচিব নোৱাৰিবি, তাইক ভগৰীয়া বুলি বুজি কাটিবলৈ হুকুম দিম। থিৰাং কথা।

কালীমণি (হাতিযোৰ কৈ)। দেউতা! বেটীক ছোৱা-ছোৱাকৈ কাটিলেও বেটীয়ে তেনে কাম কৰিব নোৱাৰে।

বেটেউ। দেউতা ৰজাৰ সভাত হাকিম। সৰ্গদেৱো আগতে। সৰ্গদেৱৰ হুকুমত জোন-বেলি সাতসাগৰ ঘূৰিব লাগিছে। আমিনো কোন কুটা? এতেকে ৰজাৰ হুকুম, দেউতাৰ হুকুম পেলাবৰ মোৰ সাইধ কি? দেউতাই হুকুম দিলে বেটীয়ে নাচিবই লাগিব। মোৰ লৰাই গল আৰুনো মোৰ কি লাজ-চৰম আছে?

ৰবৰবৰুৱা। টেকেলা! এই গুচৰীয়ানীক হাত-কেৰেযা দি লৈ যা, পোতাশালত থগৈ। তাইৰ গোচৰ মিছা। তাই নিজেই তাইৰ লৰা কাটিছে। তাই মিছা গোচৰ কৰা বাবে আৰু পুতেকক কটা বাবে পিছত তাইৰ শোধ হব। চিৰদ্দাৰ! ইয়াৰ পিছৰ গোচৰ কি?

চিৰদ্দাৰ (টেকেলাক)। মাত, ৰঙাই কোচ ফৰিয়াদী। খুদ্‌মন কেওঁট আচামী।

টেকেলা (ৰিঙিয়াই)। খুদ্‌মন কেওট ফৰিযাজি হাজিৰ

চিৰদ্দাৰ। খুদ্‌মন নহয়, ৰঙাই কোচ ফৰিয়াদী।

টেকেলা। খুদ্‌মন নহয়, ৰঙাই কোচ ফৰিয়াজি হাজিৰ। খুদ্‌মন নহয় ৰঙাই কোচ ফৰিযাজি হাজিৰ। খুদ্‌মন!! খুদ্‌মন নহয় ৰঙাই কোচ ফৰিয়াজি হাজিৰ!!!

চিৰদ্দাৰ। আচামীক মাত।

টেকেলা (ৰিঙিয়াই)। আচামী হাজিৰ। আচামী হাজিৰ।

চিৰদ্দাৰ (টেকেলাক ৰবকৈ ডবিয়াই)। তই বৰ গৰু। এনে কৰিলে তোক ৰবশাস্ত কৰিব লাগিব।

টেকেলা। দেউতা! নামটো আকৌ কৈ দিয়ক, বন্দীয়ে পাহৰিলোঁ।

চিৰস্তাৰ। খুদ্মন আচামী।

টেকেলা। খুদ্মন আচামী হাজিৰ! খুদ্মন আচামী হাজিৰ!!

[খুদ্মনৰ প্ৰবেশ।]

চিৰস্তাৰ (টেকেলাক)। ফৰিয়াদিক হলফ দে।

(ৰঙাইক হলফ দিয়ে।)

ৰবৰবক্সা (ৰঙাইক)। তোৰ কি গোচৰ ক।

ৰঙাই (হাতযোৰকৈ)। দেউতা! আজি তিনিমাহ হল সৌ সি (খুদ্মনক) মোৰ পৰা একুৰি ৰূপ ধাৰলৈ নিছিল। এতিয়া তাক ধাৰ সাধিলত, সি সেই ৰূপকুৰি নাই নিয়া বুলি মিছা মাতিছে।

ৰবৰবক্সা। তোৰ সাক্ষী আছে নে?

ৰঙাই। মোৰ সাক্ষী কোনো নাই দেউতা! পথাৰৰ মাজৰ বৰগছ এজোপাৰ তলতে বহি মই তাক ৰূপকুৰি দিছিলোঁ। সি মোক বৰকৈ কাওবাও কৰি ধৰিছিল যে সি ৰূপ ধাৰে নিয়া কথাটো কোনেও জানিব নালাগে। জানিলে সি গঞাৰামানুহৰ আগত লাজ পাব, কাৰণ গাঁৱত তাক সকলোৱে ধন-বিত থকা চহকী মানুহ বুলি জানে। এতিয়া তাৰ অৱস্থা বেয়া হৈ ধাৰ লাগিছে বুলি জানিলে তাক আৰু কোনেও বিশ্বাস নকৰিব। মইও দেউতা! হোলাৰ ভাই মোলা সেই কথাকে পতিয়াই সাখী এটাকো নৰখাকৈ তাক ৰূপকুৰি দি ফাঁকিত পৰিলোঁ। এতিয়া সি মিছা মাতি মোক বিবুধিত পেলাইছে দেউতা ঈশ্বৰ!

ৰবৰবক্সা (খুদ্মনক)। তই ইয়াৰ পৰা একুৰি ৰূপ ধাৰে নিছিলি নে?

খুদ্মন। গোটেই মিছা কথা দেউতা! মই কেতিয়াও লোৱা নাই। সেই ছালছিগা ভিকহৰ কি টকা আছে যে সি মোক ধাৰলৈ দিব? মোক আমাৰ গাঁৱত চহকী মানুহ বুলি সকলোৱে জানে দেউতা! মই তাৰ পৰা ৰূপ ধাৰে লবলৈ মোৰ কি হৈছে? সি মিছাকৈয়ে ডাড়ি মোৰ পৰা পাবে যদি একুৰি ৰূপ সৰকাবলৈ কাৰবাৰ কৰিছে। আচল কথা এইটো দেউতা।

ৰবৰবক্সা (কিছুমান বেলি ভাবি)। চিৰস্তাৰ! তুমি এখন পৰণা লেখাঁ, সেই পথাৰৰ মাজৰ গছজোপাক তলপ কৰি।

(চিৰস্তাৰে পৰণা লেখি দিয়ে)

(ফৰিয়াদীলৈ চাই) হেঁ, তই এই পৰণাখন লৈ যা। তই যিজোপা গছৰ তলত বহি ইয়াক ধন ধাৰে দিছিলি বুলি কৈছ, সেই গছজোপাক এই পৰণাখন দেখুৱাই কবগৈ যে এতিয়াই সি মোৰ ওচৰলৈ সাক্ষী কবলৈ আহিব লাগে। লগতে মোৰ এই টেকেলাকো লৈ যা।

ৰঙাই (আচৰিত মানি)। গছজোপা কেনেকৈ আহিব দেউতা? দেউতাই এই দুখীয়া বন্দীক কিবা ঠেটা কৰিছে হবলা? দেউতা! মই বৰ দুখীয়া। অনেক দুখ কৰি ৰূপকুৰি গোটাইছিলো। সৌ অধৰমীয়ে মোক "বান্ধ" বুলি মাতিছিল, মইও তাক "বান্ধ" বুলিছিলো। সেইদেখি তাৰ মঙ্কিল হৈছে বুলি শুনিহে মোৰ দুখৰ বিত ৰূপকুৰি উলিয়াই দিছিলোঁ। অন্তত সি মোক এইদৰে চোঠেঙীয়া কৰিব বুলি সমাজিকতো ভবা নাছিলোঁ দেউতা।

ৰবৰবক্সা। মই ঠাট্টা নাই কৰা। তই পৰণাখন লৈ যা! ৰজাৰ পৰণা পালে গছ নাহি নোৱাৰে।

(ৰঙায়ে পৰণাখন লৈ যায়। লগতে টেকেলাও যায়। কিছুমান বেলিৰ মূৰত খুদ্মনলৈ চাই) হেৰ ৰঙাই! গছজোপাৰ গুৰি পালেগৈ নে চাগৈ?

খুদ্মন। নাই পোৱাগৈ দেউতা! এতিয়াই পাবগৈ নে? আৰু কিছুমান বেলি লাগিব!

[ভালেখিনি বেলিৰ মূৰত টেকেলাৰে সৈতে ৰঙাইৰ পুনৰ প্ৰৱেশ।]

ৰঙাই। দেউতা! গছক পৰণা দেখুৱালত গছে একো নামাতিলে। আমাৰ লগত নাহিলেও। দেউতাৰ টেকেলা লগতে আছিল। টেকেলাক সোধক দেউতাই। বাৰু কিয়নো আহিব দেউতা? গছে জানো কথা কব বা আহিব পাৰে? দেউতাই দুখীয়া বন্দীৰে সৈতে তামোচাহে কৰিলে হবলা?

ৰবৰবক্সা। নাই কৰা তামোচা। তইঁত মোৰ ওচৰ পোৱাৰ আগতে গছে আহি মোক মনে মনে কৈ গলহি যে ধন ধাৰে দিয়া সঁচা, সি দেখিছিল। তই গোচৰ জিকিলি! আচামী খুদ্মনে তোক এতিয়াই যদি সুতে সৈতে ৰূপকুৰি ওভোতাই নিদিয়ে, তেন্তে সি তিনিমাহ ফাটক খাটিব লাগিব আৰু

তাৰ ঘৰ-বাৰী বয়-বস্তু কোবোক কৰি বেচি আদালতৰ পৰা তোক টকা দিয়া হব। চিৰন্দাৰ! আৰু কি গোচৰ আছে?

চিৰন্দাৰ। ধৰ্ম্মাৱতাৰ! চিকৰ্‌পতি ৰৰচোৰৰ ওপৰত গোচৰ এটা আছে। ফৰিয়াদী বেথাই হাজৰিকা।

গঙ্গাৰাম ৰবৰৰুয়া উকিল। মই চিকৰ্‌পতিৰ ফালে আছোঁ।

হেমোৰাম হাজৰিকা উকিল। মই বেথাইৰ ফালে আছোঁ।

গঙ্গাৰাম। মই ইয়াকে কওঁ যে এই গোচৰ সমূলি মিছা। মোৰ মক্কেলক অপমান আৰু লাটিঘাটি কৰিবলৈ ফৰিযাদীয়ে আন আন দুষ্ট মানুহেৰে সৈতে চক্ৰান্ত কৰি এই মিথ্যা অভিযোগ কৰিছে।

হেমোৰাম। ধৰ্ম্মাৱতাৰ! গোচৰ সম্পূৰ্ণ সঁচা। তলৰ আদালতত গোচৰ সম্পূৰ্ণ প্ৰমাণ হৈ গৈছে। ধৰ্ম্মাৱতাৰে নথি তলপ কৰি চাওক।

গঙ্গাৰাম। নথি তলপ কৰিব নালাগে ধৰ্ম্মাৱতাৰ। আগতে আছে। গোচৰ তলৰ আদালতত এচুলিমানো প্ৰমাণ হোৱা নাই। (হেমোৰামলৈ চাই চকু পকাই) তুমি মিথ্যাবাদী।

হেমোৰাম (গঙ্গাৰামলৈ সেইদৰে চাই)। তুমিহে মিথ্যাবাদী, মই নহওঁ।

গঙ্গাৰাম। দিনে মিছা মকৰ্দ্দমা সজা ব্যৱসায় তোমাৰ-হে, মোৰ নহয়।

হেমোৰাম (হাকিমলৈ চাই)। আদালতৰ ওচৰত মই প্ৰাৰ্থনা কৰিছোঁ, মোক এই মিছলীয়া ভেম্‌ছিং উকিলৰ গালিৰ পৰা ৰাখক। আদালতৰ আগত এওঁ এইদৰে মোক গালি পাৰিবৰ এওঁৰ কি অধিকাৰ আছে? এওঁ ডাড়ি-চুলি পকালে বুলিয়েই আমাক গালি পাৰিবৰ ক্ষমতা পালে নেকি? গাধ জানো বুঢ়া নহয়?

গঙ্গাৰাম (আদালতলৈ চাই)। হজুৰ! এই অসভ্য অহঙ্কাৰী উদ্ধত উকিল তৰচেঙেলিয়ে মোৰ মানহানিজনক কথা কৈ মোক গালি কিয় পাৰিব? হজুৰে ইয়াৰ বিচাৰ কৰিব লাগে।

ৰবৰৰুৱা। আপোনাসকল দুয়ো ক্ষান্ত দিয়ক। আদালতৰ আগত এনেবোৰ কথা কব নাপায়। দুয়োজনৰ দোষ।

যুৱৰাজ। মই কিন্তু নামাতি থাকিব নোৱাৰিলোঁ। যে গঙ্গাৰাম উকিলৰ নামে সদায় এনে ব্যৱহাৰৰ কথা শুনিবলৈ পোৱা যায়।

ৰজা। মই দেখাত, গঙ্গাৰাম উকিলকো সৰু সৰু-বোৰে মিছাতে দিগ কৰি থাকিবলৈ নেৰে। মই এই গোচৰৰ নথি পঢ়ি চাইছোঁ। ফৰিয়াদীৰ গোচৰৰ প্ৰমাণ নাই।

ৰবৰৰুয়া। আচামী খালাচ।

[সকলোৰে প্ৰস্থান।]

---

## চতুৰ্থ দৰ্শন

ৰজাৰ তামুলীচ'ৰা
(ৰজা আৰু চিকৰ্‌পতি)

ৰজা। চিকৰ্‌পতি! সেযা কি আনিছ?

চিকৰ্‌পতি। সৰ্গদেৱ! বন্দীৰ বাৰীত দিগ্‌যোৱা কল এথোকা হৈছিল, পকা দেখি তাকে সৰ্গদেৱৰ ওচৰলৈ লৈ আহিলোঁ।

ৰজা। বেছ! বেছ! ভাল কৰিলি! কিন্তু তোৰ বাৰীত নে কাৰ বাৰীত?

চিকৰ্‌পতি। সৰ্গদেৱৰ ৰাজ্যৰ গোটেইবোৰ প্ৰজাৰ বাৰীয়েই সৰ্গদেৱৰ চৰণৰ ধূলিৰ পৰ্সাদত বন্দীৰ বাৰী। তাতনো কি কথা আছে?

ৰজা (হাঁহি)। বেছ, বেছ, ভাল, ভাল। কিন্তু চিকৰ্-পতি! তই এইবোৰ ঠেকত পৰিছিলি, অলপতেহে সাৰিলি। যুৱৰাজে সিফালৰ পৰা ভেটা খাই তোৰ বিপক্ষে পূৰ বি লাগিছিলেই। মইহে কথমপি সক্সালোঁ।

চিকৰ্‌পতি। সৰ্গদেৱৰ চৰণৰ ধূলিৰ প্ৰৰ্সাদত বন্দীৰ ভয় নাই। বন্দীক কোনেও পেলাব নোৱাৰে।

ৰজা। বাৰু চিকৰ্‌পতি! তোক যে সকলোৱে ৰৰ-চোৰ বোলে, কতা মই দেখোন তাৰ একো চিনমোকাম নেদেখিলো?

চিকৰ্‌পতি। বন্দীক আইগা দিলে দেখুৱাব পাৰোঁ।

ৰজা। বাৰু তই মোৰ হাতৰ আঙুলিৰ এই চিৰী-আঙঠিটো যদি চুৰ কৰি নিব পাৰ তেন্তে-হে তোৰ কেৰামতালি বুজিম, তেহে তোক ৰৰচোৰৰ খিতাপ দিম। নহলে তোক ৰৰচোৰ ভাঙিম।

চিকৰ্ পতি। সৰ্গ দেৱৰ আইগা পালে, আজি ৰাতিয়েই সেই কাম কৰিব পাৰোঁ।

ৰজা। ৰাঃ আজ্ঞা দিলোঁ। তোৰ কেৰামতালিটোকে চাওঁ।

চিকৰ্ পতি (সেৱা কৰি)। বন্দীয়ে সৰ্গদেৱৰ আইগা পালিম।

[চিকৰ্ পতিৰ প্ৰস্থান।]

ৰজা (কোটোৱালক মতাই আনি)। কোটোৱাল! আজি ৰাতি সাৱধানে মোৰ হাউলি পহৰা দিয়াৰি। চোৰ আহিবৰ সম্ভৱ।

কোটোৱাল যি আদেশ মহাৰাজ।

[প্ৰস্থান।]

---

পঞ্চম দৰ্শন

লিগিৰী বংদৈৰ ঘৰ

[চিকৰ্ পতিৰ গীত গাই প্ৰবেশ।]

গীত

তাইৰে নাইৰে দা নি
না দেৰ তা না দে ৰে নুম।
বংদৈক মইহে জানো,
আন কাকো নাজানোঃ॥

বংদৈ। বাঘে-খোৱা! কি হ'ল? আজি দেখোন ৰৰ উছাহ। কাৰবাৰ সৰ্ব্বনাশ কৰি আহিলি হবলা?

চিকৰ্ পতি। মোৰ সৰ্পনাশৰহে ওচৰ চাপিছোঁ আৰু সেই বাবেই এইটো উশাহ, এইটো নিশাহ। বোলোঁ, আজি মই হামদৈ পথাৰৰ মাজেদি আহোঁতে ওৰেবাটে ভাবি আহিছিলো,— মোৰ ভোগালী-ভোগদৈ ৰাওলী-বংদৈৰ পূৰ্ণিমাৰ জোন যেন ৰঙা মুখখনিৰ কথা। ভাবি আহোঁতে আহোঁতে ভাৱবোৰ কাইব হৈ গীত এটা হৈ ওলাল। তাৰে দুকাঁকি গালোঁ আৰু দুকাঁকি পেটতে আছে। ওলাবলৈ কোৰ্ কোৰাই আছে।

বংদৈ। কোৰ্ কোৰাই আছে যদি কেকোৰাহে ওলাব। দে উলিয়াই ;- মই আঁতৰোঁ।

চিকৰ্ পতি। এৰা, নাভৰিলে সি মোৰ বংদৈৰ ৰঙা গালতে চেপা মাৰি ধৰিব।

বংদৈ। ধৰে ধৰক, নাতৰোঁ যা।

চিকৰ্ পতি (বংদৈৰ গালুত আঙুলিৰে ধৰি)। তেন্তে এয়া ধৰিলে। (গান গায়)

বংদৈৰে গালখনি
লাহৰী সোণকণি,
মোৰহে হাতে জানে,
আনৰ হাতে নাজানেং॥

বংদৈ। বাঘে-খোৱা! তোৰ কাণখনকো মোৰ হাতেহে জানে। ওচৰ চাপি আহ, দুইবো ভালকৈ চিনাজনা হওক।

(চিকৰ্ পতিৰ কাণ মলে।)

চিকৰ্ পতি। আৰু মলা, আৰু মলা, বেছ লাগিছে! সুত লাগিছে! আঃ কি মিঠা! কি সোৱাদ! কি মৌ! ইয়াৰ পিছত?

বংদৈ। ইয়াৰ পিছত থিযকিল। কিন্তু সেইটো কাইলৈ হব। আজি বহাকিলৰহে পাল। বহ। আজি পৰমাণ বান্ধিছিলো। তাৰে এবাটি আনি দিওঁ খা।

চিকৰ্ পতি। ৰবাঁ, ৰবাঁ, অলপ বিমৰিষ কৰি চাওঁ। তোমাৰ কুলটো কি? মই হলে কলিতা মানুহ।

বংদৈ (চিকৰ্ পতিৰ পিঠিত ভুকু এটা মাৰি)। বাঘে-খোৱা! পাতত বহি কুলৰ বিচাৰ? তোৰ কুলটো যদি মোৰটোতকৈ ওখ, এই একে ভুকুতে তাক নমাই আনি মোৰ কুলেৰে সৈতে সমান কৰিলোঁ। এইখন হাতেৰেই কত ওখকুলীয়া বামুণ বিষয়াৰ ওখ কুল সমান কৰি পৰমাণ বান্ধি খুৱালোঁ তাৰ লেখ-জোখ নাই। এতিয়া তোৰ কুলটোকেহে বলে নোৱাৰিম বুলি ভাবিছ হবলা?

চিকৰ্ পতি। হওঁতে তোমাৰ হাতখনি যেনে ৰঙা, তাৰে ৰন্ধা পৰমাণ ৰঙা আৰু সোৱাদ নহৈ নোৱাৰে। এই হাতৰ ভুকুৰ পৰমাণেই মোৰ পিঠি গোটেইখন সুৱদি কৰিলে। মুখত সেই পৰমাণ পৰিলে মুখখন মৌকোঁহ হবই দেখিছোঁ। আনা, আনা, শীঘ্ৰে আনা। বেলি নকৰিবা।

(বংদৈয়ে এবাটি পৰমাণ আনি দিয়ে। চিকৰ্ পতিয়ে টকালি পাৰি খায়।)

ৰংদৈ। এতিয়া ক, এই সময়ত কিয় আহিলি ?

চিকৰ্‌পতি। মোৰ ৰংদৈৰ মুখ-চন্দ্ৰ চাবলৈ।

ৰংদৈ। আকৌ দুষ্টালি—আকৌ চুপতি ? আৰু এভুকু লাগে নেকি ?

চিকৰ্‌পতি। পালে লাগে। মুখেৰে পৰমাণ খাওঁতে সিফালে পিঠিৰ সোৱাদ উভি গল। আৰু এভুকু দিবলৈ আইগা হওক।

ৰংদৈ। হৈছে আইগা। ন তেন্তে।

(এভুকু মাৰে।)

চিকৰ্‌পতি। আহা। টোফা। টোফা। সোৱাদ। সোৱাদ। মিঠা। মিঠা। মৌ। মৌ। আকৌ এভুকু।

ৰংদৈ। গুচ বাঘে-খোৱা। তোৰে সৈতে আৰু মই চুপতি মাৰি থাকিব নোৱাৰোঁ। কি বতৰা ক।

চিকৰ্‌পতি। তেনেহলে মোৰ ৰংদৈ হাৰিল। বাৰু তেন্তে শুনা এতিয়া কওঁ,—বতৰা ডাঙৰ-টোৰেই। সেই বাবেহে তোমাৰ ওচৰলৈ আহিছোঁ। ৰজাই আজি মোৰ ইন্‌টাহান লব খুজিছে। তেখেতে কৈছে; তেখেতৰ হাতৰ চিৰীআঙঠিটো যদি আজি ৰাতি মই চুৰ কৰি আনিব পাৰোঁ, তেহে হেনো তেখেতে মোক ৰৰচোৰৰ খিতাপখন দিব নহলে মোক ৰৰকাছু কৰিব। মই আজি ৰাতিয়েই চিৰীআঙঠি চুৰ কৰিম বুলি কৈ আহিছোঁ। এতিয়া তুমি মোক সহায় কৰিব লাগে। তোমাৰ সহায় নাপালে টান হব। তুমি মোক কোৱাচোন, ৰজাই শোৱনিঘৰত কেনেকৈ শোৱে ?

ৰংদৈ। চকু মুদি দীঘল দি খোবাং জুৰি শোৱে।

চিকৰ্‌পতি। সেইটো জানো। শুবলৈ গলে তেনে নকৰিলে নচলেই, তেহেলৈ ৰজাই হওক বা প্ৰজাই হওক। মই সুধিছোঁ, যাদৈ কোন ফালে আৰু সৰ্গদেৱ কোন ফালে শোৱে ? আৰু ৰজাৰ আঠুৱা কেনেকৈ তৰা হয় ?

ৰংদৈ। অ' এই কথা। সৰ্গদেৱ সোঁফালে, আৰু যাদৈ বাঁওফালে শোৱে। আঠুৱাখন গাৰ ওপৰত তৰে আৰু তাৰ তলত দুয়ো গুই নাক ডকায়।

চিকৰ্‌পতি। মোৰ ৰংদৈয়ে কথাত বুং নিদিয়াকৈ নকয়েই। মই সুধিছোঁ, আঠুৱা দাঙিলে গম পাব নে ?

ৰংদৈ। পাবতো। আঠুৱাৰ চালৰ ওপৰত এখন কাঁহীত একাঁহী পানী থৈ দিয়া হয়। আঠুৱা লৰিলেই কাঁহী লৰি ৰজাৰ গাত পানী পৰিব আৰু পৰিলেই ৰজাই সাৰ পাব।

চিকৰ্‌পতি। বুজিলোঁ। আৰু মোক একো নালাগে। এতিয়া বাঙলী ৰংদৈ ভোগালী ভোগদৈ। তোমাৰ নিজৰ কথা কোৱা। তুমি কেনে আছা ?

ৰংদৈ। নকওঁ।

চিকৰ্‌পতি। কিয় নোকোৱা ? এইটো খং নেকি ?

ৰংদৈ। খঙৰ পেহাক।

চিকৰ্‌পতি। পেহীয়েক কলৈ গল ?

ৰংদৈ। মাকৰ ঘৰত বিহু খাবলৈ।

চিকৰ্‌পতি। কেতিয়া উভতি আহিব ?

ৰংদৈ। বাট-পদূলি শুকালে।

চিকৰ্‌পতি। বাট-পদূলি কেতিয়া শুকাব ?

ৰংদৈ। মোক দিওঁ বুলি আজিলৈকে নিদি টুটুৱাই থকা কাণৰ লোকাপাৰযোৰ দিলে।

চিকৰ্‌পতি। অ' এই কথা। তেনেহলে চোতাল এঘৰ মচিবৰ দিহা কৰা। কাইলৈকে তোমাৰ চিৰীমতী লোকাপাৰযুৰি আহি ওলাবহি।

ৰংদৈ (মিচিকিয়াই হাঁহি মাৰি আদৰ কৰি)। অ' মোৰ চিকৰ্‌পতি, চকৰপতি, সোণমণি, সোণকণি গুম্লিমাণ, ধনমণি, কোটমণি, পোৱালমণি, আন কি মৰাগুটীয়া মণি!

চিকৰ্‌পতি। যচ। এতিয়া চিকৰপতি বহুৎ ধনী। আজিলৈ যাওঁহে। কাইলৈ লোকাপাৰৰে সৈতে চিকৰ্‌পতিৰ পুনৰ প্ৰবেশ হব।

[প্ৰস্থান।]

---

## ষষ্ঠ দৰ্শন

### ৰজাৰ হাউলিৰ সিংহদুৱাৰ

(মথুৰাপাগ মাৰি, ৰৰচুৰিয়া, এঙাচোলা, নংকেৰু, গামখাৰু পিন্ধি চিকৰপতিৰ প্ৰবেশ। লগত চিকৰ্‌-পতিৰ বাপেকৰ কান্ধত চাকুলীভাৰ।)

দুৱৰী (চিকৰ্‌পতিক ৰজাৰ কোনোবা কুটুম ডাঙৰ লোক ভাবি ত্ৰস্তভাবে হাতযোৰকৈ)।

ভাণ্ডৰীয়া। আহক। ৰজাক এতিয়া তামুলী চ'ৰাত পাব। সোনকালে যাওক। আৰু অলপ পলম হোৱাহেঁতেন কিজানি আজি লগকে ধৰিব নোৱাৰিলেহেঁতেন। ৰজা শুৱলৈ উঠি যাবৰ হৈছেহি।

(চিকৰ্‌পতিয়ে দুৱৰীৰ ফালে চাই, শলাগ দেখুৱাই দুৱৰীৰ হাতত এটকা ৰূপ দি, চাকুলীভাৱেৰে সৈতে হাউলিৰ ভিতৰলৈ সোমায় আৰু এঠাইত আঁতৰত এন্ধাৰত গছ এজোপাৰ তলত চাকুলীভাৱ থৈ সাজকাপোৰ সলাই, ক'লা কাপোৰ পিন্ধি, সিন্ধিখনা চিপ্‌ৰাং আৰু নল এডাল হাতত লৈ ৰজাৰ শোৱনিঘৰৰ ফালে যায়। বাপেকে গছৰ তলতে এন্ধাৰত চাকুলীভাৱেৰে সৈতে থাকে।)

*　*　*

(চিকৰ্‌পতি সেই গছৰ তললৈ উভতি আহে।)

চিকৰ্‌পতিৰ বাপেক (চিকৰ্‌পতিক)। বোপাই! হল নে কাৰ্য্যসিদ্ধি ?

চিকৰ্‌পতি। হল পিতাই। সিন্ধিটো খানি ঘৰৰ ভিতৰলৈ সোমাই গৈ, নলডালেৰে কাঁহীৰ পানীবোৰ শুহি খাই থলোঁ। তাৰ পিছত আঠুৱা দাঙি লাহেকৈ ৰজাৰ আঙুলিৰ পৰা চিৰীআঙঠিটো সোলোকাই আনিলো। এইটো চা। (আঙঠি দেখুৱায়।) দে এতিয়া সাজকাপোৰসোপা, আগৰ দৰে পিন্ধি ওলাই যাওঁহক। তই তোৰ ভাৰখন লৈ আগৰ দৰেই মোৰ পাছে পাছে আহি থাক।

[চিকৰ্‌পতি বাপেকেৰে সৈতে আগৰদৰেই হাউলিৰ পৰা ওলাই যায়।]

---

## সপ্তম দৰ্শন

### ৰজাৰ তামুলীচ'ৰা
(ৰজা আৰু চিকৰ্‌পতি।)

ৰজা। ধইন! ধইন চিকৰ্‌পতি! তই ধইন। তোক মই শলাগিলোঁ। তই ঠিক ৰৰচোৰৰ খিতাপ পাবৰ যোগ্য। মই ইমান সাৱধান হৈও একো গম নেপালোঁ। তই যেনে বুধি কৰি মোৰ হাউলিত সোমাই, সিন্ধি খানি ঘৰৰ ভিতৰত সোমাই নলেৰে আঠুৱাৰ ওপৰৰ কাঁহীৰ পানী খাই, আঠুৱা দাঙি মোৰ আঙুলিৰ পৰা চিৰীআঙঠিটো নিলি, মই তোৰ মুখে শুনি অবাক হৈছোঁ। তোৰ নিশ্চয় বাহাদুৰী আছে।

চিকৰ্‌পতি। সৰ্গদেৱৰ চৰণৰ ধূলিৰ বলতহে মাথোন। মোৰ কি যহ আছে ?

ৰজা। শুন চিকৰ্‌পতি! মই তোক এটা কথাৰ ভৰসা কৰিব খুজিছোঁ। মোৰ ছোৱালীজনী বিয়া দিবৰ হল। আজিলৈকে এটা ভাল ৰাজকোঁৱৰ নেপালোঁ। বিয়া কৰাওঁতা বহুত ওলায়, কিন্তু মোৰ আইদেৱৰ যোগ্য কাকো নেদেখোঁ। তই কিবা এটা বুধি কৰি মোক ভাল ৰজাৰ লৰা এটি আনি দিব পাৰিবি নে ? যদি পাৰ, বৰ কথা হয়। তই মোৰ এই কাৰ্য্য সিদ্ধি কৰি দিব পাৰিলে, তোক মই ভালকৈ বঁটা পিন্ধাম। তোৰ গোঁফত সোণৰ বৰৈ আঁৰি দিম।

চিকৰ্‌পতি (আঁঠু লৈ)। সৰ্গদেৱৰ চৰণৰ ধূলিৰ পৰ্সাসত বন্দীয়ে আনি দিম। তিনি মাহৰ ভিতৰতে বন্দীয়ে আইদেওৰ বাবে সোণৰ সোলেং যেন ৰজাৰ কোঁৱৰ এটি আনি সৰ্গদেৱৰ আগত দি, সৰ্গদেৱৰ পৰা বৰ্‌চি লম। ভাটীৰ ডিঙানগৰৰ ৰজাটিৰ বয়স কম আৰু বৰ শুৱনি, ভাল বুলি শুনিছোঁ। এতিয়ালৈকে তেওঁ হেনো বিয়াবাৰ'ও কৰোৱা নাই। তেৱেঁই আমাৰ আইদেৱৰ যুইগ দৰা হব। সৰ্গদেৱে মোক ৰবকলি, সকলকলি এই নাও দুখন সজাই দি বয়-বস্তু মানুহ-দুনুহেৰে তমকাৰ কৰি দিয়ক। মই ভটীয়াই যাওঁ। তিনিমাহলৈ আৰু সৰ্গদেৱে বন্দীৰ ভু নলব।

ৰজা। ভাল কথা। মই আজিয়েই দুইখন নাও সজাই দিয়াম। কাইলৈ তই ভটীয়াই যাবলৈ ওলাবি।

চিকৰ্‌পতি। মোৰ সৰ্গদেৱ আৰু এটি বস্তু লাগিব। ভাণ্ডাৰকৈ লোৰ ডিঙৰা এটা সজাই দিয়ক।

ৰজা। বাৰু, আজিৰ ভিতৰতে মই সজাই দিয়াম।

চিকৰ্‌পতি। সৰ্গদেৱে বন্দীক এতিয়া বিদায় দিয়ক। কাইলৈ আবেলিকৈ ঘাটত ৰবকলি, সকলকলি নাৱত বন্দী উঠিব।

[প্ৰস্থান।]

---

## অষ্টম দৰ্শন

ডিঙ্গানগৰৰ বজাৰ ঘাট

(চিকৰ্‌পতিয়ে ডাঙৰীয়া অহাদি আহি ঘাটত বৰকলি, সৰুকলি নাও বান্ধিছে। নিকৰ্‌পতি বৰচোৰৰ প্ৰবেশ।)

নিকৰ্‌পতি (চিকৰ্‌পতিক)। ডাঙৰীয়া! আপোনাসকল কৰ মানুহ? কলৈ যায়?

চিকৰ্‌পতি। আমি উজনিৰ চিকুণপুৰৰ পৰা আহিছোঁ। তীৰ্থ কৰিবলৈ যামহঁক। মই চিকুণপুৰৰ ৰজাৰ উজিৰ।

নিকৰ্‌পতি। এই ঘাটত আপুনি নাও বান্ধি ভাল নকৰিলে হবলা? ইয়াত বৰ অসুবিধা পাব। বিশেষতঃ এই ৰাজ্যত নিকৰ্‌পতি নামে বৰচোৰ এটা আছে। সি আপোনা-লোকৰ গম পালেই আজি ৰাতিয়েই আহি আপোনালোকৰ নাও দুখন লুটিপুটি লৈ গুচি যাবহি। আপুনি আৰু এটা পাক ভটীয়াই গৈ মোৰ ঘাটত নাও দুখন বান্ধিলে ভাল। আপোনালোক বিদেশী মানুহ। মিছাতে লটিঘটিত পৰিব দেখি মোৰ বেয়া লাগিছে। আৰু তাৰ ' উপৰি আপোনাসকলৰ লটিঘটি হলে আমাৰ দেশৰো অখ্যাতি হব। ৰজাই আমাৰ দেশৰ পৰা এই অঘাইটং চোৰটো নেগে-দায়ও আৰু বিদেশী মানুহ আমাৰ দেশলৈ আহিলে নগুৰ্নাগতিত পৰে। আপোনা-সকলে কিন্তু আজি ৰাতি বৰ সাৱধানে থাকিব লাগিব। অৱশ্যে মইও যি পাৰোঁ আপোনাসকলক সহায় কৰিম।

(নিকৰ্‌পতিৰ কথা পতিয়াই চিকৰ্‌পতিয়ে নাও ভটীয়াই লৈ গৈ নিকৰ্‌পতিৰ ঘাটত বান্ধে। নিকৰ্‌পতিও নাৱতে যায়।)

নিকৰ্‌পতি। আৰু এতিয়া ভয় নাই। আপোনাসকল পৰদেশী মানুহ, সেইদেখি মোৰ বৰ বেথা লাগিছে। মই আপোনাসকলৰ সকলো তদাৰকৰ ভাৰ ললোঁ আৰু ভয় নাই। এতিয়া বেলি ভালেখিনি হল। আপোনাসকলে চাউল সিজাবলৈ গলে বৰ পলম হব, ভোকত গা বহিব। সেই দেখি মই মোৰ ঘৰৰ পৰা দুখীৰ দুখী-অৱস্থাৰে অলপ জলপানপাতি আনি দিওঁ। তাকে চৰ্চুৰীয়াকৈ খাই জিৰাইশঁতাই লৈ লাহে-ধীৰে সিবেলাকৈ ভাত ৰান্ধিব।

(চিকৰপতিৰ প্ৰস্থান। কিছুমান বেলিৰ মূৰত নিকৰ্‌পতিয়ে তাৰ ঘৰৰ পৰা চিকৰ্‌-পতিক জলপান আনি দিয়ে আৰু চিকৰ্‌পতিৰে সতৰতাই মহামিত্ৰ হৈ পৰে।)

---

## নৱম দৰ্শন

নিকৰ্‌পতিৰ ঘাট। ৰাতি দুপৰ

(চিকৰ্‌পতি বৰকলি নাৱৰ ধাপত নিমাত হৈ বহি আছে। নিকৰ্‌পতিয়ে লগত গোটাচেৰেক মানুহ লৈ আহি সৰুকলি নাৱৰ নাৱৰীয়াইঁতক হাত-ভৰি বান্ধি পেলাই থৈ বস্তবোৰ লুটি ভাৰ বান্ধি লৈ গৈছে।)

চিকৰ্‌পতি (মনে মনে)। অ' এইটোৱেই নিকৰ্‌পতি বৰচোৰ। এতিয়াহে বুজিলোঁ। চোৰকে মোৰে পালে। চিকৰ্‌পতিৰ ওপৰতে ই টেকা মাৰিলে। ভাল, ভাল, ৰেছ, ৰেছ,। বাৰু দেখাই যাওক, কাৰ বুধি কিমান দীঘল?

(চিকৰ্‌পতিয়ে লৰালৰিকৈ ভেশচন কৰি নিকৰ্‌পতিৰ নিচিনা হৈ লগত গোটা-চেৰেক নাৱৰীয়া লৈ ইয়াৰ কিছু পিছতে নিকৰ্‌পতিৰ ঘৰৰ ফালে যায়।)

---

## দশম দৰ্শন

নিকৰ্‌পতিৰ ঘৰ। ৰাতি তিনিপৰীয়া।

চিকৰ্‌পতি (বাহিৰৰ পৰা)। শুনিছ নে? বেগেতে দুৱাৰ মেলি দে।

(নিকৰ্‌পতিৰ ঘৈণীয়েক উঠি আহি হাতত চাকি এটা লৈ দুৱাৰ মেলি দিয়ে।)

নিকৰ্‌পতিৰ ঘৈণীয়েক। এতিয়াই গৈছিলা। আকৌ এতিয়াই আহিলা দেখোন। কি হল?

চিকৰ্‌পতি। মই শুনি লৰালৰিকৈ আহিলোঁ,— সেই নাৱৰ গৰাকীয়ে তেওঁৰ নাওখন মই লুটিপুটি অনাটো কেনেবাকৈ জানি,

পুৰাই ৰজাৰ আগত মোৰ নামে গোচৰ দিবলৈ ঠিক কৰিছে। ৰজাৰ কোটোৱালে আমাৰ ঘৰত সেই বস্তুবোৰ বিচাৰি পালে সেইবোৰ যে নিবই, আমাৰবোৰো নিব আৰু মোকতো হাতকেৰেযা দি ধৰি লৈ যাবই। সেইদেখি সেই বস্তুবোৰ আৰু আমাৰবোৰও লৰালৰিকৈ উলিয়াই দে। এটাইবোৰ লৈ গৈ আন এঠাইত লুকাই থওঁগৈ। দে, বেলি নকৰিবি। বেগেতে উলিয়াই দে।

(নিকৰ্পতিৰ ঘৈণীয়েকে এটাইবোৰ বস্তু উলিয়াই দিয়ে আৰু চিকৰ্পতিয়ে সেইবোৰ লগৰ মানুহকেইটাৰ কান্ধত ভাৰ বান্ধি দি নিজৰ নাৱৰ ফালে লৈ আহে।)

[নিকৰপতিৰ প্ৰবেশ।]

নিকৰ্পতি (বাহিৰৰ পৰা)। শুনিছ নে বোলোঁ? দুৱাৰখন মেলি দে।

ঘৈণীয়েক। আজি তোমাৰ হৈছে কি? আকৌ থিতাতে ওলালাহি দেখোন? বস্তুবোৰ ভালকৈ লুকাই থোৱা হল নে?

নিকৰ্পতি। কি বস্তুবোৰ অ'?

ঘৈণীয়েক। এতিয়াই যে সেই চুৰ কৰি অনা বস্তুবোৰ আৰু আমাৰ নিজৰবোৰও তুমি আন ঠাইত লুকাই থবলৈ লৈ গৈছিলা।

নিকৰ্পতি। হেৰ কি কয় অ' এইজনীয়ে? মই কেতিয়া আহি বস্তুবোৰ লৈ গলোঁহি?

ঘৈণীয়েক। কেতিয়া লৈ গলাহি? এতিয়াই লৈ গৈছিলা। ভিতৰ সোমাই মোচোৰাহি কিয়? ঘৰত কুটা এগছো নাই।

(নিকৰ্পতি ঘৰৰ ভিতৰলৈ সোমাই গৈ ঘৰ উদং দেখি মূৰে-কপালে হাত দি বহে।)

নিকৰ্পতি। হেৰ বুজিলোঁ। যি হবলগীয়া হল। চোৰক মোৰে পালে—এই চোৰে নিকৰপতিৰে কাণ কাটিলে। এই চোৰ মোতকৈও ৰব।

---

## একাদশ দৰ্শন

ৰাতিপুৱা। নিকৰপতিৰ ঘাট

(চিকৰ্পতি ববকলি নাৱৰ কুম্ভিত নিকৰ্পতিৰ প্ৰবেশ।)

নিকৰ্পতি (চিকৰ্পতিক)। ককাই! তুমি কোন কোৱাঁ? তুমি মোৰ কাণ কাটিলা। তুমি মোতকৈও ডাঙৰ চোৰ। তুমি নিচয় ভেশচন কৰি আহিছা।

চিকৰ্পতি। মোৰ নামটো শুনিব খুজিছা যদি শুনা, কওঁ। মোকে বোলে উজনিৰ চিকুণপুৰৰ ঘৰচোৰ চিকৰ্পতি। মই এটা বৰ সকামতহে ইয়ালৈকে আহিছোঁ। তোমাক পালোঁ ভালেই হল, মোৰ কাৰ্য্য সিদ্ধি হব। তুমি মোৰ মহামিত্ৰ। তোমাৰ বস্তুবোৰ সেই মোৰ সৰুকলি নাৱতে থৈছোঁ। লৈ যোৱাগৈ।

নিকৰ্পতি। বান্ধ! মই তোমাৰ হকে কি কৰিব লাগে কোৱাঁ, সকলো কৰিম। আজিৰ পৰা তুমি মোৰ বুকুৰ-বান্ধ হলা। দেহেকেহে মোক তুমি বান্ধ বুলি জানিবা।

চিকৰ্পতি। তেন্তে শুনা কওঁ,—আমাৰ ৰজাৰ এটা দীপশিখা কইনা আছে। কইনাটি বিয়া দিবৰ হল, কিন্তু ৰজাই বিচাৰি ভাল দৰা পোৱা নাই। সেইদেখি মোক ভাৰসা কৰি পঠিয়াই দিলে, যাতে ভাল দৰা-লৰা এটি বিচাৰি ধৰি লৈ যাব পাৰোঁ। তোমালোকৰ ৰজাটি কোমলবয়সীয়া আৰু শুৱনি বুলি মই শুনি তেওঁক লৈ গৈ আমাৰ ৰজাৰ জীয়েকেৰে বিয়া দিব খুজিছোঁ। কিন্তু বান্ধ! তোমাৰ সহায় নহলে মই অকলৈ এই কাম কৰিব নোৱাৰিম। তুমি এতিয়া মোক কি বুধি দিয়া? তোমাতেহে মোৰ সৰ্ব্বভাৰসা।

নিকৰ্পতি (অলপ পৰ ভাবি)। বান্ধ! এটা বুধি আছে। সেই বুধি কৰিলে আমাৰ ৰজাক তুমি ধৰি লৈ যাব পাৰিবা। আমাৰ ৰজাই দুপৰীয়া ভাত খাবৰ সময়ত তেওঁৰ গাৰ ৰাজ-অলঙ্কাৰপাতি, মূৰৰ মুকুট খহাই, সাজকাপোৰ সোলোকাই থৈ ভাত খাবলৈ যায়। সেই চেগতে যদি তুমি সেই ৰাজঅলঙ্কাৰ, সাজকাপোৰ, আৰু মূৰৰ মুকুট পিন্ধি ৰজাৰ সিংহাসনত বহিব পাৰা, তেন্তে তুমি ৰজা হৈ হুকুম দি তেতিয়াই ৰজাক বন্দী কৰি ধৰি লৈ যাব পাৰিবা।

চিকৰ্পতি। ঠিক বুধি ওলাইছে। আজি দুপৰীয়াই সেই বুধিকে কৰি কাৰ্য্য সিদ্ধি কৰিব লাগিব।

নিকৰ্পতি। তেন্তে তুমি আজি দুপৰীয়া ৰজাৰ তামুলীচৰাৰ দুৱাৰচুকত লুকাই থাকিবা। মইও থাকিম। চেপ বুজি মই ঠাৰ দিলেই, তুমি ওভালিকে সেই কাম কৰিবা। এতিয়া মই যাওঁহে। দুপৰীয়াকে তাত নিশ্চয় আমাৰ দুইকো দেখা হব। [প্ৰস্থান।]

---

## দ্বাদশ দৰ্শন

ডিঙানগৰৰ ৰজাৰ ৰৰচ'ৰা

(চিকৰ্‌পতি ৰাজঅলঙ্কাৰ আভৰণ আৰু কিৰীটি পিন্ধি সিংহাসনত।)

চিকৰ্‌পতি (প্ৰচণ্ডভাৱে তৰোৱাল ঘূৰাই)। মোৰ পাত্ৰ-মন্ত্ৰী সভাসদসকল! তোমালোকে জানিবা, আজিৰ পৰা মই এই ডিঙা নগৰৰ ৰজা হলোঁ। আগৰ ৰজা ভাগিল। মোত বাজে আন কোনো ৰজা ইয়াত থাকিব নোৱাৰে। যি আছে, তাক এতিয়াই ধৰি আনি লোৰ ডিঙৰাত সুমাই, মোৰ ঘাটত থকা সৰুকলি, ৰৰকলি নাৱত ভৰাই দিব লাগে। এতিয়াই! এতিয়াই! এই কথাৰ অন্যথা হলে, কাৰো মূৰ নাথাকে। মন্ত্ৰী! এতিয়াই মোৰ হুকুমমতে কাম হব লাগে। (বেগেৰে তাৰোৱাল ঘূৰায়।)

(মন্ত্ৰী-পাত্ৰ সকলো বিচুত্তি।)

মন্ত্ৰী (ভেবাচেকা খাই, হাতযোৰ কৰি)। মহাৰাজ! মহাৰাজ! বন্দীয়ে এতিয়াই মহাৰাজৰ আদেশ পালন কৰিম। কটোৱাল! মহাৰাজৰ হুকুম মতে এতিয়াই কাৰ্য্য কৰ।

(পাত্ৰ-মন্ত্ৰী, সভাসদ, কটোৱাল সকলোৱে আগৰ ৰজাক বান্ধি আনি ৰৰকলি নাৱলৈ লৈ যায়। চিকৰ্‌পতিয়ে ৰাজঅলঙ্কাৰ ৰাজ-বেশ পৰিত্যাগ কৰি পাছে পাছে গৈ, ৰৰকলি নাৱলৈ আহি তেতিয়াই নাও মেলি দিয়ে।)

---

## ত্ৰয়োদশ দৰ্শন

চিকুণপুৰ ৰজাৰ ৰৰচ'ৰা

দূত (ৰজাৰ আগত আঁঠু লৈ)। স্বৰ্গদেৱ! চিকৰ্‌পতি ৰৰচোৰৰ ৰৰকলি, সৰুকলি নাও ঘাটত লাগিছেহি। আইদেৱলৈ দীপলিপ ৰজাৰ কোঁৱৰ, এটিও আনিছে।

ৰজা (ৰং পাই)। মন্ত্ৰী! তোমালোক সকলো সভাসদ, গায়ন-বায়ন ঢুলীয়া-খুলীয়াৰে সৈতে বাদ্যভণ্ড বজাই ঘাটলৈ যোৱা। মোৰ জোঁৱাইক নাৱৰ পৰা তুলি আগবঢ়াই লৈ আহাঁগৈ। শুনাই দিয়া—মোৰ ৰাজ্যত আজি সকলোৱে আনন্দ কৰক। কাইলৈ মোৰ আইদেউৰ বিয়া হব।

---

## চতুৰ্দ্দশ দৰ্শন

চিকুণপুৰৰ ৰজাৰ অন্তঃপুৰ

(ৰজাৰ নজোৱায়েক, পাটমাদৈ আইদেৱ আৰু ৰংদৈ লিগিৰী।)

পাটমাদৈ (জোঁৱায়েকৰ মুখত আৰু পিঠিত হাত ফুৰাই)। মোৰ বোপাইৰ গাত এইবোৰ লোৰ ডিঙৰাৰ সাঁচ বহিল। মোৰ বোপায়ে বৰ দুখ পালে দেহি!

ৰংদৈ। দুখ নকৰিলে জানো সুখ ভৰে? যতন নকৰিলে জানো ৰতন মিলে? দুখ নকৰা-হেঁতেন জোঁৱায়ে পূৰ্ণিমাৰ জোন যেন আমাৰ আইদেওক পালেহেঁতেন কেনেকৈ?

(আইদেৱে লাজত মুখ ঢাকে।)

জোঁৱায়েক। সেইটো হয়। মোৰ ৰাজ্য ধন-সম্পত্তি যদিও সোপাই গ'ল, তথাপি মই পোৱা ৰতনৰ মোল তাতকৈ সৰহ।

(আইদেৱ উঠি পলাব খোজে। ৰংদৈয়ে আজুৰি ধৰি ৰখায়।)

ৰংদৈ। অৰ্থাৎ জোঁৱাই! তোমাক জানিবা গোৰ মাৰি গঙাত পেলোৱা হ'ল।

আইদেও। যা এইজনী। গুচ!

ৰংদৈ। মই কলৈ যাম? জী-জোঁৱাইক আগত লৈ মই ৰেহৰূপ চাই ৰং কৰিবলৈ আহিছোঁ। গুচি যাম কলৈ? বিয়াৰ দিনা লৰালৰি হ'ল দেখি মই হেঁপাহ পলুৱাই জোৰানাম আধাৰচেৰেক গাবলৈ নেপালোঁ। সেইদেখি এতিয়াই আধাৰ-চেৰেক গাওঁ,—

জয় নুইতৰ চপৰা।
জয় দৰাটো জপৰা॥

আইদেও। তই মনে মনে নেথাক নে?

জোঁৱাই। নেলাগে মনে মনে থাকিব। কি গাব খুজিছে গাওক। মোৰ শুনি ভালহে লাগিছে।

ৰংদৈ। জয় বহি ফটা কঁথা সিয়ে হে ৰাম।

আইদেও। তই এইবোৰ নাম গালে মই ঠিক কৈছোঁ, ইয়াৰ পৰা উঠি গুচি যাম।

ৰংদৈ। বাৰু এনে নাম নেগাওঁ দিয়া। ভাল নামকে গাওঁ—

ভুনীতে তলিচা,
বহিছে আইদেও,
শবাই লৈ মেলিছে চুলি হে ৰাম।

মহো আঙুলিয়ে,
বস্ত্ৰ অলিছে,
নেপুৰে ধৰিছে তুলি হে ৰাম ॥

সোণাৰিৰ শালতে,
দিনৌ টিকৌটিকায়,
আইদেওৰ হাতলৈ থাকু হে ৰাম ॥

চিন্তা নকৰিবা,
আমাৰে আইদেও,
হবাগৈ আলাসৰ লাৰু হে ৰাম ॥

কেলেই কুটিলা
চুমৈকৈ পচলা
লোকে বাটি ভৰাই খাব হে ৰাম ॥

কেলেই তুলিলা,
ৰূপহী আইদেওক,
লোকে মন কৰা থাব হে ৰাম ॥

আইদেও। হৈছে আৰু। মনে মনে থাক।

ৰংদৈ। অ' বুজিছোঁ। দবাৰ হৈও গাব লাগে।

তুলসীৰ মালা লৈ,
যি যজ্ঞোত বহিছে,
সেইজনা মইনাৰ স্বামী হে ৰাম ॥

ৰূপনো কি চাবা,
গুণনো কি চাবা,
সাক্ষাতে অন্তৰ্য্যামী হে ৰাম ॥

এতিয়া মোৰ কাণত লোকাপাৰ এযোৰ, ডিঙিত কৰ্দৈশিৰীয়া বিৰি, হাতত বাখৰপতোৱা খাৰু লাগে। নহলে মই হেঁপাহ পলুৱাই জোৰানাম গাব।

মাদৈ। বাৰু মই সেইবোৰ তোক দিম। আইদেৱে
বেয়া পায় বেতিয়া জোৰানাম নেগাবি।

ৰংদৈ। অকল মোকে দিলে নহব।

আইদেও। অ' বুজিছোঁ। চিকৰ্পতিকো দিব লাগিব।

(ৰংদৈয়ে অলপ লাজৰ ভাব দেখুৱায়।)

মাদৈ। তোৰ চিকৰ্পতিকতো বজাই ধন-বস্তুৰে পুতিলে। আৰু কি দিব লাগে? মুখখন বাকী আছিল। শুনিছো, গোঁফতো সোণৰ বৰৈ বাঁধি দিছে।

জোঁৱাৰেক। মই বজা হলে চিকৰপতিক মন্ত্ৰী পাতিম।

আইদেও। তেন্তেনো তোক আৰু কি লাগিছে?
তই মন্ত্ৰীয়নী হলিয়েই দেখোন।

ৰংদৈ। মই মন্ত্ৰীয়নী হলোঁ যদি স্ত্ৰী-জোঁৱাইক
এজোলোকা আশীৰ্ব্বাদকে দিওঁ:—

চন্দ্ৰও চিকুণ এ,
সূৰুযো চিকুণ এ,
চিকুণ সৰগৰে তৰা হে ৰাম ॥

সবাতকৈ চিকুণে,
আমাৰে আইদেও,
দবাৰ মন মুহিব পৰা হে ৰাম ॥

বাঁজীও নহবি,
খাৰীও নহবি,
হবি স্বামীসুৰাগিনী হে ৰাম ॥

সাতআয়তীয়ে,
গাঁঠিয়ন খুন্দিছে,
উৰুলি এজোলোকা দিয়ে হে ৰাম ॥

(উৰুলি দিয়ে।)

## আঁৰকাপোৰ

"লক্ষ্মীনাথৰ প্ৰাণৰ উন্মাদনা আছিল 'স্বদেশ-স্বজাতি। 'অ' মোৰ আপোনাৰ দেশ' আছিল তেওঁৰ জীৱনৰ সুৰ। আজন্ম এক ৰকম নিৰ্বাসিত হৈ থাকিও অসমৰ দৰে আন এখন 'এনেকুৱা দেশ বিচাৰি নেপালে। অসমৰ 'সুৱীয়া মাত' আন কাৰো কলকণ্ঠতো নুশুনিলে। গতিকে, লক্ষ্মীনাথে চিন্তন্ মনন্ ধ্যান-ধাৰণাৰ মাজত সদায় অসম মাতৃৰ মূৰ্ত্তিকেই বাহিৰে-ভিতৰে দেখি আছিল। স্বদেশ-স্বজাতিৰ ভাবত তন্ময় হৈ থকা লোকক পাৰিপাৰ্শ্বিক অৱস্থাই কোনো পৰিবৰ্ত্তন ঘটাব নোৱাৰে। তেওঁলোক যতেই নেথাকক, স্বদেশ-স্বজাতি গাৰ লগৰ ছাঁটো হৈ থাকিবই থাকিব। লক্ষ্মীনাথে প্ৰবন্ধুৱা জীৱনত তেওঁৰ প্ৰিয় অসমীয়া খাৰৰ আঞ্জা, কাহুদী-খাৰলিৰ জুতি জিভাৰে লবলৈ সহজে পোৱা নাছিল, কিন্তু তেওঁৰ কাণৰ মুখত সদায় পাই আছিল। কাজেই জিভাতকৈ তেওঁৰ প্ৰাণে পোৱা আস্বাদ আৰু অমৃতময় হোৱাৰ কথা। সকলোৰে বাগীকুঠাৰ মৰা অসমীয়া জাতিটোৰে যি যি ক্ষেত্ৰতে ৰণ দিবলগীয়া হৈছিল, লক্ষ্মী-নাথে তাতেই 'সব্যসাচী' হৈ ধণুৰ্ব্বাণ নিক্ষেপ কৰিছিল।"

বাগ্মীবৰ শ্ৰীনীলমণি ফুকন

# নাটৰ কুকি

॥ পাঁচখন নাটিকা ॥

প্ৰথম প্ৰকাশ
বেজবৰুৱা শতবাৰ্ষিকী উপলক্ষে
১৯৬৮ চন

সংকলন আৰু সম্পাদনা
অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
বামহাট —১

গদাধৰ ৰজা
বাৰেমতৰা
হ-য-ব-ৰ-ল
হেম্‌লেত
মঙলা

"লক্ষ্মীনাথ বেজবৰুৱাৰ জন্মতে বিশেষত্ব কিয়নো তেওঁ উপজি 'ভূমিস্থ' হোৱা নাই, জলস্থহে হৈছিল অৰ্থাৎ লক্ষ্মীনাথৰ পিতৃদেৱতা ৺দীননাথ বেজবৰুৱা মুনচুফ্ যেতিয়া নগাঁওৰ পৰা বদলি হৈ বৰপেটালৈ নৌযাত্ৰা কৰি আছে, তেতিয়া লুইতৰ বুকুত নাৱৰ গৰ্ভতে লক্ষ্মীনাথৰ জন্ম হয়। তাৰে লগৰীয়া আৰু এটা বিশেষত্ব এই যে, যদ্যাপি গোটেই কৰ্মজীৱন বেজবৰুৱা লক্ষ্মীনাথে জন্মভূমিৰ পৰা দূৰ-দূৰৈ আন প্ৰাদেশিক ভূমিত কটালে, তথাপি 'চৰণে জানে মৰণৰ ঠাই' এই নীতি অনুসৰি ৺লক্ষ্মীনাথে তেওঁৰ লুইতীয়া নশ্বৰ দেহা লুইতৰ বালিতে লয় পোৱালেহি।"

—পদ্মনাথ গোহাঞিবৰুৱা

# গদাধৰ ৰজা

: চ'ৰাঘৰীয়া ভাওনা :

(A Drawingroom Play)

॥ ভাওৰীয়া-ভাওৰীয়নী ॥

শ্ৰীমতী কমলা ॥ বয়স ১৮ বছৰ } শিমলুগুৰীয়া বৰুৱাৰ জীয়েক
শ্ৰীমতী বিমলা ॥ বয়স ১৬ বছৰ }
শ্ৰীগেন্ধেলা দাস ॥ এটা গাঁৱলীয়া মানুহ
শ্ৰীনঙলা ॥ শিমলুগুৰীয়া বৰুৱাৰ ঘৰৰ লগুৱা

॥ দৃশ্য ॥

শিমলুগুৰীয়া বৰুৱাৰ ঘৰৰ এখোঁটালি। তাঁতশাল। কমলাই তাঁতশালত বহি মুগাৰ বিহা এখন বৈছে। বিমলাই ওচৰতে বহি উলা-চেৰেকী লৈ সূতা উঘাৰলৈ কাৰবাৰ কৰিছে, কিন্তু উঘাৰ পৰা নাই উচ্‌পিচ্‌ উচ্‌পাচ্‌ কৰিব লাগিছে।

॥ সময় ॥

অগমৰ ৰাজপাটত ন'বা ৰজা। গদাপাণি পলোৱাৰ পিছত।

॥ সাজপাৰ ॥

কমলা আৰু বিমলাৰ গাত পাটৰ বিহা-মেখেলা; মূৰত নেমেৰি খোপা; কপালত চন্দনৰ ৰেখা আৰু সোণপখুৱাৰ ফোট।

গেন্ধেলাৰ আঁঠুমূৰীয়া চুৰিয়া; গাত হাত-কটা বুকুচোলা; ককালত তামোলৰ হাঁচটি; কাণত জাংফাইৰ কেৰু; ভাটি খুৰুৱা, মুখত গোঁফ আৰু এমোকোৰা তামোল; ওঁঠত বৈ যোৱা তামোলৰ ৰাং; হাতত ভলুকা বাঁহৰ লাখুটি; মূৰত উধনীয়া খোপা আৰু পাহকটা চুলি।

কমলা। বিমলা! তই দেখোন উঘাটো লৈ কিবা উচ্‌পিচাব লাগিছ! সূতা নুঘাৰ কিয়? তোৰ হৈছে কি?

বিমলা। হৈছে অনেক। বোলোঁ—তিকতো হৈ জনম ধৰাৰ কোনো—কোনো সকাম নাই। কিন্তু পাপৰ কলত আৰো গোসাঁয়ে আমাক তিকতাকৈ সৃজিলে কম নোৱাৰোঁ।

কমলা (মিচিকিয়াই হাঁহি)। এইখনী এটা বহুবা। বোলোঁ তিকতা নোহোৱাহেঁতেন তই-নো কি হাতী খোঁৱা মাৰিলিহেঁতেন— কচোন।

বিমলা। মাৰিলোঁহেতেন। বোলোঁ হাতী-খোঁৱাতকৈও ডাঙৰ মাৰিলোঁহেঁতেন। প্ৰথমতে সেই পাপিষ্ঠ নৰা ৰজাৰ মূৰটো কাটি আনি হেংদান-কুকুৰক দিলোহেঁতেন আৰু তাৰ [illegible]

চাকুৰকুৰা বালোঁহেঁতেন তাৰ পিছতহে মোৰ আন কথা ।

কমলা । আহা ! কি আমাৰ বীৰাঙ্গনাজনী! মোনোঁ। সূতা উষা, সূতা উষা । মুখৰ মহলা মাৰি নেথাকিবি ।

বিমলা । মুখৰ মহলা নহয় বাইদেও । সঁচাকৈ কৈছোঁ— মোৰ কথাৰ প্ৰমাণ অতি সোনকালে পাবা ।

কমলা । দেখ বিমলী । তই যিহকে-পায়-তিহকে এইদৰে বলকি নাথাকিবি । দেউতাই গদাধৰ ৰজাৰ ফলীয়া হৈ লুকাই ঘূৰি ঘূৰি ফুৰি যি লাগে কৰিবলৈ গৈছে । দেউতাৰ গতি-গোত্ৰ দেখি আমাৰ ঘৰক একেই বুঢ়াগোহাঁয়ে চোৰা কৰি আছে, চেলু পালেই আমাক সকলোটিকে তেওঁ সাৰৰি ধৰি পেলাব । তই আকৌ কটা ঘাত চেঙাতেল নিদিবি আইহে। তই তিৰুতা মানুহ, তিৰুতাৰ দৰে থাক ।

বিমলা । সেইদেখিয়েইতো কৈছোঁ— কোন গোসাঁইৰ শাওপাতত যে মই তিৰুতা হৈ জন্ম ধৰিলোঁ কব নোৱাৰোঁ । তুমি কিন্তু নিচয়কৈ জানিবা বাইদেও । মই আৰু মেখেলা পিন্ধি ঘৰৰ চুকত সোমাই বহি নেথাকোঁ । সতী জয়মতীৰ শাস্তিৰ শোধ তুলিম —মৰো জীওঁ-সো-আধি ।

কমলা । কেনেকৈ তুলিবি, শুনোচোন ।

বিমলা । মতাৰ সাজ পিন্ধি, ধনু-কাঁৰ হাতত লৈ । মই গদাধৰ ৰজাৰ লগ লাগি, পাপিষ্ঠ ল'ৰা ৰজাক মাৰি, ৰজাৰ যুইগ গদাধৰক ৰাজপাটত বহুৱাই দেশৰ হিত সাধিম ।

কমলা । আহা ! আমাৰ কি দেশ-উদ্ধাৰকজনী, চাওঁ মুখখন ।

বিমলা । আজিয়েই চাই লোৱাঁ । কাইলৈ কিজানি চাবলৈ নোপোৱাঁয়েই ।

কমলা । দেখ বিমলী । তই মূৰে-ডবি-কঢ়া ছোৱালী বুলি মই জানো । বোলোঁ দেউতা ঘৰত নাই । তই কিবা কাণ্ডকাণ্ড নকৰিবি মোৰ আইহে । মই কাবৌকৈ মাতিছোঁ ।

বিমলা । কাণ্ডকাণ্ড একো নাই, মই গদাধৰ ৰজাৰ ফলীয়া হৈ দেখাশুনাকৈ লাগিমেই লাগিম । মোৰ পৰা তেওঁৰ কি উপকাৰ হব পাৰে তাক মই কৰিমেই । দেউতাৰ বাটেই মোৰ বাট ।

কমলা । শুন বিমলী । দেউতাই যাবৰ সময়ত কৈ গৈছিল, গদাধৰ ৰজাই ভেশ্চন কৰি এই অঞ্চলেই কাষৰেপাজৰে ঘূৰি ফুৰিছে হেনো । এদিন হঠাৎ তেওঁ আমাৰ ঘৰতে ওলাবৰ খুব সম্ভৱ । ওলালে, আমি তেওঁক ভালকৈ আলহি-শুধিব লাগিব । এতেকে তই উধাতু খাই খপ্‌কৰে কোনো এটা কাম কৰিবলৈ নেযাবি । কব পানী কলৈ যায় চাচোন ।

[মঙলাৰ প্ৰবেশ ।]

মঙলা । আইচুদেউতা । কৰবাৰ পৰা গাঁৱলীয়া মানুহ এটা আহিছে । সি আপোনালোকেৰে সৈতে দেখা কৰিব খুজিছে । সি কিবা হেনো চিঠি এখন আনিছে ।

বিমলা (লাহে লাহে) । বাইদেও । সাৱধান হোৱা । ঠিক গদাধৰ ৰজাই ভেশ্চন কৰি আহিছে । আমি তেওঁক আজি আমাৰ সাধ্যমতে ভালকৈ আলহি শুধিব লাগিব । আমি তেওঁক অতি সাৱধানে ৰাখিব লাগিব, যাতে কোনো ত্ৰুটী নহয় আৰু আন কোনেও ফুটকে নাপায় ।

কমলা । হেৰ মঙলা । মানুহটো দেখিবলৈ কেনে ? কোন সেইটো ?

মঙলা । কোন সেইটো কেনেকৈ কম ? অ' সেইটোক দেখিবলৈ কেনে সুধিছে— সেই কেঁচামুৰাটোৰ কথা ? উধনীয়া চুলি আৰু আঁঠুমুৰীয়া চুৰিয়াৰে সেই হজুৱাটোৰ ৰূপৰ কথা সুধিছে ?— আইচু দেউতা । আপুনিও ভাল খাওক । একোছা গোফেৰে সৈতে, সিদিনা আমাৰ চকু-ছোৰা শিয়ালটো যেনে দেখিছিল, সেইটোও তেনে ।

বিমলা (কমলাৰ কাণে কাণে) । ঠিক বাইদেও । ঠিক ; গদাধৰ ৰজায়েই ভেশ্চন্ কৰি আহিছে । আমাৰ আজি মহাভাগ্য বুলিব লাগে । আৰু পলম কৰিবৰ সকাম নাই । বাইদেও। তেওঁক ভিতৰলৈ অনা যাওক ।

কমলা । মঙলা যা, মানুহজনক ইয়ালৈকে লৈ আহগৈ । [মঙলাৰ প্ৰস্থান ।]

মোৰো মনে ধৰিছে বিমল । সেইজন গদাধৰ ৰজাইহে । যা, ৰজাক বহিবলৈ বৰপীৰা এখন আনি দে । বেচেৰা কত পৰ্ব্বতে-পাষণ্ডে অনাইবনাই ফুৰি লঘোনে-ভোকে আইছে চাগৈ । ৰজাই খাবলৈ ভালকৈ জলপান এটাৰও দিহা কৰ ।

[গেন্ধেলা আৰু মঙলাৰ প্ৰবেশ । কমলা আৰু বিমলাই সসম্ভ্ৰমে উঠি বৰপীৰা এখন পাৰি দিয়ে। গেন্ধেলাই পীৰাত বহিবলৈ ইতস্ততঃ কৰে ।]

বিমলা । মঙলা । তই ইয়াৰ পৰা যা ।

[মঙলাৰ প্ৰস্থান ।]

স্বৰ্গদেও। আপুনি এই বৰপীৰাতে ভালকৈ বহক । আমি শিশুমতি তিৰুতা । আমাৰ দায়-দোষ নধৰিব ।

গেন্ধেলা (হাতযোৰকৈ)। আইচুদেউতাহঁত। মই হজুৰা কাঁৰী। আপোনাসকলৰ আগত মই বৰপীৰাত বহিব নাপাওঁ। মোক ক্ষমা কৰক ঈশ্বৰ। মই এই মাটিতে বহোঁ।

(গেন্ধেলা মাটিত বহে।)

বিমলা। সৰ্বনাশ, সৰ্বনাশ! কি কৰে সৰ্গদেও? আপোনাক আমি চিন পাইছোঁ। দেউতাই আমাক আপোনাৰ কথা ভালকৈ কৈ গৈছে। আমি আপোনাৰ দাসী। আমাৰ ওচৰত আপুনি কোনো সংশয় নকৰিব। আমাৰ টেটু আপোনাৰ নিমিত্তে সদায় আছে। ককাইদেও ফুৰিবলৈ ওলাই গৈছে, এতিয়াই উভতি আহিব। আমি ঘৰেঘৰোৱাহ সৰ্গদেৱৰ দাস দুলি আনিব।

গেন্ধেলা (স্বগত)। এইখন কি? মই কত পৰিলোঁহি? ইহঁতে এইখন কি কৰিব লাগিছে? এইটো শিমলুগুৰীয়া বৰুৱাৰ ঘৰ নহয় নে? মই কাৰ ঘৰত সোমালোঁহি? মোক খেতৰনীয়ে পালে নেকি? (ফুটাই) আইচুদেউতাহঁত। এইটো শিমলুগুৰীয়া বৰুৱাৰ ঘৰ নহয় নে?
বিমলা। হয় সৰ্গদেও।

গেন্ধেলা। তেন্তে তোমালোকে মোক এইখন কি ভেলেকী বাণ মাৰিব খুজিছাহঁক? মোক কি সৰ্গদেও পাতি পেংলাই কৰিছাহঁক? মই দুখীৰাম মেধিৰ পুতেক গেন্ধেলা বায়ন। সৰ্গদেও-ফৰ্গদেও একো নহওঁ।

কমলা (হাতযোৰকৈ)। সৰ্গদেও! আপুনি আমাৰ ওপৰত সন্দেহ নকৰিব। আমি দুইজনী শিমলুগুৰীয়া বৰুৱাৰে জীয়েক। আমাৰ ককাইদেউ এতিয়াই পাবহি। হওঁতে সৰ্গদেওৰ ওপৰত শত্ৰুৰ যেনে চকু, সৰ্গদেৱে এইদৰে ভেশছন্ কৰাটো খুব ভালেই হৈছে। সৰ্গদেৱে কৃপা কৰি আমাক আমাৰ দেউতাৰ বাতৰি কওকচোন।

গেন্ধেলা। শিমলুগুৰীয়া বৰুৱা দেউতাৰ বাতৰি মই ইয়াকে মাথোন জানো— তেখেতে কালি মোক বাটত পাই, আপোনালোকক দিবলৈ এই চিঠিখন মোৰ হাতত দিছিল।

(গেন্ধেলাই চুৰিয়াৰ খোচোনাত চিঠি বিচাৰে কিন্তু বিচাৰি নেপাই হাওহাওকৈ কান্দে।)

বিমলা। সৰ্গদেও! মনে মনে থাকক। মনে মনে থাকক!! চিঠি হেৰাল, হেৰাওক। আপুনি অসুখ অশাঁতি নকৰিব। আপুনিতো দেউতাক ভালে থকা দেখি আহিছে?

গেন্ধেলা। দেখি নাহিছোঁনো কি? ভাল নাথাকিলে তেখেতে মোক চিঠি দিবলৈ পালেহেঁতেন কেনেকৈ? (ফেকুৰি ফেকুৰি আপোনাআপুনি) খেতৰণীহঁতে বাণ মাৰি হাতৰ পৰা চিঠিখনো কেনেকাকৈ কাঢ়ি নিলে দেখিছোঁ। আইচুদেউতাহঁত! তোমালোকে বেয়ে হোৱাহঁক, মই খিৰাংকৈ কৈছোঁ, মই ৰজা-পৰ্জা একো নহওঁ। মই দুখীয়া হোজা মানুহ। মোক তোমালোকে পেংলাই নকৰিবাহঁক। (কপালত হাত দি) উস্ মোৰ মূৰ কামোৰণিয়ে ধৰিছে।

কমলা। বিমলী! তই যা। নবালবিকৈ সৰ্গদেওলৈ জলপান এটা যতনাই লৈ আহগৈ। হাবিয়ে-বননিয়ে ফুৰি দেহি সৰ্গদেও লালুকাল হৈ পৰিছে। আগেয়ে বিচনীখন মোক আনি দে। মই সৰ্গদেওক অলপ বিচোঁ।

(বিমলাই লৰি গৈ বিচনী এখন আনি কমলাক দি জলপান আনিবলৈ যায়। কমলাই গেন্ধেলাৰ মূৰত বিচনীৰ বা দিয়ে। অলপ পিছত বিমলাই গুৰ, পিঠাগুৰি আৰু পগোৰা গাখীৰেৰে জলপান এবাটি গেন্ধেলাৰ আগত দিয়েহি)

বিমলা (হাতযোৰকৈ)। সৰ্গদেও! আপুনি মাটিৰ পৰা উঠক। বৰপীৰাত বহি জলপানটো খাই অলপ সুস্থ হওক।

গেন্ধেলা (স্বগত)। ভোকতো লাগিছেই। তেহেলৈ যি হয় হওক, জলপানটোকে খাই লওঁ। খেতৰণীহঁতৰ আঁনবোৰ ধেমালিতকৈ এইটোৱেই ভাল হৈছেৰ দেখিছো।

(গেন্ধেলাই পিঠাগুৰি বাটি লৈ সানি সালোপ্ সালোপ্ কৰে খায় আৰু জুলীয়া পিঠাগুৰি গোঁফত লাগি গোঁফকোছা বগা হয়।)

বিমলা (কমলাৰ কাণে কাণে)। চোৱাঁ, পিঠাগুৰি খাওঁতেও কেনেকৈ সৰ্গদেৱে হজুৰাই খোৱাদি খাইছে। বাস্তৱিকতে এনে নিৰহনিপানীকৈ ভেশছন নকৰিলে চলিবই বা কেনেকৈ? চাৰিওফালে যি চোৰাংচোৱাৰ বিয়াদান।

কমলা। বিমলী! তই এলোটা পানী আৰু চৰিয়াটো লৈ আহগৈ। সৰ্গদেৱে মুখখন ধুই অলপ জিৰাওক।

গেন্ধেলা। মোক চৰিয়া নেলাগে মোৰ সোণা-মুৱা খেতৰণীহঁত। ক'ত পুখুৰী আছে মোক দেখুৱাই দিবলৈ কোৱাঁ। মই গৈ মুখখন ধুই আহোঁগৈ। কোনে সাতপুৰুষত নহল গাই, কৰীয়া লৈ খীৰাবলৈ যায়।" মোক চৰিয়া নেলাগে সোণাপাহীহঁত। এই তামোলৰ গামোচাৰেও আজিলৈ মুখখন মচি খব পাৰোঁ।

(গামোচাৰে হাত-মুখ মচে।)

কমলা। বিমলী! তই যা। চৰিয়া এটা আৰু পানী এলোটা আনগৈ, সৰ্গদেৱে মুখ ধোৱক।

[বিমলাৰ প্ৰস্থান।]

গেন্ধেলা। দিব খুজিছা যদি তামোল-ছালি এখনকে দিয়াঁহক তাৰেই মুহুদি কৰোঁ। হওঁতে মোৰ হাঁচতিটো তামোল-ছালি আছে।

কমলা। হেৰ বিমলী! তামোলৰ বটাটোও লৈ আহিবি। মই সৰ্গদেওক তামোল ঠুৰিয়াই দিম এতিয়াই। সৰ্গদেৱে আমাক এধানমান ক্ষমা কৰক। সৰ্গদেৱে গীত শুনিবলৈ ভাল পায় যদি বেটীয়ে গীতকে এটা গাই শুনাব খোজোঁ।

গেন্ধেলা। সৰ্গদেৱে শুনিবলৈ ভাল পাওক নেপাওক, এই ফাপৰে ধৰা শৰীলেৰে গেন্ধেলা গায়নে শুনিবলৈ নিচয় ভাল পায়। গাব খুজিছা যদি আমাৰ গুৰুজনে কৰা বৰগীত এটিকৈ গোৱাঁচোন। মোৰ গাৎ পৰা খেতৰ পলায় যদি পলাওক।

কমলা। (গীত)

"মোৰো পিয়া বিন কৈসে বহদি সজনি,
বহুত দিন পৰ নাহি আওৱ মেৰো।
নিশ দিন জাগত, নিদ নাহি আৱত,
পিয়াকো সন্দেশ কহি নাহি পাওৱে মেৰো।"

গেন্ধেলা। আইচুদেউতাৰ মাতটি হব সুৰীয়া। নহবই বা কিয়? কিন্তু কিবা বঙলা গীত গালে হবলা? মই মহামূৰুখে বুজিবকে নোৱাৰিলোঁ। গীতটিত সান্দহৰ কথা কৈছে, নহয় নে আইচুদেউতা? বৰ্ণীৰ পেটত পিঠাগুৰিসোপা পৰিছেহে মাথোন, তাৰ ওপৰতে সান্দহ এবাটি পৰিব লাগিলে ক'ত চম্ভালিব পাৰিম হবলা মোৰ ঈহপৰ? এই (নিজৰ গালে আঙুলিয়াই) ছালছিগাবো যে দুই-চাইটা বৰগীতৰ ওৰাকিপ নাই এনে নহয়। এই নিছলাকো গাঁৱৰ দহ-চাবিয়ে গেন্ধেলা গায়ন বুলি বৰসবাহত বৰমলা বৰচৰুটো আগবঢ়ায়, মোৰ আইচুদেউতা।

(গেন্ধেলা ৰাগ দি গীত ধৰে।)

"ৰামক গোসাঁই কৰোঁহো গোহাৰি।
ধৰহ হৃদি-পঙ্কজ ঠাম হামাৰি।"

(বাহিৰত হাইউৰুমি)

কমলা। সৰ্ব্বনাশ! সৰ্ব্বনাশ! বোধকৰোঁ সৰ্গদেও ইয়ালৈ অহাৰ গম ল'ৰা ৰজাৰ মানুহে কেনেবাকৈ পাই, সেয়া ধৰিবলৈ আহিছে।

[বিমলাৰ উধাতু খাই প্ৰবেশ।]

বিমলা। কি হব বাইদেও! আমি কি কৰিম? কলৈ যাম এতিয়া? সৰ্গদেওক কত লুকাম?

কমলা। সৰ্গদেও! উঠক, উঠক! সোনকালে উঠক! মোৰ এই তাঁতৰ পাটৰ তলতে লুকাওক!

গেন্ধেলা। আইচুদেউতাইঁতেনো-" ইমানখন খৰমুদৰ লগাইছে কেলেইনে? ইমানকৈ ভয়তে বা কঁপিছে কিয়? ৰজাৰ টেকেলা আহিল যদি আহিল। মোকনো টেকেলাই কিটো কৰিব? মই কাৰো একো অগৰ লগোৱা নাই। আনুকাই গুৰুজনে ৰচা গীত-পদ একাকি মাতিছিলো, তাতনো কাৰ কি অগৰ লাগিল? বোলোঁ মই নোৱাৰোঁ তাঁতৰ পাটৰ তলত সোমাব। তাত দেখৰ মানে টোকা-পকৰাখনৰ কামোৰ খাই মই মৰিব লোৱাৰোঁ। তেহেলৈ তোমালোকে ভালকে পোৱাহঁক বা বেয়াকে পোৱাহঁক।

বিমলা। সৰ্গদেও! আপোনাৰ বৰ সাহ আছে বুলি আমি জানোহক। তথাপি আমি অবলা বাই-ভনী দুইজনীয়ে হাতযোৰকৈ মাতিছোঁ— আপুনি এতিয়াই এই তাঁতৰ পাটৰ তলত সোমাই লুকাওক, লুকাওক, আৰু বেলি নকৰিব।

(বিমলাই গেন্ধেলাক হাতত ধৰি টানে।)

গেন্ধেলা। এইখন কি উৎপাত একা! মোক আজি কিহে পালে? মই গৰুৰে কিয় যে লোকৰ চিঠি বৈ আনিবলৈ গৈছিলোঁ! হে মোৰ গোসাঁই! আজি মোক তুমি কি দুৰ্গতি কৰিলা!

(অতি অনিচ্ছাপূৰ্ব্বক গেন্ধেলা তাঁতৰ পাটৰ তলত সোমাই লুকায়।)

কমলা। যা বিমলী! যা, লৰি যা। মোৰ এৰিয়াৰ বৰকাপোৰখন আনগৈ। সেইখনকে তাঁতৰ পাটৰ ওপৰত দি লৰালৰিকৈ সৰ্গদেওক ঢাকি থওঁ।

(বিমলাই লৰি এৰিয়াৰ বৰকাপোৰ আনে। কমলাই তাৰে গেন্ধেলাক ঢাকে।)

গেন্ধেলা (তাতঁৰ পাটৰ তলৰ পৰা)। আইচু, দেউতাইঁত! মই গাপ লাগি মৰিম এতিয়া। মোক এইদৰে গাপ দি নামাৰিবাহঁক! বোলোঁ দহোকুৰি— তোমালোকক মোৰ বধে ছুৱ! হেৰ বাইজসকল! কোন ক'ত আছহঁক আহহঁক ঔ! মোক আজি এই খেতৰণীহঁতে গাপ দি মাৰিব এতিয়া!

বিমলা। সৰ্গদেও! মনে মনে থাকক! মনে মনে থাকক! আমাৰ মূৰকে খায়— আমি চুলি ছিঙি কান্দবকৈ মাতিছোঁহঁক।

[মঙলাৰ লৰি প্ৰবেশ।]

হেৰ মঙলা! বাহিৰত কিমান মানুহ? কিমান বৰুৱাই আমাৰ ঘৰ বেৰা দি ধৰিছে?

মঙলা। কৰ বৰুৱা? কাৰ ঘৰবেৰা? আইচু-দেউতাইঁতে হজুৰাটোক ঘৰৰ ভিতৰত সুমাই লৈ কিবা ধেমালিখন পাতি আছে। এইবোৰ কথা ভাল নহয় কিন্তু। ডেকা দেউতাই আহি এইবোৰ শুনিলে আমাক সকলোটিকে বেয়া বুলিব, মই হলে কৈছোঁ।

কমলা। তেন্তে বাহিৰত সেয়া কিহৰ হাই?

মণ্ডলা। ভোলন শইকীয়াৰ ঘৰত দিনদুপৰতে এভিয়াই সেই বাতীয়া বোলা চোৰটো সোমাই, ভোলনৰ পানীখোৱা লোটা এটা চুৰ কৰি লৈ লৰ ধৰিছিল। তাকে ধৰিবলৈ গাঁৱৰ মানুহে হাইহইকৈ লৰিছিল। তাক ধৰিলে আৰু ধৰি কিলতে গুৰুলাগুৰুল কৰিব লাগিছে।

গেজেলা (তাঁতৰ পাটৰ তলৰ পৰা মূৰ উলিয়াই)। আইচুদেউতাহঁত! মই গেলেপা লাগিলোঁ। আৰু ইয়াত সোমাই থাকিব নোৱাৰোঁ। তেহেলৈ তোমালোকে মোক মাৰাই বা কাটাই।

(তাঁতৰ পাটৰ তলৰ পৰা ওলাই আহিব খোজে।)

মণ্ডলা (গেজেলাক)। হেৰ কটা! ওলাই আহ! আইচদেউতাহঁত! কিয় আপোনালোকে সেই হজুৰাটোক এইদৰে নগুৰ্নাগতি কৰিছে?

গেজেলা। মইনো কি কম, কি শুনিবা ককাই! নগুৰ্নাগতি বুলি নগুৰ্নাগতি? তেতিয়াৰে পৰা এওঁলোক দুয়োজনীয়ে গোট খাই মোক 'নকৰিবৰ চকৰি' কৰিব লাগিছে। মোক বজা পাতিছে, বৰপীৰাত বহুৱাইছে। অৱশ্যে জলপানটো হলে পেট ভৰাই জুৰালে। মিছা কথাবাৰ কম কিয়—বোলোঁ ককাই! এওঁলোকৰ ধেমালিৰ ভিতৰত সেইটোৱেইহে ভাল হৈছিল।

মণ্ডলা (গেজেলাৰ গোফকোছা পিঠাগুৰি লাগি বগা হৈ থকা দেখি হাঁহি)। সেইটো ধেমালিহে ভাল হৈছিল হয়, বোলোঁ তোৰ গোফকোছা পিঠাগুৰিত লেটিয়াই আৰু ভাল কৰি খৈছু বাপে-খোৱা!

গেজেলা। আইচুদেউতাহঁত! সেই হেৰোৱা চিঠিখন (হাত মেলি বিমলাক দিয়ে) মোৰ চুৰিয়াৰ খাঁওটো খোচোনাত আছিল আৰু মই সোঁটো খোচোনাত বিচাৰি হাবশাস্তি হৈ মৰিছিলো।

(কমলা আৰু বিমলা দুয়ো ব্যস্তভাৱে চিঠিখন পঢ়ে।)

"কল্যাণীয়াসু,

মই আমাৰ বজা গদাধৰ সৰ্ব্বদেৱৰ লগত। দুদিন-এদিনৰ ভিতৰতে আমি গুৱাহাটীৰ ফালে যাম-হঁক। তাত বৰফুকনৰ পৰা সহায় বিচৰা যাব। যদি পোৱা হয় তেন্তে অচিৰতে তোমালোকে আকৌ আমাক ইয়াত দেখিবলৈ পাবাহঁক। সকলো ঈশ্বৰৰ ওপৰত নিৰ্ভৰ। তোমালোক সাৱধানে থাকিবাহঁক। এই পত্ৰবাহকক এটা টকতীয়া দি বিদায় দিবাহঁক।

—ইতি

"তোমালোকৰ শুভাকাঙ্ক্ষী দেউতাৰ

[চিঠি পঢ়ি কমলা আৰু বিমলা দুয়ো দুয়োৰো মুখলৈ চাই লাজত বগা পৰে।] *

* বাঁহী: ৯ম বছৰ, ৩য় ৪ৰ্থ সংখ্যা (১৮৪০ শক)

## আঁৰকাপোৰ

# বাবেমতৰা

## ॥ তিনিঅঙ্কীয়া নাট ॥

### নাটৰ মানুহ

নৰনাথ হাজৰিকা—ইঞ্জিনীয়াৰ আৰু কণ্ট্ৰেক্টৰ। ধনী মানুহ।
গুণনাথ—নৰনাথ হাজৰিকাৰ তথাকথিত ভাগিনিয়েক।
সতীশ—বুদ্ধিজীৱী টেঙৰ বঙালী বাবু।
আন্দ—নৰনাথৰ উড়িয়া বেহেৰা। আনন্দৰ সংক্ষিপ্ত নাম।
মনবোধ—আন্দৰ পুতেক। বয়স ৮ বছৰ।
উচৃত—নৰনাথৰ ভাত-ৰান্ধনি। উড়িয়া লগুৱা উৎসৱৰ সংক্ষিপ্ত নাম।
বিলায়েৎ—নৰনাথৰ খান্‌চামা।
নুৰজাহান—বিলায়েতৰ জীয়েক। বয়স ৯ বছৰ।
জিতেন সেন—বঙালী এম-এ, বি-এল, উকিল।
বিদ্যাধৰ বৰুৱা—নৰনাথৰ অনেকদিনীয়া পুৰণি বন্ধু, আৰু একে দেশৰে মানুহ।

#### প্ৰথম অঙ্ক

স্থান—দিল্লী। এটা দুমহলীয়া ঘৰত।

কাল—ৰাতি আঠবজা

(নৰনাথ হাজৰিকাই ৰাতিৰ সাজ খোৱাৰ আগতে, শোৱা খোঁটালিৰ পালঙৰ ওপৰত পৰি আছে আন্দ লগুৱাই ভৰি পিটিকিছে। বিদ্যাধৰ বৰুৱা কাষতে চকী এখনত বহি আছে।)

নৰনাথ। তাৰ পিছত উচতুই কি কৰিলে?

আন্দ। বঙাচঙা পৰি সি আমাক কলে— "হজুৰে আজি মোৰ সৈতে বৰ দন্দ এখন কৰিলে। একো একো দিন হজুৰৰ মিজাজ এনেকুৱাই হৈ পৰে। কিয় কৰই নোৱাৰি।"

নৰনাথ। বোলোঁ মই তাৰে সৈতে দন্দহে কৰিলোঁ? তাক মাৰি তহিলং কৰি দিলোঁ। সি সেইটোৰ নাম দিলে দন্দ। তাৰ পিছত?

আন্দ। তাৰ পিছত উচৃতই বিলায়েতকো মাতি আনি আমাক দুইকো কলে যে জ্যোতিষী এটাই তাৰ হাত চাই গণিতা কৰি কৈছে বোলে এই মাহত তাৰ শনিৰ দশা। ফলত গুৰুৰ দৃষ্টি তাৰ প্ৰতি বক্ৰ। কি কৰিলে গুৰুৰ দৃষ্টি তাৰ ওপৰত পোন হব, সি জ্যোতিষীক সুধিলত, জ্যোতিষীয়ে তাক কলে যে সি মা কালীৰ মন্দিৰলৈ গৈ তাত কোমল বয়সীয়া পঠা ছাগলী এটা মা কালীৰ আগত বলি দিয়াই, ছাগলীটোৰ পিছপিৰা দুটা জ্যোতিষীক দিলে, জ্যোতিষীয়ে মন্ত্ৰ মাতি সেই দুটা শনি দেৱতাক দিব। তাৰ পিছৰ পৰা তাৰ গৰাকীয়ে অকল তাকেই নহয়, এটাই কেউটা লগুৱাকে দেখিব পৰা হব। পঠা এটা কিনিবলৈ সেইদেখি সি মোৰ পৰা আৰু বিলায়েতৰ পৰা একো টকাকৈ ধাৰ খুজিছিল। বিলায়েতে বোলে "মই মুছলমান। কালীৰ আগত পূজা দিলে, মোক মোৰ ভাই বেৰাদৰিয়ে বেজাত কৰিব, মই দিব নোৱাৰোঁ।" অন্তত উচৃতই তাক অনেক বুজাই-বৰাই ৰাজী কৰাই এটকা ধাৰ উলিয়ালে।

নৰনাথ। তই দিলি নে নাই?

আন্দ। মই এটকা দিলোঁ হজুৰ। সঁচাকৈয়ে যদি মা কালীয়ে হজুৰৰ মনটো আমি দুখীয়া চাকৰ-নাকৰৰ প্ৰতি প্ৰসনু কৰি ৰাখে, তেন্তে আৰু আমাৰ ভয় কি? তেতিয়া হজুৰৰ নাম লৈ আমি দিল্লী চহৰ গোটেইখন জিনি আহিম। হজুৰ ৰাজাধিৰাজ লোক। হজুৰৰ মনটো খুচী থাকিলে আমাৰ কালৈ ভয়?

নৰনাথ। সেইটো কোন জ্যোতিষী?

আন্দ। সিদিনা যে হজুৰৰ কাষলৈ আহি হজুৰৰ হাত-ভৰি চাইছিল, তেৱেঁই। বৰ ভাল জ্যোতিষী

হজুৰ। তেওঁ কৈছিল, হজুৰৰ ভৰিৰ তলুৱাত হেনো ভাল ভাল লক্ষণ আছে। কিবা হেনো অঙ্কুশ, ধ্বজ আৰু যৱৰ চাঁচ আছে। তাৰ ফলত হজুৰ এদিন নিশ্চয় ৰজা হব।

নৰনাথ। বাৰু, তাক আকৌ এদিন মোৰ কাষলৈ মাতি আনিবিচোন। মোৰ সোঁৱৰণীখন ভালকৈ চোৱাই লম। বিদ্যাধৰ বোপা। ইহঁতৰ কথাখন শুনিছা? ইহঁতে মোক লুটিপুটি খাবলৈ এনেবোৰ সদায় পাতি থাকে। মই যে নুবুজোঁ এনে নহয়। কিন্তু বুজিও নুবুজাৰ ভাও ধৰি মজা চাওঁ। ইহঁতে ভাবে মই 'ফুল্'। যি হওক, কিন্তু কথাবোৰ গোটেই মিছা নহয়। সিদিনা মই লুধিয়ানালৈ যাওঁতে তাতো জ্যোতিষী এটাই মোৰ ভৰিৰ তলুৱাখন চাই, তাত ধ্বজ, অঙ্কুশ আৰু যৱৰ চিন থকাৰ কথা কৈছিল।

বিদ্যাধৰ (মিচিকিয়াই হাঁহি)। মই কওঁ এইটো সুখবৰ। আপুনি খোজ নাকাঢ়েই। তথাপি কাঢ়িব লাগিলে, ভৰিৰ তলুৱাখনত বৰকৈ ভৰ নিদিব। হেঁচা পৰি চিন কেইটা মচ খাব পাৰে।

[উচৃতৰ প্ৰবেশ।]

উচত। হজুৰ। যোৰহাট টেকেলুইৰ পৰা বাবু এজন আহি, তেওঁৰ বাকচ বিছনা গাড়ী এখনৰ পৰা নমাই ইয়াতে উঠিল। তেওঁ কৈছে, তেওঁ হেনো হজুৰৰ ভাগিন। হজুৰেৰে সৈতে এতিয়াই দেখা কৰিব খুজিছে।

নৰনাথ। মোৰ ভাগিন। কৰ যোৰহাট টেকেলুইৰ পৰা মোৰ ভাগিন ওলালহি অ'? বাৰু তেওঁক মোৰ ওচৰলৈ লৈ আহ।

[গুণনাথৰ প্ৰবেশ।]

গুণনাথ (সাষ্টাঙ্গে সেৱা কৰি)। মোমাইদেও! আয়ে মোক নেৰানেপেৰাকৈ খটিয়াই খটিয়াই আপোনাৰ ওচৰলৈ পঠিয়াই দিলে। আয়ে বোলে "যা তই তোৰ মোমায়েৰৰ ওচৰলৈ যা। ইমানটো ডাঙৰ হলি, আজিলৈকে তোৰ মোমায়েৰে তোক দেখিলে। সদায় আঁতৰত থাকি থাকি তেওঁ তেওঁৰ বিচিত্ৰী বাইদেৱকলৈ পাহৰিলে। সৰুতেখৰত দুয়ো একেলগে উমলি ডাঙৰ-দীঘল হৈছিলোঁহঁক। এতিয়া মই দুখীয়া হলোঁ, তেওঁ বৰলোক। আমাক কিজানি নিচিনিবই। তথাপি তই যা, কথা-বতৰা শুনিলে কিজানি মনত পৰেই।" (চকুৰ পানী টোকে।)

নৰনাথ। উঠ, উঠ, সেই চকীখনতে বহ। মোৰ বাইদেউৰ নাম কি বুলিলি? বিচিত্ৰী? সৰুতে মই ঘৰ এৰি গুচি আহিলোঁ। আজি চল্লিছ বছৰৰ আগৰ কথা। পাহৰি গলোঁ। যা, হাত-ভৰি ধুই জিৰাগৈ। তাৰ পিছত তোৰে সৈতে ভালকৈ কথাবাৰ্ত্তা পাতিম। হেৰ উচৃত।

[উচৃতৰ প্ৰবেশ।]

এই ন বাবুৱে ইয়াতে ভাত খাব। তেওঁক থাকিবলৈ সেইফালৰ খোঁটালি এটাত সকলো ঠিক কৰি দে। (গুণনাথক) যা, তই তাৰ লগতে যা। মুখ-হাত ধুই কাপোৰকানি সলাগৈ।

উচৃত।—আসন্ত বাবু!

[উচৃতৰ প্ৰস্থান আৰু পাছে পাছে গুণনাথৰ প্ৰস্থান।]

নৰনাথ (বিদ্যাধৰক)। যোৰহাটৰ টোকোলাইৰ কাষত আমাৰ পুৰণি ঘৰ এখন আছিল হয়। মোৰ বাইদেও এজনী থকাও মনত পৰিছে। কিন্তু তেওঁৰ নাম যে বিচিত্ৰী সেইটো মোৰ মনত পৰা নাই। ইমান দিনৰ কথা মনতে বা থাকে কেনেকৈ? আজি চল্লিছ বছৰৰ আগৰ কথা। বোলোঁ বিদ্যাধৰ বোপা। মোৰ জীৱনৰ প্ৰথম ডোখৰৰ কথা তুমি শুনিছাই। কেনে দুখীয়া আছিলোঁ মই। স্কুলত নাম লগালোঁ, কিন্তু মাচুল দিবলৈ পইচা নাই। হেডাই দৰ্জ্জীৰ দোকানত ওৰে দিনটো বহি থাকোঁ। তাক চোলা সীয়াত সহায় কৰি কোনো দিনা দুঅনা চাৰিঅনা পইচা তাক খুজি আনি তাকেই গোটাই থৈ স্কুলৰ মাচুল দি পাৰিছিলোঁ, কিন্তু তেনেকৈ কিমান দিন আৰু চলে। স্কুল এৰি প্ৰথমতে দামোদৰ বেজবৰুৱাৰ ঘৰত দৰৱ খুন্দি বড়ী বাটিবলৈ লাগিলোঁ। তাৰ পিছৰ ডোখৰৰ কথা তুমিতো শুনিছাই। সেই এদিন আৰু আজি এদিন। যেতিয়া এই ফাললৈ পলাই গুচি আহিলোঁ। তাৰ পিছৰ পৰা ইমান বছৰে টোকোলাই মোকোলাইৰ কোনো কোৱা-চিলা এটায়ো মোৰ ভু-বাতৰি লোৱা নাছিল। এতিয়া মোৰ হাতত পইচা হোৱাটোৰ আৰু মই ডাঙৰ মানুহ হোৱাটোৰ গম পাই চাৰিওফালৰ পৰা অগুৰীবগুৰী কেঁচাকলা—বজৰীয়া কলাবোৰ সোণাকলা হৈ ওলাইছেহি। যাওক, সেইবোৰ কলে আৰু কি হব? আদা। খানচামাক মাতচোন।

[বিলায়েতৰ প্ৰবেশ।]

ভালকৈ বজা-বঢ়া কৰ। নতুন বাবু এজন আহিছে। তেওঁক ভালকৈ খাবলৈ দিবি। অ' তেওঁ তোৰ হাতে কিজানি নাখায়েই। উচৃতকো কৈ দিবি। ভালকৈ বাঢ়িবলৈ। নাখায় যদি উচৃতই বান্ধাকৈ খাব। তোৰ জীয়েৰক মাত।

[বিলায়েতৰ প্ৰস্থান। নুৰজাহানৰ প্ৰবেশ।]

নুৰজাহান। হজুৰ। চাবাস আম্মেকোৰ।

নবনাথ। এই বিদ্যাধৰ চাহাবক গান এটা গাই শুনা।

নুৰজাহান। (গান)

মেৰে মন লিয়া বংশীৱালা।
মেৰে মন লিয়া বংশীৱালা॥
বংশীৱালা তুৰীৱালা বি—
মেৰে মন হো লিয়া,
কাহা গিয়া চিকণ কালা।
মেৰে মন লিয়া বংশীৱালা॥

নবনাথ। আচ্ছা গায়া। হাম খুচী হুৱা। তোম্ ৰা বাপ্‌কু বোল দেও, কাল গনি খলিফাকু বলাইকে তোমাৰা ৱাস্তে একঠু পায়জামা আউৰ একঠু কুৰ্ত্তা বনানেকু। আভি যাও।

নুৰজাহান। চালান্।

(নুৰজাহানৰ প্ৰস্থান। মনবোধৰ প্ৰবেশ। সি লৰি কোন কোনাই বিদ্যাধৰ বৰুৱাৰ চকীৰ তলত সূৰ সুমাই ভৰিত চিকুটি দিয়ে। বিদ্যাধৰ উচাপ খাই উঠে।)

বিদ্যাধৰ। এইটো কি?

নবনাথ। সেইটো মহ। তোমাৰ ভৰিত কামুৰি দিলে। মনবোধ। ওলাই আহ। বিদ্যাধৰ চাহাবক জোহাৰ কৰ। আৰু তোৰ গানটো গাই শুনা।

(মনবোধে থিয় হৈ, চকু দুটা টেলেকাকৈ জিভাখন মেলি কালীমূৰ্ত্তিৰ ভাও ধৰি গায়—)

কালী মা ৰণে, মেতেছে।
পাঠাটিৰ মুণ্ড খেয়েছে।
এমোন কৰে জিহৱা মেলেছে।
আৰ কলাটি খেয়েছে।

নবনাথ। হ'ল, যা এতিয়া। কাইলৈ দৰ্জ্জীৰ হতুৱাই তয়ো এটা চোলা কৰাই লবি।

(বিলায়েতৰ প্ৰবেশ।)

বিলায়েৎ। হজুৰ। সতীশ বাবু আয়া।

নবনাথ। আনে দেও।

(সতীশ বাবুৰ প্ৰবেশ।)

আসুন সতীশ বাবু। কেমন আছেন?

সতীশ। ভাল আছি। ধন্যবাদ।

নবনাথ। কি খবৰ?

সতীশ। খবৰ ভাল, তাই আপনাকে বলতে এলুম। নাইনিতালেৰ সেই বাগান আৰ বাড়ীটাৰ কথা যে আপনাকে বলেছিলুম, খুব সস্তায় পাওয়া যাবে। মালিকেৰ গৰজ। তিনি বল্লেন, হাজাৰ চল্লিছ হলেই ছেড়ে দিতে পাৰেন। আমি বল্লুম, সে কি হয়? অনেক বলে কয়ে পঁচিছ হাজাৰে ৰাজী কৰিয়েছি। আপনাৰ অনুমতি পেলেই এখন বাইনা কৰে, দলিল-পত্ৰ নিয়ে এটৰ্ণিৰ বাড়ী যেতে পাৰি। কি তোফা বাগান। কি গ্ৰেণ্ড বাড়ী! অন্য সময়ে হলে তাৰ দাম লাখ টাকা হতো। আপনিতো দেখেছেনই। আপুনি সৌভাগ্যশালী পুৰুষ। তাই এত সস্তায় পেয়ে গেলেন।

নবনাথ। আপনাকে ধন্যবাদ। কাল বাইনা-ফাইনা যা কৰতে হয়, কৰা যাবে।

(সতীশ চকীৰ পৰা যাবলৈ উঠি আকৌ বহে।)

বিদ্যাধৰ। মই যাওঁহে এতিয়া।

নবনাথ। এতিয়াই যোৱা নে? তোমাক চুৰট চিগাৰেট এটাও ইহঁতে নিদিলে হবলা? হেৰ আন্দ। তোৰ আকলটো দেখি মই অবাক। তোৰ বাপেৰৰ ঘৰৰ চুৰট চিগাৰেট দিবি নে?

বিদ্যাধৰ। নেলাগে চুৰত মোক। আজি মোৰ মূৰটো টিংটিঙাই আছে, চুৰট নাখাওঁ।

[প্ৰস্থান।]

(সতীশ বাবুৱে চকীখন টানি আনি নবনাথৰ ওচৰ চাপি বহে।)

সতীশ—দেখুন হাজাৰিকা মশায়। আমি আপনাকে একটা কথা very confidentially বলতে চাই। আমাৰ বেয়াদপি মাফ কৰবেন। আপনাকে আমি ভালবাসি ও ভক্তি কৰি। আপুনি মহানুভৱ ব্যক্তি। এই দিল্লী চহৰেৰ সৰ্ব্বত্ৰ আমাৰ যাতায়াত আছে। সহৰেৰ বড় ছোট সকলেৰি আপনাৰ বিষয়ে Opinion আমি জানি। কাল কাউন্সিলেৰ মেম্বৰ দিলদাৰ হুসেন খাঁ সাহেবেৰি সঙ্গে আপনাৰ বিষয়ে কথা হচ্ছিল। তিনি বল্লেন, এমন উদাৰ স্বভাৱেৰ লোক আমি কমই দেখেছি। নবনাথ বাবু যেমন বড়লোক তাৰ মনটাও তেমন বড়। আমি একটা কথা বলতে চাই—অবিশ্যি ভয়ে ভয়ে। আমাৰ দোষ হয়ে থাকে-তো আমাকে মাফ কৰবেন। বিদ্যাধৰ বাবু আপনাৰ দেশেৰ লোক। তাৰ বিষয় আপনাকে কোন কথা বলটা শোভা পায় না। কিন্তু আমি স্পষ্ট বক্তা। সেইজন্য বলছি যে তিনি বড় সুবিধাৰ লোক নন জেনে ৰাখবেন। আপনি লক্ষ্য কৰেছিলেন কিনা জানি না। আপনাৰ বাগান কিনবাৰ কথা যখন আমি বলেছিলাম, তখন তাঁৰ মুখখানা চুণ হয়ে গিয়েছিল। হিংসাতে তিনি মৰে গিয়েছিলেন। ওৰ বিষয় আমি অনেক শুনেছি, অনেক জানিও। অবশ্যে সে সব বলে আমি আপনাৰ মন তাঁৰ প্ৰতি বিৰাক্ত কৰতে চাই না। কিন্তু একটু

বুঝে সুজে তাঁৰ সঙ্গে চলবেন, এই আমাৰ নিবেদন। তিনি হলেনই বা আপনাৰ দেশেৰ লোক?

নৱনাথ। যাক ঐ সব কথা। আপনি জেনে ৰাখবেন সতীশ বাবু। আমি এত বোকা নই। সব লোকেৰ সব কথা তলিয়ে বুঝতে আমাৰ দেৰি লাগে না।

সতীশ। আপনাৰ সেটা মহৎ গুণেৰ পৰিচয় আমি পেয়েছি। তাই আমি মন খুলে এই সব কথা বল্লুম। হায়ৰে কপাল। এমন লোকেৰেও অযাচিতে নিন্দা শুনতে হয়। যাক্‌গে। (যাবলৈ উঠি, আকৌ বহে) শুনুন হজুৰ। আমি সম্প্ৰতি একটা মুস্কিলে পড়েছি। আমাৰ মেয়েটাৰ বিয়ে এই মাসেৰ মধ্যে দিতেই হবে, নইলে জাত থাকে না। তাৰ এগাৰ পেৰিয়ে গেল। একটা সৎপাত্ৰ অতি কষ্টে সৃষ্টে জোগাড় কৰেছি। আপনাকে বলতে লজ্জা কৰছে, কিন্তু না বলে উপায় নেই। সম্প্ৰতি আমাৰ হাতে এক পয়সাও নেই। গিন্নী বল্লেন, তোমাৰ ভাবনা কি? তোমাৰ বন্ধু হাজাৰিকা মহাশয়েৰ কাছে যাও। তিনি নিশ্চয় আমাদিগকে এই বিপদ থেকে উদ্ধাৰ কৰবেন। তিনি মহাশয় ব্যক্তি। মেয়েৰ বিয়েৰ খৰচেৰ দুটি হাজাৰ টাকা তাৰ পক্ষে হাতেৰ ময়লা। এখন এলো পৰে আস্তে আস্তে শোধ দেওয়া যাবে। গিন্নীৰ পৰামৰ্শ শুনে আমাকে আপনাৰ দ্বাৰস্থ হতে হ'ল। যদি আপনি দয়া কৰেন।

নৱনাথ। আচ্ছা, কালকেতো আপনাৰ সঙ্গে দেখা হবেই। তখন ভেবে চিন্তে যা হয় একটা কৰা যাবে। এখন আসুন। আন্দ! আন্দ!

(সতীশৰ প্ৰস্থান। আন্দৰ প্ৰৱেশ।)

আন্দ। হজুৰ।

নৱনাথ। নতুন বাবুৰ সকলো ঠিককৈ দিছতো?

আন্দ। সব ঠিক হজুৰ।

---

## দ্বিতীয় অঙ্ক

স্থান—গুণনাথৰ শোৱা খোটালি।

কাল—দ্বিতীয় দিনা। ৰাতি ৯ বজা।

(গুণনাথে অকলে চকী এখনত বহি আছে।)

গুণনাথ (স্বগত)। বুঢ়াই ঠিক ভাবিছে, মই তেওঁৰ ভাগিনিয়েক বুলি। মোক খুড়ৰা বুড়ৰা আদৰ যত্নৰো শেষ নাই। বুঢ়াটোৰ মনটো ভাল দেহি। কালি মোক পঞ্চাছ টকা দিলে, মোৰ কোট-পেণ্টলুং আৰু কাপোৰ চাপোৰ ভালকৈ কৰাই লবলৈ। আৰু দিব বুলি কৈছে। ইয়াতে থাকি যাব পৰাহেঁতেন কিন্তু বেয়া নাছিল। কিন্তু সেইটো নিৰাপদ নে? যদি ধৰা পৰোঁ? মই যে কাঁকি দি তেওঁৰ ভাগিনিয়েক হৈ ওলাইছোঁহি, এইটো কেনেবাকৈ ধৰা পৰিলেই ৰৰকাটেকতহে মোৰ নিবাস। সেইদেখি তাৰ আগতে আৰু কিছু ধন-বস্তু সৰকাই লৈ পলোৱাটোহে বুধিয়কৰ কাম হব। বুঢ়াই তেওঁৰ লোৰ পেৰাটো মুৰশিতানৰ ফালে থৈছে। তাঁৰ সচাৰকাঠিটোও মুৰশিতানৰ গাৰুৰ তলত লৈ শোৱে। লোৰ পেৰাটো মেলিব পাৰিলেই মোৰ কাৰ্য্যসিদ্ধি। হেগ চাই আছোঁ। চাওঁ কাইলৈ কি কৰিব পাৰোঁ।

[আন্দৰ প্ৰৱেশ।]

আন্দ। বাবু! আপোনাক হজুৰে মাতিছে।

[আন্দৰ লগতে গুণনাথ উঠি আহে।]

### গৰ্ভাঙ্ক

নৱনাথৰ শোৱা খোটালি

(নৱনাথ শোৱাপাটীত)

গুণনাথ। মোমাইদেৱে মোক মাতিছে বোলে?

নৱনাথ। এৰা মাতিছোঁ। বহ সেইখন চকীতে। তোৰে সৈতে মই কালিৰে পৰা ভালকৈ কথাকে পাতিব পৰা নাই। বাইদেও কেনে আছে? ভিনিহি-দেওৰ বা খবৰ কি? তেওঁ কি কৰে?

গুণনাথ (চকুৰ পানী টুকি)। মোৰ দেউতা আৰু বেলিয়েই চুকাল মোমাইদেও! আই এতিয়া বাঁৰী। আমি একেবাৰেই নিঠৰুৱা হলোঁহক। আয়ে কটনা কাটি কোনোমতে ভাত এগাল খাই আছে।

নৱনাথ। তইঁতে একো ভয় নকৰিবি। দহভূতে মোৰ টকা খাব লাগিছে। মই মোৰ জীৱনত অনেক ধন ঘটিছোঁ আৰু ঘটিম। হাতে-ভৰিয়ে টকা আৰ্জিম। তই ভালকৈ পঢ়া-শুনা কৰ। মইতো লেখা-পঢ়া শিকিবলৈকে নাপালোঁ। তই মেট্ৰিক পাছ কৰিলি নে?

গুণনাথ। ধনৰ অভাৱত কৰিব নোৱাৰিলোঁ মোমাইদেও। প্ৰথম শ্ৰেণীলৈ প্ৰমোচন পায়েই স্কুল এৰিবলগীয়াত পৰিলোঁ।

নৱনাথ। একো কথা নাই। ইয়াৰ স্কুলতে মই তোক পঢ়াম। তোক বিলাতলৈকো পঠিয়াম।

[আন্দৰ প্ৰৱেশ।]

আন্দ। হজুৰ। দ্বিজেন বাবু আহিছে।

নৱনাথ। ইয়ালৈকে আহিবলৈ ক।

[আনন্দৰ প্ৰস্থান আৰু জিতেন বাবুৰ প্ৰবেশ।]

নৱনাথ। আসুন বসুন। খবৰ কি?

জিতেন। আপনাৰ জীৱন-চৰিত বইয়েৰ খসড়া প্ৰস্তুত প্ৰায় শেষ। আপনাৰ ব্যবসায় জীৱনেৰে প্ৰথম অংশেৰ বিষয় আৰও দুচাৰটা কথা জেনে নিতে হবে। আপনাৰ ইন্জিনিয়াৰিং ডিপ্লোখানাও দেখতে পাৰি কি? তাৰ বিষয় ভাল কৰে লিখতে হবে।

নৱনাথ। সেইখানা কোথায় ৰাখলুম আমাৰ মনে পড়ছে না। খুজে দেখব। বিদ্যাধৰ বোপাকে জিজ্ঞেস কৰলেই অন্য সব বিষয়েৰ খবৰ জানতে পাৰবেন। আমাৰ বিজনেছ লাইফেৰ গোড়াটা তাৰ সব জানা আছে। বিদ্যাধৰ বড় ভাল লোক। তাৰ সঙ্গে আপনাৰ ভাল ৰকম আলাপ-পৰিচয় হয়েছেতো? না হয়ে থাকেতো কৰে নিবেন। আপনাৰ খসড়াটা প্ৰথমে তাকে দেখাবেন। তাৰ পৰ আমি দেখব। এখন আসুন। অনেক ৰাত হয়েছে। আমি একটু শোবাৰ চেষ্টা কৰি।

[জিতেনৰ প্ৰস্থান।]

তয়ো গুণনাথ। শুই থাকগৈ যা।

[গুণনাথৰ প্ৰস্থান।]

---

## তৃতীয় অঙ্ক

তৃতীয় দিনা। পুৱা ৯ বজা

(নৱনাথে ঘৰৰ তলৰ তলাত অফিচৰ খোঁটালিত ডাকৰ চিঠি মেলি পঢ়িছে। আগতে মেজত অফিচ-বস্তু, আন আন কাকত-পত্ৰ, দোৱাত-কলম ইত্যাদি। মেজৰ তিনিও ফালে চাৰি-পাঁচখন চকী।)

[আনন্দৰ প্ৰবেশ।]

আনন্দ। হজুৰ। জিতেন বাবু আহিছে।

নৱনাথ। আহিবলৈ ক।

[আনন্দৰ প্ৰস্থান। জিতেন বাবুৰ প্ৰবেশ।]

আসুন জিতেন বাবু।

খসড়াটা এনেছেন নাকি?

জিতেন। আজ্ঞ আনিনি। আজ সেটা বিদ্যাধৰ বাবুকে দেখাব, কাল আপনাকে।

নৱনাথ (এখন চিঠি মেলি পঢ়ি)। এইখন আকৌ কি? কোনোবা এটাই লেখিছে, মি হেনো মোৰ ভাগিন। মোৰে সতে দেখা কৰিবলৈ আহিব লাগিছে। বোৰহাটৰ ঠিকনা। মোৰ ভাগিনৰ নানি নিছিগা হ'ল দেখোন। আনন্দ?

[আনন্দৰ প্ৰবেশ।]

নতুন বাবুৰ চাহ-জলপান খোৱা হ'ল যদি, মোৰ কাষলৈ আহিবলৈ ক।

[গুণনাথৰ প্ৰবেশ।]

এইখন চিঠি পঢ়চোন। (চিঠিখন গুণনাথক দিয়ে আৰু গুণনাথে পঢ়ি শেতা পৰি যায়।)

সেইখন কাৰ চিঠি? সিদ্ধিনাথ বুলি নাম চহী কৰিছে। ঠিকনাও দিছে বোৰহাটৰ। কোন সিদ্ধিনাথ?

গুণনাথ। কোনোবা ঠগ সোমাইদেও! বোৰহাটত সিদ্ধিনাথ নামৰ মই চিনা মানুহ কোনো নাই।

[আনন্দৰ প্ৰবেশ।]

আনন্দ। সতীশ বাবু আহিছে হজুৰ।

নৱনাথ। আহিবলৈ ক।

[সতীশ বাবুৰ প্ৰবেশ। জিতেনৰ ফালে পোন্দোৰা-পুন্দিকৈ চাই, চকীত বহে।]

সতীশ। জিতেন বাবু যে। কি মনে কৰে?

জিতেন। আপনি যা মনে কৰে, আমিও তাই মনে কৰে।

সতীশ। এখানে বসে থেকে সময় কাটালে কাছাৰি ঘৰেৰ সামনেৰ গাছতলা অন্ধকাৰ হবে যে?

জিতেন। সতীশ বাবু! মুখ সামলিয়ে কথা বলবেন। হাজাৰিকা মশায় আপনাকে নাজানলেও, আপুনি কি চীজ আমি জানি। চুপ কৰে থাকলেই ভাল কৰবেন। নতুবা আমাৰ মুখ খোলালে সুবিধা হবে না বলছি।

সতীশ। খুলুন না। কে মানা কৰছে? আপনাৰ মত ব্ৰিকলেছৰাতো আৰ আদালতে মুখ খুলবাৰ সুবিধা পান না।

নৱনাথ। আঃ! সতীশ বাবু! চুপ কৰুন। জিতেন বাবু! আপনিও চুপ কৰুন। মিছে কথা নিয়ে ঝগড়াৰেৰ দৰকাৰ কি? আনন্দ! আনন্দ! এদেৰ চা-চিগাৰেৎ এনে দাও।

(এখন টেলিগ্ৰাম হাতত লৈ আনন্দৰ প্ৰবেশ। টেলিগ্ৰামখন নৱনাথৰ হাতত দি আনন্দ গুচি যায়।)

নৰনাথ (টেলিগ্ৰামটো মেলি পঢ়ি)। সেই মানুহটোৱেই টেলিগ্ৰাফ কৰিছে। আজিয়েই পাবহি।

(গুণনাথক টেলিগ্ৰামখন পঢ়িবলৈ দিয়ে)

[আল্দৰ পুনৰ প্ৰবেশ।]

আল্দ। হজুৰ! আসাম যোৰহাটৰ পৰা বাবু এজন বই-বস্তৰে সৈতে এতিয়াই ইয়াত নামিল। হজুৰেৰে সৈতে দেখা কৰিব খুজিছে।

নৰনাথ। ইয়ালৈকে আহিবলৈ ক। টেলিগ্ৰাফৰ লগে লগে ওলালহি দেখিছোঁ। (গুণনাথ উঠি যাব খোজে) তই নাযাবি, বহ।

[সিদ্ধিনাথৰ প্ৰবেশ। নৰনাথ বুলি ভুল কৰি সিদ্ধিনাথে সতীশ বাবুক আঁঠু কাঢ়ি সেৱা কৰে।]

সতীশ। আমাকে কেন? আপনি কাকে প্ৰণাম কৰছেন?

সিদ্ধিনাথ। আপুনি মোৰ মোমাইদেও নহয় নে? মই মোৰ নৰনাথ মোমাইদেওকহে সেৱা কৰিছোঁ।

নৰনাথ। এইফালে আহ। বহ, বহ, এই চকীতে বহ।

(সিদ্ধিনাথে নিজৰ ভুল বুজিব পাৰি আকৌ নৰনাথক সেৱা কৰে) তয়ে মোলৈ চিঠি লেখিছিলি নে? সেইখন টেলিগ্ৰাম তোৰ নে?

সিদ্ধিনাথ। হয়, ময়ে চিঠি লেখিছিলোঁ মোমাইদেও! টেলিগ্ৰাফ এখনো কৰিছিলো।

নৰনাথ। তই মোৰ ভাগিন নে? মোৰ কেইটা ভাগিন আছে?

সিদ্ধিনাথ। মাখোন ময়েই একেটা। (গুণনাথক দেখি) অ'! তুমি ইয়াত কেনেকৈ ওলালাহি? কেতিয়া আহিলা?

নৰনাথ—পৰশুই দিনা আহিছে। কিয়? তই তাক চিনি পাব নেকি?

সিদ্ধিনাথ। পাওঁতো। যদু তৰণীৰ পুতেক বাতলুক কোনে যোৰহাটত নিচিনে? যোৰহাটত এখেত নামজলা ল'ৰা।

গুণনাথ (চকীৰ পৰা নামি একেচাৱেই সোটসোট হৈ নৰনাথৰ ভৰিত ধৰি)। দেউতা! মোক ক্ষমা কৰক। মই বৰ অপৰাধী। মোক মাৰাৰিব, কাটকত নিদিয়াব দেউতা! বৰ্ণীয়ে দেউতাৰ দুখানি চৰণত ধৰি কাতৰকৈ মাতিছোঁ। মই দেউতাৰ ভাগিনিয়েক বুলি ফাঁকি দি দেউতাক কৈ ইয়াত সোমাইছিলোহি।

নৰনাথ। হেৰ কাণ্ডটো কি মোক ভাঙি কচোন। তয়েই বা সঁচাকৈ কোন আৰু সিয়েই বা সঁচাকৈ কোন?

গুণনাথ। তেওঁ কোৱা সেই তৰণীৰ ল'ৰা মই হওঁ সঁচা। মোৰ নামটো বাতলুহে, গুণনাথ নহয়। তেওঁৰ পৰা (সিদ্ধিনাথক দেখুৱাই) মই আপোনাৰ কথা-বাৰ্ত্তাবোপাকে শুনি লৈ ভাবিলোঁ যে আপুনি চিৰকাল বিদেশত আছে। তেওঁক আপুনি দেখা নাই। ময়েই আপোনাৰ ভাগিন হৈ ওলাই, পাৰোঁ যদি আপোনাৰ পৰা অলপ অচৰপ সুবিধা উলিয়াই নলওঁ কিয়? সমাজিকতো ভৰা নাছিলোঁ, তেওঁ হঠাৎ এইদৰে ইয়াত ওলাবহি। মই দোষ কৰিছোঁ। দেউতা। মোক যি দণ্ড দিয়ে দিয়ক।

(হঠাৎ মনবোধ লৰি আহি, মহৰ ভাও দি গুণনাথৰ ভৰিত চিকুটি দিয়ে। "খালে ওঁ।" বুলি কোন্‌কোনাই গুণনাথে চিঞৰি থিয় হয়।)

নৰনাথ (মনবোধক ডবিয়াই)। গুচ ইয়াৰ পৰা।

[মনবোধৰ প্ৰস্থান।]

সতীশ (গুণনাথৰ ফালে চাই)। বদ্‌মায়েচ কোথাকাৰ! হাজবিকা মশায়কে ভাল মানুষ পেয়ে যত সব জুচেচাৰ এখানে এসে যুটেছে। দাঁড়াও, তোকে এখুনি আমি পুলিচে দিচ্ছি।

জিতেন। পুলিচ ডাকতে হলে, আমাদেৰ মধ্যে এখানে অনেকেৰ বাদ পৰা শক্ত। অৱশ্য বিদ্যাধৰ বাবুৰ কথা আলাদা; আৰ তিনি এখানে নেইও।

সতীশ। জিতেন বাবু! আবাৰ আপনি বক্‌বক্ কৰতে সুৰু কৰলেন? আৰ বেশি বাহাদুৰী কৰতে হবে না। আপনাকে আমি চিনি।

জিতেন। আপনাকেও যে চিনি না এমন নয়। আমৰা দুজনেই সতীৰ্থ। তাই বলিছলাম, পুলিচ এলে ভালই হয়।

নৰনাথ। আবাৰ আপনাৰা তৰ্ক কৰতে সুৰু কৰলেন। কাৰুৰই পুলিচে যাবাৰ দৰ্কাৰ নেই। (গুণনাথক) হেৰ! তই ভয় নকৰিবি। তোৰ স্পষ্ট কথাত মই সন্তুষ্ট হলোঁ। তই ভাত-পানী এগাল ইয়াতে খাই ল। মই তোক ৰেলৰ খৰচ দি আজিয়েই তোৰ ঘৰলৈ পঠিয়াই দিম।

গুণনাথ। মোক ঘৰলৈ পঠিয়াব নেলাগে দেউতা! মই ঘৰলৈ আৰু নেযাওঁ। যদি দেউতাই নিৰ্ভয় দিছে আৰু দয়া কৰি মোক অলপ খৰচ-পত্ৰ দিয়ে, মই এই কালেই কৰবালৈ গুচি যাম।

গিৰিজানাথ। তেওঁ ঘৰৰ কালে মুখ কৰিব কেনেকৈ? বাপেকৰ পেৰা ভাঙি টকা চুৰ কৰি লৈ পলাই আছিছে।

গুণনাথ। হয় দেউতা। তেওঁ কোৱা কথা সঁচা।

নবনাথ। আন্দ আনন্দ। [আন্দৰ প্ৰবেশ।]

উচুভক কৈ দে, ইয়াক (গুণনাথক) ভালকৈ খাবলৈ দিয়ক। মোৰ পৰা কুবিটকা ধাপ তই লৈ, ইয়াক দি বেলৰ ষ্টেছনত থৈ আহিবি গৈ। তাৰ বলৈকে যাবৰ মন যায় যাওক। মনবোধক আৰু নুৰজাহানক মাত। [আন্দৰ প্ৰস্থান।]

[মনবোধ আৰু নুৰজাহানৰ প্ৰবেশ।]

নুৰজাহান। হজুৰ চালাম।

নবনাথ (মনবোধক)। তই আৰু মইৰ ভাও দিব নালাগে। তোৰ কালিমাৰ গানটো গা।

(মনবোধে ঠিক কালী মূৰ্ত্তিৰ দৰে থিয় দি জিভা উলিয়াই গায়)

কালী মা ৰণে মেতেছে।
পাঁঠাটিৰ মুণ্ডে খেয়েছে ॥
এমোন কৰে জিব্‌টি কেটেছে।
আৰ কলটি খেয়েছে ॥

নবনাথ। নুৰজাহানক তোৰটো গানও গাই দে-

নুৰজাহানে গায়—

কাহা গিয়া হো—
চিকন কালা।
মেৰে মন লিয়ে
বংশীৱালা ॥ *

* বাঁহী : ২১শ বছৰ, ১ম সংখ্যা (১৮৫৪ শক)

## আঁৰকাপোৰ

# হ-য-ব-ৰ-ল

॥ নাটিকা ॥

ভাৰবীয়া-ভাৰবীয়ানী

গোলোকচন্দ্ৰ বৰা—হাইস্কুলৰ হেড্‌মাষ্টৰ, নামজলা সাহিত্যিক।
ৰুক্মিণী বৰা—গোলোক বৰাৰ গৃহিণী, আই-এ পাছ, নাৰী-সমিতিৰ সম্পাদিকা।
পীতৰাম নেওগ—খৰিকাজান বাগিছাৰ গৰাকী, গোলোক বৰাৰ বন্ধু আৰু ওচৰচুবুৰীয়া।
ললিতা নেওগ—পীতৰামৰ গৃহিণী, বি-এ পাছ
টেপু—গোলোক বৰাৰ পুতেক। বয়স দহ বছৰ।
মোলোকা—টেপুৰ লগৰীয়া ল'ৰা।
কান্দুৰী—গোলোক বৰাৰ বান্দী।

## প্ৰথম দৰ্শন

স্থান—গোলোক বৰাৰ ঘৰৰ বহল "বাৰাণ্ডা"।

(বৰা চকী এখনত বহি আছে। তেওঁৰ হাতত কাপ; আগতে মেজ এখনত তুলাপাত। বৰা গভীৰ চিন্তাতনিমগ্ন।)

গোলোক (স্বগত)। মোৰ মহাকাব্যখনৰ সঁজুলি-বোৰতো ইমান ভাবিচিন্তি থিৰ কৰিলোঁ। সৰ্গ দহোটা হব। কিন্তু লেখোঁ কি ছন্দত? অমিত্ৰাক্ষৰৰ ওপৰত মোৰ সিমান দখল নাই। মিত্ৰাক্ষৰৰ ওপৰত অৱশ্যে আছে। কিন্তু অমিত্ৰাক্ষৰ নহলে মহাকাব্যৰ আজিকালি মান ক'ত?

[ পাছকালৰ পৰা ৰুক্মিণীৰ প্ৰৱেশ। ]

ৰুক্মিণী। বোলোঁ কাব্য ভাবি থাকিলেই (গোলোক বৰাই উচাপ্ খাই উঠে) পেট ভৰিব নে? ঘৰত আজি খুদকণ্ এটিও নাই। মোৰা, মহাজনৰ গোলাৰ পৰা উঠনা কৰিয়েই চাউল লেৰচেৰেক লৈ আহঁাগৈ। দৰ্মহা পালে তাৰ দামটো পঠিয়াই দিলেই হব। নাৰী-সমিতিৰ কামত লাগি থাকি মোৰ উশাহ লবলৈকে সময় নাইকিয়া হৈছে। দেশৰ কাম নকৰিও নোৱাৰি। তুমি তোমাৰ মহাকাব্য লৈয়ে ব্যস্ত। দেশৰ কামত মোক সহায় কৰিবৰ মনটিও নাই।

গোলোক। বাৰু চাউল আনিবলৈ যাম এতিয়াই। তুমি একো চিন্তা নকৰিবা। তোমাৰ নাৰী-সমিতিৰ কামো সুকলমে হব আৰু চাউল-ফাউল যি লাগে, এটাইবোৰ আহি পৰিব। কিন্তু তুমি কোৱাচোন, মোৰ কাব্যখন অমিত্ৰাক্ষৰ ছন্দত লেখিলে ভাল হব নে মিত্ৰাক্ষৰ ছন্দত লেখিলে ভাল হব? তুমি কোনটো পছন্দ কৰা? মই হলে ভাবি একো থিৰ কৰিব পৰা নাই। বোলোঁ তুমিয়েইচোন প্ৰথমতে মোক এইটো কামত সহায় কৰা।

ৰুক্মিণী। তুমি মিত্ৰ অমিত্ৰ যিহতে মন যায়, লেখি থাকা দেওহে! মোৰ মিত্ৰও ভাল, অমিত্ৰও ভাল। সেইবোৰ ভাবিবৰ মোৰ আহৰি নাই। কাইলৈ আমাৰ নাৰী-সমিতিৰ অধিবেশন। কাব্যৰ কথা ভাবোঁ ছাৰি মোৰ মৰিবলৈকো আহৰি নাই।

[ কান্দুৰীৰ প্ৰৱেশ। ]

কান্দুৰী। আয়ে নাৰী-কুমটিৰ কামোৰত এখন্তকো আহৰিকে নেপায়। দেউতায়ো যদি আকৌ তাৰ ওপৰতে দিনৌ যোষাপদৰ কাইৰ লেখি কাল কটাব লাগিল, তেন্তে এই ঘৰখন চলিব কেনেকৈ? সিকালে টেপু বোপাক লগুণ এডাল নিদিলে বামুণৰ ল'ৰাৰ গাত জাত থাকে কেনেকৈ? এই মাহতে সি এবাৰত নপৰিল নে?

গোলোক। কথাটো ঠিক কৈছ কান্দুৰী। টেপুৰ লগুণদিয়নিখনো এই মাহৰ ভিতৰতে যেনেতেনে-মতে পাতিবই লাগিব। এতিয়াই মই মহাজনপটালৈ গৈ তাৰ নিমিত্তে বস্ত্ৰ-বেহানিৰ দিহা কৰোঁগৈ। কিন্তু মই লেখিব খোজা মহাকাব্যখনৰ ছন্দটোৰ বিষয়ে একো থিৰ কৰিব নোৱাৰি বিমোৰত পৰি আছোঁ। সেই বিষয়ত তই মোক কিবা সহায় কৰিব পাৰ নে কান্দুৰী ?

[টেপুৰ প্ৰবেশ।]

টেপু। আই মোৰ বৰ ভোক লাগিছে। কি আছে খাবলৈ দিয়া। নহলে মোৰ পেটৰ অগনিয়ে মোক দহি পেলাব।

ৰুক্মিণী। তইনো কৰ পৰা ঘামিজামি ওলাইছহি ? সেই পুৱাই তই ওলাই গলি, এতিয়ালৈকে দেখিবলৈ পাবলৈ নাই। কৰবাত দুষ্টালি কৰি ফুৰি এতিয়া খাওঁ খাওঁ বাইকহ হৈ ওলাইছহি। কান্দুৰীক খোজ। সেই হেদালিতে তাই পিঠাগুৰিৰ জলপানটো সজাই তুলি থৈছে হবলা, খাগৈ। মই নাৰী-সমিতিৰ কামত উশাহকে লবলৈ সময় পোৱা নাই।

কান্দুৰী। আহ বোপাই! আহ। ময়ে তোক খাবলৈ দিওঁগৈ।

[গোলোক বৰা আৰু কান্দুৰীৰ-প্ৰস্থান।
পীতবামৰ প্ৰবেশ।]

ৰুক্মিণী। আহক্, আহক্, বহক্, বহক্। আমাৰ ডাঙৰীয়া এতিয়াই ওলাই গল। আপোনাৰ খবৰ কি ? কেনে আছে ?

পীতবাম। কেনে থাকিম আৰু মিছেজ্ বৰা ? মোৰ প্ৰাণ ওষ্ঠাগত। আৰু অসহ্য হৈ উঠিছে। সেই টেৰিয়ৰ নে ফেৰিয়ৰ কুকুৰটো মোৰ কাল হ'ল। তাক মই দুচকুৰে দেখিব নোৱাৰোঁ। ঘৰৰ ঘৈণীয়ে তাক লৈ ক'ত যে থব ভাবিকে নাপায়। তাক মূৰত থলে ওকণীয়ে খায়, মাটিত থলে পকম্বাই খায় হৈছে। ভাবি চাওকচোন, মোৰ শোৱাপাটীত তাক শুৱায়। মোৰ গাখীৰ খোৱা বাতৰাটিত তাক গাখীৰ-ভাত খুৱায়! দেখিলে বিকৃচিনাত মোৰ গা শিঁয়ৰি উঠে। মই মুখ বজালেই মোৰে সৈতে তেওঁৰ খনে খনে দন্দ হয়। মোৰ ঘৰ নহৈ বাঁহতল হল মিছেজ বৰা! মই বৰ অশান্তিত আছোঁ বুজিছে নে ? কোনোবাই যদি তেওঁ নজনাকৈ এই আপদটো আঁতৰাই দিব পাৰে মই তাক গোটাচেৰেক টকাকে দিবলৈ সাজু আছোঁ।

(টেপু কাষ চাপি আহে।)

টেপু। নেওগ দদায়ে ঠিক কৈছে নে ? ময়েই তাক আঁতৰাই দিয়াৰ দিহা কৰিব পাৰোঁ। অৱশ্যে আপুনি যদি পাঁচটকা ৰূপ খৰচ কৰে। মোৰ লগৰীয়া ল'ৰা এটা আছে। খন পালে সিয়েই সেইটো কৰি দিব।

পীতবাম। দিম মই পাঁচটকা ৰূপ, তই যদি সেইটো কাম কৰাই দিব পাৰ। কিন্তু মোৰ ঘৰৰ ঘৈণীয়ে ভু পালে, মই গলোঁ জানি থবি।

ৰুক্মিণী। টেপু! তই কি বকৰক্ কৰিছ ? তই বৰ দুষ্ট হৈছ। নেওগনীয়ে গম পালে, তোৰ নিমিত্তে আমি ঘৰঘৰোৱাহেৰে সৈতে তেওঁৰ মনান্তৰ হব। তেওঁ কুকুৰটো কিমান ভাল পায়, তই দেখা নাই নে ?

পীতবাম। টেপুৱেও দেখিছে, ময়ো দেখিছোঁ। সেই দেখিয়েইহেতো সি মোৰ চকুৰ কুটা দাঁতৰ শাল হৈ পৰিছে।

টেপু। আই! তুমি ভয় নেখাবা; মোৰ বুধি আছে। কেনেকৈ মই সেই কামটো কৰাওঁ তুমি চাই থাকা কোনেও গম নাপায়। এতিয়া নেওগ দদায়ে মোক পাঁচটকা ৰূপ দিলেই কাৰ্য্য সিদ্ধি।

পীতবাম। নে এই পাঁচটকা। কিন্তু সৱাধান, কোনেও ঘূণাক্ষৰে যেন এই কাৰ্য্যৰ সন্তেদ নেপায।

টেপু। তুমি ভয় নকৰিবা দদাই। চাই থাকা, তোমাৰ টেপুৱে কি কৰে।

[ললিতাৰ প্ৰবেশ।]

ৰুক্মিণী। আহাঁ, আহাঁ, বহাঁ মোৰ ভনীটি। কাইলৈ আবেলি চাৰিবজাত আমাৰ নাৰী-সমিতিৰ অধিবেশন হব। তুমি জাননী পাইছা নিশ্চয়। নাই পোৱা যদিও ময়ে এতিয়া দিলোঁ। তুমি আহিবই লাগিব। তাত প্ৰস্তাৱ এটা সমৰ্থন কৰাৰ ভাৰ তোমাৰ গাত আছে।

ললিতা। কাইলৈ সভালৈ মই যাব পাৰিম নে নোৱাৰিম কব নোৱাৰোঁ। বাইদেও! ববিয়ে (কুকুৰটোৰ নাম) আজি ভালকৈ গাখীৰ-ভাত নেখালে। এতিয়াই দুটকা ৰূপ ভিজিট দি পশু-ডাক্তৰক মাতি আনি-ছিলো। তেওঁ ববিক কাইলৈ কেষ্টৰ অইলৰ জুলাপ দিব বুলি কৈ গৈছে। যদি ববি ভালে থাকে সভালৈ যাম। ববিৰ টেম্পৰেছৰ লবলৈ থাৰ্মমিটাৰ এটা বিচাৰি আপোনাৰ কাষলৈ আহিছোঁ। যদি আছে মোক দিয়ক। মোৰটো ভাগি গ'ল। (পীতবামৰ ফালে চাই) তুমি ইয়াত মেল মাৰি আছাঁহি। ববিৰ নৰিয়া। ঘৰত কোনো নাই। মই অকলে ভাবি মৰিছোঁ। লাগে শলিলে ডাক্তৰ-কাক্তৰ এজনকো মাতিবলৈ মানুহ

এটা ঘৰত নাই। পশু-ডাক্তৰক মই নিজেহে গৈ মাতি আনিলো।

পীতৰাম। ৰবিৰ গা ইমানকৈ বেয়া হৈছে বুলি মই নেজানিছিলো। যি হওক, মই যাম এতিয়া। গৈ যি পাৰোঁ এটা দিহা কৰিমগৈ। ৰবিৰ কিবা হব লাগিলে আমি নিগমে বুৰিলোঁ।

ললিতা। ঠাট্টা কৰিব নেলাগে। কটা ঘাত চেঙা তেল নিদিবা। তুমি ইয়াতে বহি থাকা। চৰ্দাৰী কৰিবলৈ তোমাৰ যাবৰ দৰ্কাৰ নাই। মই অকলৈ যি পাৰোঁ তাকে কৰিম।

(পীতৰামে টেপুৰ চকুলৈ চায় আৰু টেপু উঠি যায়)

শুনিছে নে বাইদেও! সিদিনা ৰবিক বাটৰ কুকুৰ এটাই কামুৰিবলৈ খেদি আহিছিল। আমাৰ এই খোপোৰা ডাঙৰীয়াজন ওচৰতে বহি আছিল, একোকে নকৰিলে। ৰবিৰ চিঞৰ শুনি মই ভিতৰৰ পৰা লৰি আহি ৰবিক কোলাত তুলি লৈ, সেই বাটকৰা কুকুৰ-টোক খেদাইহে সেই দিনা ৰবিক ৰাখিলোঁ। সেই ভয়তে তিনদিনলৈকে ৰবিয়ে জৰ ভুগিলে। (গিৰিয়েকলৈ চাই) তোমাক মই জানো। ৰবিৰ কিবা এটা হলে তোমাৰ পৰম সন্তোষ। এতিয়া সেইদৰে কৈ মোৰ সৈতে শঠামিতিৰখন পাতিব নেলাগে। বাইদেও! মই যাওঁহে এতিয়া। ৰবি ঘৰত অকলে আছে। তাৰ নিমিত্তেই মই ঘৰ এৰি কলৈকো যাব নোৱৰা হলোঁ।

[ প্ৰস্থান। ]

---

## দ্বিতীয় দৰ্শন

প্ৰথম অঙ্কৰ একেখন ঠাইতে

পিছ দিনা

[ ৰুক্মিণী আৰু পীতৰাম। ]

পীতৰাম। মিছেহু ৰবা। এতিয়া দেখিছোঁ সিটো-ৰেই আছিল ভাল। সিটোতকৈ এইটোহে চৰা হ'ল। কালি কুকুৰটো নাইকিয়া হৱৰে পৰা তেওঁ ভাত-পানী এৰি পাটীত পৰিল আৰু মোৰে সৈতে তেওঁৰ কথাবাৰ্ত্তা বন্ধ হ'ল। মোকে কিজানি সন্দেহ কৰিছে তাকো কব নোৱাৰোঁ। অৱস্থা বেনে হৈ উঠিছে, এতিয়া পাৰিলে মই কুকুৰটো আকৌ অনাই দি ঘৰত শান্তি স্থাপন কৰিব পাৰিলে ৰক্ষা পাওঁ। নহলে কব পানী কলৈ যায় কব নোৱাৰোঁ।

ৰুক্মিণী। এৰা, হঠাৎ কাৰ্য্যটো কৰি পেলোৱা হ'ল। তাৰ ফল এনেকুৱা ওলোটাটো হব বুলি কোনে জানিছিল?

[ টেপুৰ প্ৰবেশ। ]

তাক কি কৰিলি মোৰ বোপাই! কচোন?

টেপু। নেওগ দদায়ে যিহকে কৰিবলৈ কৈছিল তাকে কৰিলোঁ।

পীতৰাম। মাৰি পেলোৱা নাইতো? নাই মৰা যদি আকৌ আনি দে মোৰ মইনা। নহলে সেই মানুহজনীৰ বধৰ ভাগী হব লাগিব। তাৰ শোকতে তেওঁ শুকাই-খীণাই মৰিব। পাৰ যদি মই আৰু দুই-চাৰি টকাকে খৰচ কৰিবলৈ সাজু আছোঁ।

টেপু। মৰা নাই ঠিক। কিন্তু যাৰ হতুৱাই এই কামটো কৰোৱা হ'ল, সি কম ভকত নহয়। দদাইদেও! সি সতকাই যে তাক উলিয়াই দিব এনে মনে নধৰে। তথাপি অলপ টকা-কড়িকে মাচি চাম।

পীতৰাম। নে এই দুটকা ধৰ। ইয়াকে তাক দি কোনোমতে কুকুৰটো আনি আমাৰ ঘৰ পোৱাই দে মোৰ বোপাই!

টেপু। দুটকাত কি হব দদাইদেও? দুটকা সি হাতেৰেই নোছোৱে।

পীতৰাম। নে আৰু দুটকা। (টকা দিয়ে) তথাপি কাৰ্য্যটো কৰি দে মোৰ সোণাই!

টেপু (টকা লৈ)। বাৰু চেষ্টা কৰি চাওঁ দদাইদেও! পাৰিম কিজানি।

[গোলোক বৰাৰ প্ৰবেশ। হাতত এদিস্তা তুলাপাত।]

গোলোক (ৰুক্মিণীক)। নিয়া, এয়া তোমাৰ বস্ত্ৰ।

ৰুক্মিণী (আচৰিত মানি)। কি নিম? কি মোৰ বস্ত্ৰ? এই তুলাপাতবোৰ লৈ মই কি কৰিম? তোমাক বজাৰৰ পৰা চাউল আনিবলৈ আৰু টেপুৰ লগুণদিয়নিলৈ মই বস্ত্ৰৰ দিহা কৰিবলৈহে পঠিয়াই-ছিলোঁ।

গোলোক (মূৰত হাত দি)। বাটত যাওঁতে যাওঁতে সেইটো পাহৰি গলোঁ টেপুৰ মাক! পাহৰি তুলাপাত এদিস্তা কিনি পেলালোঁ। বাৰু একো কথা নাই, আকৌ গৈ তোমাৰ ফৰ্দ্দাচী বস্ত্ৰবোৰ লৈ আহিমগৈ। এই তুলাপাতো সদ্যহতে মোৰ কামত লাগিব। বাটত আহোঁতে মোৰ মহাকাব্যখনৰ আৰম্ভণৰ ছন্দাবীমান মনতে ৰচনা কৰি লৈ আহিছোঁ। বেগতে মোক মোৰ দোৱাত-কলমবোৰ দিয়াচোন। এতিয়াই লেখি নথলে পাহৰি যাম।

রুক্মিণী (মূৰে-কপালে হাত দি)। মোৰ কপালেই এনেখন। তোমাক আৰু দূষিম কি। দিনে-ৰাতিয়ে মই নাৰী-সমিতিৰ কামত ব্যস্ত। দেশৰ সেৱাব্ৰতত মই মূৰ পুতি সোমাইছোঁ। যেতিয়া আৰু ওলাবৰ উপায় নাই। ইফালে তোমাৰ এনেকুৱা মনৰ গঢ়।

[ললিতাৰ প্ৰৱেশ।]

আহাঁ ভনীটি আহাঁ। তোমাৰ মুখখন দেখোন একেবাৰেই শুকান?

ললিতা (চকুৰ পানী টুকি)। আৰু কি সুধিছে বাইদেও? মোৰ কপাল ফুটিল। মোৰ ৰবিক আৰু জনমত মই দেখিবলৈ নাপাওঁ। (গিৰিয়েকলৈ চাই) সেইজনে ইয়াতে মেল মাৰি বহি আছে। ওলাই গৈ অ'ত ত'ত যদি মোৰ ৰবিক বিচাৰিলেহেঁতেন! সকলো মোৰ কপালৰ কথা। (টেপুলৈ চাই) হেৰ বোপাই! মোৰ ৰবিক তই বিচাৰি দিব নোৱাৰ নে? কোনোবাই তাক আনি দিব পাৰিলে, মই তাক টকা-চেৰেক ৰূপকে দিবলৈ গাত লৈছোঁ। মোৰ ৰবিয়ে আজি দুদিন গাখীৰ-ভাত খাবলৈ পোৱা নাই। ভোকতে চোপেটা লাগিল চাগৈ!

টেপু। মই চেষ্টা কৰি চাওঁ খুৰীদেও! মোৰ এটা চিনাকি ল'ৰা আছে, সি ৰৰ হুচিয়াৰ। যদি ৰবি যমৰ ঘৰলৈ যোৱা নাই, তেন্তে সি বিচাৰি উলিয়াই দিব পাৰিব নিশ্চয়।

ললিতা। সেইদৰে কিয় কৱ টেপু? ঈশ্বৰে কৰক যেন মোৰ ৰবি যমৰ ঘৰলৈ নেযায়। তোৰ সেই লৰাটোৰ হতুৱায়ে মোৰ ৰবিক উলিয়াই দে মোৰ সোণাই! হেঁ, এই পাঁচটকা ৰূপ লৈ যা, তাক দেগৈ।

টেপু। পাঁচটকাত কত হব হবলা? বোলোঁ আপোনাৰ ৰবিৰ বেচ পাঁচ টকাহে খুৰীদেও?

ললিতা। নিশ্চয় পাঁচটকা নহয়। তাৰ বেচ মোৰ জীৱনটোহে। যি হওক, তই এই পাঁচটকাকে এতিয়া লৈ যা। ৰবিক পালে, মই শপত খাই কৈছোঁ আৰু পাঁচটকা তোৰ সেই ল'ৰাটোক দিম।

[টেপুৰ প্ৰস্থান।]

তৃতীয় দৰ্শন

(আগৰ ঠাইতে গোলোক বৰাই চকীত বহি মেজত কাকত লৈ লেখি আছে।)

[ৰুক্মিণীৰ প্ৰৱেশ।]

ৰুক্মিণী। বোলোঁ শুনিছা নে? কালি আমাৰ সভাত সাবিত্ৰী দাস বি-এই বিধৱ ৰচনা পাঠ কৰিলে তুমি শুনাহেতেন আচৰিত মানিলাহেঁতেন। বিতোপন! শুনিলে শুনি থাকিবৰ মন যায়। আমাৰ দেশৰ মহিলা-সকলক দেশৰ কাৰ্য্য কৰিবলৈ এনে উদ্‌গনি ইয়াৰ আগেয়ে আৰু কোনেও এনেকৈ দিব পৰা নাই। তুমি ঠাট্টাকে কৰা বা যিহকে কৰা, কিন্তু জানি থবা আমাৰ নাৰী-সমিতিৰ দ্বাৰাই দেশৰ অনেক কাম হব।

গোলোক। ঠিক কৈছা ৰুক্মিণী! উদ্‌গনি শব্দটো মোৰ ৰবগুণি শব্দটোৰে ঠিক মিলি যাব। মই মোৰ মহাকাব্যৰ পদ এফাঁকি ৰবগুণি শব্দটোৰে শেষ কৰি, পাছৰ শাৰীলৈ মিল নাপাই অনেক আকাশ-পাতাল ভাবি বিমোৰত পৰি আছিলোঁ। এতিয়া ষপহ কৰে পালোঁ। তোমাৰ সমিতিক অশেষ ধন্যবাদ। নিশ্চয় তোমাৰ নাৰী-সমিতিৰ দ্বাৰাই মোৰ মহাকাব্য উপকৃত হ'ল। মিছা মাতিবৰ আৰু উপায় নাই। মাতিলে নিমখহাৰামী হব। উদ্‌গনি ৰবগুণি, ৰবগুণি উদ্‌গনি। বাঃ! কি ৰাজযোটক! মোৰ মহাকাব্যখন ছপা হৈ ওলালে অসমীয়া সাহিত্য-জগত জিলিকি উঠিব। এইটোনো আমাৰ দেশৰ সাহিত্যৰ পক্ষে কম উপকাৰৰ কথা নে? বাপ্‌ৰে বাপ্! মোৰ ভাবৰ ভুমুক আৰু ওলাই আহিছে। আৰু খনচেৰেক কাকত এতিয়াই মোক লাগিব। যাওঁ, নিজেই উঠি লৈ আহোঁগৈ।

[প্ৰস্থান। পীতৰামৰ প্ৰৱেশ।]

ৰুক্মিণী। কি খবৰ নেওগ? কুকুৰটো পালে নে?

পীতৰাম। পালোঁ, ৰক্ষা পৰিলোঁ। আপোনাৰ সোণামুৱা লৰা টেপুৱে মোক এই বিপদত ৰক্ষা কৰিলে।

[টেপুৰ প্ৰৱেশ।]

টেপু। নেওগ দদাই! মোলোকাই কুকুৰটো খুৰীৰ হাতত দি আহিল নে?

পীতৰাম। কোনে দিলে মই কব নোৱাৰোঁ মোৰ বোপাই! কিন্তু তোৰ খুৰীয়েৰে কুকুৰটো পালে আৰু ময়ো জীলোঁ। কিন্তু চাবি, তোৰ খুৰীয়েৰে যেন এই ব্যাপাৰত মোৰ সংস্ৰৱ থকাৰ কোনো শুংসূত্ৰ নেপায়।

টেপু। আপুনিয়ো যেনে। বোলোঁ কোনো ভয় নকৰিব দদাইদেও। আপোনাৰ টেপু এনে কেচা ল'ৰা নহয়। মোৰ বন্ধু মোলোকাই তাক লৈ গৈ আপোনাৰ পদূলিমুখত এৰি দিলতে সি লৰি গৈ আপোনাৰ ঘৰ সোমাল। ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰেও নেদেখিলে।

[ললিতাৰ প্ৰবেশ।]

ৰুক্মিণী। আহঁা ভনীটি আহঁা! কুকুৰটো পালা নে?

ললিতা। পালোঁ বাইদেও! মোৰ ধৰিক পালোঁ। মোৰ শৰীৰলৈ প্ৰাণ আহিল। (টেপুৰ ফালে চাই) টেপু! মই তোৰ গুণ কেতিয়াও পাহৰিব নোৱাৰোঁ। তাক ক'ত পালি, কেনেকৈ পালি, কচোন।

টেপু। আৰু মুমুৰ্ষিৰ খুৰীদেও! কত ঠাইত তাক বিচাৰি মই হাইৰাণ হলোঁ আৰু কি কম? শেষত মোলোকাই—যাৰ কথা মই আপোনাক কৈছিলোঁ, আৰু যাক আপুনি দিয়া খৰচৰ টকা কেইটা দিছিলোঁ পুঃ বিচাৰি বিচাৰি, তাক কাটনি গাঁৱৰ মানুহ এঘৰত পালো। সিহঁতৰ চোতালৰ আগতে সিহঁতে তাক বান্ধি হৈছিল। এটা বাটকৰা কুকুৰৰ লগত গৈ সি হেনো সেইখিনিত ওলাইছিলগৈ। কুকুৰটো দেখিবলৈ ভাল দেখি সিহঁতে তাক বান্ধি থৈছিল-গিৰিহঁত ওলালে দিব বুলি। তথাপি দুটকা ৰূপ সিহঁতক দিহে মোলোকাই তাক মোকোলাই আনিব পাৰিলো।

ললিত। হওক, হওক বোপাই! ধৰিক যে মই পালোঁ সেয়ে মোৰ পৰম লাভ। সেই দুটকা ৰূপো মই তোক দিম, তই মোলোকাক দি দিবিগৈ।

[গোলোকৰ পুনঃ প্ৰবেশ।]

গোলোক। বাওক, শেষ লাভ, পৰম লাভ। ময়ো মোৰ মহাকাব্যৰ নিমিত্তে বৰগুনি শব্দটোৰ মিলটো পালোঁ আৰু নেওঁগীয়েও তেওঁৰ ধৰিক পালে। মোৰ পো টেপু আৰু আমাৰ ঘৰৰ বৈণীৰ নাৰী-সমিতিৰ বহতে এই লাভ হ'ল।

পীতবাৰ। মোৰো মহালাভ হ'ল যে ধৰিক আমাৰ ঘৰ। বৈণীয়ে পোৱাৰ নিমিত্তেই মই তেওঁক পালোঁ।

গোলোক। এইবাৰ টেপুৰ লগুণদিয়নিখন মহা ধুমধাম কৰি পাতিব লাগিব। পাতিমো। (বৈণীয়ে-কলৈ চাই) আৰু যি যি বস্তু আনিব লাগিব, তাৰ তুমি ফৰ্দ এখন মোক ভালকৈ কৰি দিয়া। বস্তুবোৰ ঘৰ ওপচাই দিম।

টেপু (ৰুক্মিণীক)। আই! মোৰ বৰ ভোক লাগিছে।

---

## উপৰঞ্জি

[গোলোক ৰবাৰ ঘৰৰ পাছফালৰ পথাৰত টেপু আৰু মোলোকাৰ হাতত ধৰাধৰি কৰি নৃত্যগীত]

টেপুৱে বোলে—মোলোকা ভাই! মোৰ বুধি কেনে?
মোলোকাই বোলে—টেপু ভাই! যেনে আছে তেনে॥
টেপুৱে বোলে —লেখা-পঢ়া ইংৰাজী-কিংৰাজী।
মোলোকাই বোলে—শপত খালোঁ নপঢ়ো মই আজি॥
বুধি থাকিলে পইচা হয়, পঢ়িলেও নহয়।
মোলোকাই বোলে—টেপু ভাই! হয়, হয়, হয়॥
দুয়ো। — অ হয়, হয়, হয়।
অ হয়, হয়, হয়।
অকল বি-এ, এম-এ, পাছ কৰাত নহয়, নহয়॥*

* বাঁহী: ২য় বছৰ, ১১শ সংখ্যা (ফাগুন ১৮৫৩ শক)

আঁৰকাপোৰ

# হেমলেট

(চেক্সপীয়েৰৰ নাটৰ অসমীয়া ভাঙনি ।)

**ভাৱৰীয়াবিলাক**

ক্লডিয়াচ্—ডেনমাৰ্কৰ ৰজা
হেম্লেট—আগৰ ৰজাৰ পুতেক আৰু বৰ্ত্তমান ৰজাৰ ভতিজাক
পলনিয়চ্—ডেনমাৰ্কৰ মন্ত্ৰী
হৰেছিয়—হেম্লেটৰ বন্ধু
লিয়েটিচ্—পলনিয়চৰ পুতেক
ভল্টিমন্দ,
কৰ্ণেলিয়চ
ৰাজনক্ৰেণ্টজ
গিল্দেনষ্টৰ্ণ
অছ্‌ৰিক,
—সভাসদসকল
এজন ভদ্ৰলোক,
এজন পুৰোহিত
মাৰ্ছেলছ্ বাৰ্ণাদো—বিষয়া
ফ্ৰেন্সিচ্‌কো—এজন বনুৱা
ৰেইনল্ডো—পলনিয়চৰ লগুৱা
দুটা বহুৱা মানুহ, পুতিবলৈ গাত খানোতা
ফৰ্টিনব্ৰাচ—নৰৱে দেশৰ যুৱৰাজ
এজন সেনাপতি
ইংলণ্ড দেশৰ কটকীসকল
গাৰক্ৰুদ—ডেনমাৰ্ক দেশৰ মহিষী আৰু হেমলেটৰ মাতৃ
অফিলিয়া—পলনিয়চৰ জীয়েক
বৰুৱা, ফুকন, কটকী, কাকতী, জ্যোতিষী, সভা-পণ্ডিত, খাওন্দ, দেওধাই, বাইলুং ইত্যাদি সভাসদ আৰু বিষয়াসকল ।

## প্ৰথম অঙ্ক

### প্ৰথম দৰ্শন

এল্সিনৰ । ৰজাঘৰৰ সন্মুখত পালীপৰীয়াৰ চাং । ফ্ৰেন্সিচ্‌কো পালী থিয় ।

[বাৰ্ণাডোৰ প্ৰৱেশ ।]

বাৰ্ণাডো । কোন সেইটো ?

ফ্ৰেন্সিচ্‌কো । নেলাগে তয়ে কচোন কোন— ৰ তাতে । ক তই কোন ?

বাৰ্ণাডো । মহাৰাজৰ জয় হক ।

ফ্ৰেন্সিচ্‌কো । বাৰ্ণাডো ?

বাৰ্ণাডো । হয় ।

ফ্ৰেন্সিচ্‌কো । তুমি তোমাৰ পালৰ ঠিক মুৰামুৰিতে ওলাইছাহি ।

বাৰ্ণাডো । ঠিক এতিয়া বাৰ বাজিছে । ফ্ৰেন্সিচ্‌কো তুমি শোৱাঁগৈ বোৱা ।

ফ্ৰেন্সিচ্‌কো । তুমি মোক সলাই দিয়াৰ কাৰণে তোমাৰ শলাগ লওঁ । ইস্ বৰ জাৰ । বুকু লৈকে চেঁচা কৰিলে ?

বাৰ্ণাডো । তোমাৰ পালটো সুকলমে গ'ল নে ?

ফ্ৰেন্সিচ্‌কো । শলিয়া এটায়ো গিৰিক্ কৰা নাই ।

বাৰ্ণাডো । বাৰু বোৱাগৈ এতিয়া । তুমি যদি বাটত মোৰ লগৰীয়া হৰেছিয় আৰু মাৰ্চেলছক পোৱাঁ, তেন্তে তেওঁবিলাকক সোনকালে আহিবলৈ কবাঁ দেই ।

ফ্ৰেন্সিচ্‌কো । সেয়া তেওঁবিলাক অহা যেন শুনিছোঁ দেখোন । ৰবা কোন সেয়া ?

[হৰেছিয় আৰু মাৰ্চেলছৰ প্ৰৱেশ ।]

হৰেছিয় । এই দেশৰ হিত-চিন্তোতা ।

মাৰ্ছেলচ্‌। আৰু ডেনমাৰ্ক অধিপতিৰ ভক্ত প্ৰজা।

ফ্ৰেন্সিচ্‌কো। ঈশ্বৰে তোমালোকৰ মঙ্গল কৰক।

মাৰ্ছেলচ্‌। তথাস্তু। তোমাক কোনে সলাই দিলে?

ফ্ৰেন্সিচ্‌কো। বাৰ্ণাডোৱে। বিদায়হে এতিয়া।

[ প্ৰস্থান।]

মাৰ্ছেলচ। অ' বাৰ্ণাডো।

বাৰ্ণাডো। কোৱাঁ,—সেইটি হৰেছিয় নে?

হৰেছিয়। এবা তেওঁৰে এডুখৰি।

বাৰ্ণাডো। আহাঁ হৰেছিয়। আহাঁ মাৰ্ছেলচ।

মাৰ্ছেলচ্‌। কি সেই ভূতটোৱে দেখা দিছিল নে?

বাৰ্ণাডো। এতিয়ালৈকে একো দেখা নাই।

মাৰ্ছেলচ্‌। সেই ভয় লগা বস্তুটো হৰেছিয়ই কৈছে যে আমাৰ মনৰ ভ্ৰান্তিহে হেনো। সি হেনো কেতিয়াও বিশ্বাসৰ যোগ্য নহয়। সেই বাবে মই তেওক মাতিবুলি লৈ আহিছোঁ। বোলোঁ তেওঁ আমাৰ লগতে আজি ৰাতি পৰ দি চাই থাকি সেই ভূতটো ওলায় নে নোলায় তাৰ এটা নিৰ্ণয় কৰি আমাৰ চকু সঁচা-মিছা বুজক। যদিহে সঁচা হয়, তেন্তে তাক তেওঁ সোধক।

হৰেছিয়। মনে মনে থাকাঁ, মনে মনে থাকাঁ। সি কেতিয়াও নোলায়।

বাৰ্ণাডো। বাৰু অলপ বহাঁচোন—বহাঁ। আমাৰ কথা তোমাৰ কাণত নোসোমোৱা হলেও, তেওঁ আকৌ এবাৰ তাৰ কাষলৈ যাওঁ। এই যোৱা দুনিশা আমি কি দেখিলোঁহঁক? কি মেলিলোঁহঁক?

হৰেছিয়। বাৰু বহোঁহঁক। শুনাযাওকচোন বাৰ্ণাডোৱে কি কয়।

বাৰ্ণাডো। যোৱা ৰাতি পশ্চিম কালৰ * * * * যেতিয়া আকাশৰ এতিয়া থকা * * * জ্বলিছিল, মাৰ্ছেলচ আৰু মই, তেতিয়া ঘড়ীত ঠিক এক বাজিছিল,—

[ভূতৰ প্ৰবেশ।]

মাৰ্ছেলচ্‌। ৰবা, মনে মনে থাকা। চোৱাঁচোন সি আকৌ কলৈ আহিছে?

বাৰ্ণাডো। সেই একে ৰূপেই। ঠিক জানিবা মৰাজনা স্বৰ্গদেৱেই।

মাৰ্ছেলচ। তুমি পণ্ডিত মানুহ। তাৰে সতে কথা-বাৰ্তা কোৱাচোন, হৰেছিয়।

বাৰ্ণাডো। হৰেছিয় কোৱাচোন। সেই ৰজাৰে নিচিনা নেদেখি নে?

হৰেছিয়। ঠিক সেই গঢ়ৰে। দেখি বৰ ভয় লাগিছে আৰু বিচুতি খাইছোঁ।

বাৰ্ণাডো। ইয়াক কথা সুধিব লাগে হবলা।

মাৰ্ছেলচ্‌। হৰেছিয়। কথা সোধাঁচোন।

হৰেছিয়। তুমি কোন— ইমান নিশাত অবাচিতে ওলাইছাহি? তোমাৰ গঢ়টো দেখোন * * * এইটো গঢ়েৰেই * * * * মৰাজন ৰজাই যুঁজলৈ গই * * * * ছিয়াই সোধোঁ, কোৱা।

মাৰ্ছেলচ্‌। সি বেয়া পালে?

বাৰ্ণাডো। চোৱাচোন সি আঁতৰি গইছে।

হৰেছিয়। ৰবাঁ। কোৱাঁ, কোৱাঁ, মই সুধিছোঁ কোৱাঁ। [ভূত অন্তৰ্দ্ধান।]

মাৰ্ছেলচ্‌। সি গ'ল আৰু উত্তৰ নিদিয়ে।

বাৰ্ণাডো। এতিয়া কেনে, হৰেছিয়। তুমি কঁপিছা আৰু ক'লা পৰি গৈছা দেখোন? এতিয়াও আমাৰ মনৰ ভ্ৰান্তিয়েই নে? কি বোলা?

হৰেছিয়। ঈশ্বৰ আছে, মই মোৰ নিজ চকুৰে নেদেখাহেঁতেন এনে কথা কেতিয়াও পতিয়াব নোৱাৰিলোহেঁতেন।

মাৰ্ছেলচ্‌। তাৰ গঢ়টো সেইজনা স্বৰ্গদেৱৰ গঢ়েৰেই নহয় নে?

হৰেছিয়। এবা সেই গঢ়েৰে। * * উচ্চাভিলাষী নৰৱে দেশৰ ৰনুৱাৰে সৈতে যুঁজ কৰিছিল তেতিয়া তেওঁৰ গাত এনেতো সাজেই আছিল। পোলণ্ডবাসীবিলাক হতাহতি যুঁজত কাটোতে তেওঁ ঠিক এনেকুৱা ঘোৰ মূৰ্ত্তিকে ধৰিছিল। বৰ আচৰিত কথা।

মাৰ্ছেলচ্‌। এইদৰেই আগেয়ে দুবাৰ আৰু ঠিক এনে সময়তে আমি পৰ দি থাকোঁতে ই বীৰৰ খোজেৰে আমাৰ আগেদি অহা-যোৱা কৰিছিল।

হৰেছিয়। মইনো কি ভাবিম বিবুদ্ধি খাইছোঁ। কিন্তু মোৰ এনে ধাৰণা হৈছে যে ডেনমাৰ্ক দেশৰ কোনো ভাবী অমঙ্গলৰ ইয়েই পূৰ্ব্ব লক্ষণ।

মাৰ্ছেলচ্‌। বাৰু এতিয়া বহাঁচোন। আৰু কোনে জানা কোৱা, কিয় আজিকালি প্ৰতি নিশা ইমান সাৱধানে পৰজালি দিছে? ০০ কোনে দিনে-ৰাতিয়ে ০০০০০ চলিছে আৰু দেশ-দেশান্তৰ ০০০০০ সাজ-সঁজুলি কিনি আনি ০০০ কিয় জাহাজ-সজা-ঘাটে ০০০০ দেওবাৰেও

খটাই তত হেৰুৱায় ? এনেনো ঘটনা ঘটিবৰ উপক্ৰম হৈছে যে দিনে-ৰাতিয়ে ভেদভেদ নোহোৱাকৈ মানুহে খাটিব লগাত পৰিছে ? কোন আছোঁ, কোনে কব পাৰাহঁক ?

হৰেছিয় । মযে পাৰোঁ । আন নহলে শুনাততো শুনো । আমাৰ চুকুৰাজমা ৰজা স্বৰ্গদেৱও, যি জনাৰ ৰূপ ধৰি এতিয়া আমাক সেই বস্তুটিয়ে দেখা দিছিল । নৰৱে দেশৰ ৰজা ফাৰ্টিনব্ৰাচে ৰণ লগাত, স্বৰ্গদেৱে ৰণ দি সেই ৰণত ফৰ্টিন-ব্ৰাছক মাৰিলত ফৰ্টিনব্ৰাছে বিধিমতে আৰু বংশ-মৰ্য্যাদানুৰূপে চুক্তিপত্ৰ স্বাক্ষৰ কৰি যি-বিলাক ভূমি পণ কৰিছিল সেইবিলাক ভূমি স্বৰ্গদেৱৰ হাতলৈ আহিল । 000000 ফালৰো তেনেকুৱা 0000000 তত হৰাহেঁতেন 000 ফৰ্টিনব্ৰাচৰ হাতলৈ গ'লহেঁতেন । 00 সেই ফৰ্টিনব্ৰাছৰ কোঁৱৰ ০ উদ্ধত আৰু কেঁচা ডেকা ফৰ্টিনব্ৰাছে নৰৱে দেশৰ দাঁতিয়লীয়া ঠাই-বিলাকৰ অ'ৰ ত'ৰ পৰা এদল খাবলৈ নোপোৱা মৰো-জীও নোছোৱা, ডকাইতৰ নিচিনা মানুহ ভাত-কাপোৰীয়াকৈ গোটাইছে । ইয়াৰ পৰা স্পষ্ট দেখা যায় যে কোঁৱৰে যুঁজকে তেওঁৰ বাপেকে হেৰুৱা সেই ভূমিবিলাক আমাৰ হাতৰ-পৰা আকৌ লবৰ মন কৰিছে । মোৰ মনেৰে এইটোৱেই ৰাজ্যত এইবিলাক ধুমধাম লৰা-ধপৰা কৰি সাজসঁজুলি গোটোৱা আমাৰ পালি-পৰ দিয়া আদি কাৰ্য্যৰ গুৰি ।

বাৰ্ণাডো । এৰা, মোৰো তাকেহে মনে ধৰিছে । যি জনা 000 আৰু 00000 গুৰি সেই-জনাৰ ৰূপ ধৰি আৰু 000 সাজ পিন্ধি আমি পৰ দিয়া 0000 সেই মূৰ্ত্তিটোও যে0000 কিজানি ভাললৈকে হৈছে ।

হৰেছিয় । এৰা, মনত উদ্বেগ লগাবৰ ইও এটা বস্তু হৈছে । ৰোম ৰাজ্যৰ জয়জয়ময়ময় অৱস্থাত মহাবলী জুলিয়ছৰ হত্যাকাণ্ডৰ অলপ আগেয়ে, ৰোমৰ মৰিশালিবোৰৰ পৰা প্ৰেতবিলাক মৃতকৰ বেশ ধৰি ৰাজআলিবোৰৰ ওপৰত কালি-কাটি চিঞৰিবাখৰি আওঁ-আৰাঁই ফুৰিছিল । নেজাল তৰাবিলাক ওলাইছিল । তেজবৰষুণ হৈছিল । সূৰ্য্যৰ গাত ক'লা ক'লা দাগবোৰ দেখা গৈছিল আৰু চন্দ্ৰ কেতুগ্ৰহতে মহা-প্ৰলয় কালত যেনেকুৱা হয় তেনেকুৱা নিস্তেজ আৰু মৃতপ্ৰায় হৈছিল । এতিয়াও সেই প্ৰকাৰ আমাৰ ৰাজ্যৰ অনেক ভাবী অমঙ্গল আৰু বিপদ-সূচক ঘটনা আকাশ আৰু পৃথিৱীত প্ৰকাশ পাইছে কিন্তু ৰ াঁচোন, লাহে লাহে । সোঁৱ 000000 আহিছে ।

[ ভূতৰ পুনঃ প্ৰবেশ ।]

ৰই থকা ঠাইডোখৰ 00000 সি ছলে যদি মোক ছলক । হে মায়াপী । তুমি ৰোৱাঁ তাতে । যদি তুমি মাত মাতিব পাৰাঁ বা কথা কব পাৰাঁ, তেনেহলে মোক কোৱাঁ । এনে যদি কিবা ভাল কাম আছে, যাক কৰিলে তোমাৰ শান্তি আৰু মোৰ গৌৰৱ বৃদ্ধি হয়, তাক তুমি মোক কোৱাঁ । যদি তুমি তোমাৰ এই ৰাজ্যৰ ভৱিষ্যৎ দুৰ্ঘটনাৰ সম্বন্ধে কিবা জানা তাক মোক কোৱাঁ । কিয়নো সেই কথা আগেয়ে জানিব পাৰিলে প্ৰতিকাৰ কৰি তাৰ হাত সাৰিব পৰা যাব পাৰে । মানুহে কয় বোলে যি জীয়াই থকা কালত লোকৰ পৰা দাঁড়ি অনা ধন পৃথিৱীৰ গৰ্ভত লুকাই পুতি থৈ মৰে । সি পিছত ধনগুলৈ হৈ সেই ধন ৰখি ফুৰে । সেই দেখি যদিহে তোমাৰো 00000 মোক তাক কোৱাঁ । 00000

—তাক ৰখোৱাঁ, মাৰ্ছেলছ 000 যাব নিদিবা ।

মাৰ্ছেলচ । মোৰ যাঠিৰে ইয়াক এখোচ লগামনেহে ?

হৰেছিয় । দিয়া লগাই পোৱা যদি ।

বাৰ্ণাডো । এইটো এইখিনিত !

হৰেছিয় । এইখিনি পালেহি !

মাৰ্ছেলচ । গ'ল । [ ভূতৰ প্ৰস্থান ।]

আমি বেয়া কৰিলোঁ । তাক সেইদৰে মাৰিম-কাটিমকৈ দবিয়াব-হকিয়াব নেলাগিছিল কাৰণ আমি তাক কি কৰিব পাৰোঁ, সি বতাহৰ নিচিনা কোব নবহা বস্তু । যিমান তাৰ গাত কুৰিয়াবলৈ যাম সিমান আমি হাস্যাস্পদ হম আৰু সিমান আমাৰ হিংসাকুৰীয়া স্বভাৱ প্ৰকাশ পাব ।

বাৰ্ণাডো । 00 00 0 কব খুজিছিল, 00 কুকুৰাই ডাক দিলে ।

হৰেছিয় । ডাক শুনিয়েই সি জগৰীয়া 000 দৰে উচাপ খাই লৰ মাৰিলে । মানুহে কয় বোলে উষাৰ কানীয়া কুকুৰাই কালিত কু দি টান চেৰচেৰীয়া মাতেৰে সূৰ্য্যক জগালে মাত্ৰক আৰু জুয়ে-পানীয়ে-আকাশে-পৃথিৱীয়ে যতে ভূত-প্ৰেতবিলাক চৰি ফুৰে তাৰ পৰা সিহঁতৰ থকা ঠাইত সিহঁতে তৰানৰা চিঙি সোমায়গৈ ; সেই কথা যে সঁচা এতিয়া তাৰ প্ৰমাণ পোৱা গ'ল ।

মাৰ্ছেলছ । কুকুৰাই ডাক দিলতে সি নাইকিয়া হ'ল । কোনো কোনোৱে কয় বোলে আমাৰ ত্ৰাণকৰ্ত্তা প্ৰভুৰ জন্মদিনৰ সন্ধ্যাত কুকুৰা দুৱাৰে ওৰে-ৰাতি গান কৰি থাকে । সেইদেখি বোলে ভূত

প্রেত-পিশাচ ডাইনী-যোগিনীবিলাকে তেতিয়া ওলাই ফুৰিব নোৱাৰে। সেই কালৰ ৰাতি-কেইটা ৰব 00000 দুষ্ট গ্ৰহে লগ লব নোৱাৰে? 000000 ৰক্ষিনীয়ে পাব নোৱাৰে; 0000 পিশাচৰ তেতিয়া চলিব 00000 নাই, সেই কালতো এনে পবিত্ৰ আৰু পুণ্যৰ।

হৰেছিয়। ময়ো সেইদৰে শুনিছো, আৰু অলপ অলপ তাক বিশ্বাসো কৰোঁ। কিন্তু চোৱাচোন উষাদেৱীয়ে ধোঁৱাবৰণীয়া সাজ পিন্ধি সৌ ওখ উদয়াচলৰ ওপৰৰ নিয়ৰৰ কণাবিলাকৰ ওপৰত খোজ চলাইছেহিয়েই। এতিয়া আমি যাওঁহক আৰু। মোৰ মনেৰে আজি ৰাতি আমি যি দেখিলোঁ সোপাকে হেমলেট্ কোঁৱৰৰ আগত কওঁগৈহঁক। কাৰণ মই শপত খাই কব পাৰে। যে যদি এই ভূতটোৱে আমাৰ আগত একোকে নেমাতিলে, সি কোঁৱৰে সৈতে কথা হৰই হব। আমাৰ ৰাজভক্তি 0000 নিমিত্তে 000 এই কথাটো তেওঁক 0000 তোমালোকৰ মত আছে নে?

মাৰ্চেলচ্। নিতান্ত তেওঁক এই কথা কবই লাগে আৰু এতিয়া ৰাতিপুৱাৰ সুবিধামতে তেওঁক কত আমি লগ পাবহঁক তাক মই জানোৱেই।

[প্ৰস্থান।]

---

## দ্বিতীয় দৰ্শন

### ৰজাৰ ভিতৰ-চৰা

[ৰজা, ৰাণী, হেমলেট্, পলনিয়চ্, লিয়েৰাটিচ্, ভল্টিমণ্ড, কৰ্নেলিয়চ, ৰৰ্ঙ্গৰাফুকন আৰু প বিষদসকলৰ প্ৰবেশ।]

ৰজা। যদিও আমাৰ প্ৰিয় ভ্ৰাতা হেমলেটৰ মৃত্যুৰ কথা আমাৰ মনত সমূলি কেঁচা হৈয়েই আছে

* * *

টোকা: 00000 এই চিন দিয়া অংশ নষ্ট হৈছে—ষ, গো

* অসম্পূৰ্ণ—অপ্ৰকাশিত

# মণ্ডলা

প্ৰথম দৰ্শন

ৰজাৰ ৰঙচ'ৰা

ৰজা (দীঘলকৈ হামিয়াই তিলিকি মাৰি)। মন্ত্ৰী! মোৰ আৰু একো ভাল নলগা হৈছে। দিনৌ সেই একে ৰকম পুৰণি আমোদ-প্ৰমোদ। শেন মেলা, পহু ধৰা, মহযুঁজ, কুকুৰাযুঁজ, বিয়াহ গোৱা, ৰৰঘেমালি বোৱা, আৰু পঁচি গৈছে, ভাল নালাগে। মোৰ দেশখন সঁচাকৈ গেলিল।

মন্ত্ৰী। স্বৰ্গদেও! কালি ওৰেষাৰ পৰা এজোৰা গান আহি সৰ্গদেৱৰ আলহি থকা ঘৰতে আছে। শুনিছো বৰ ভাল গান গায় হেনো। সৰ্গদেৱৰ আজ্ঞা হলে অনাব পাৰে।।

ৰজা। এতিয়াই, এতিয়াই।
(বৰ দীঘলকৈ হামি এটা মাৰে)

মন্ত্ৰী। যি আজ্ঞা সৰ্গদেও।

[মন্ত্ৰীৰ প্ৰস্থান।]

[গায়ন-বায়ন আৰু নটুৱাৰে মন্ত্ৰীৰ পুনৰ প্ৰবেশ।]

মন্ত্ৰী। আদেশ কৰক মহাৰাজ! ওৰেষাৰ গায়ন-বায়ন নটুৱা হাজিৰ।

ৰজা। জল্দি জল্দি গান-বাজনা আৰম্ভ কৰক। তু-ন-হে (দীঘলকৈ হামি মাৰে)

(গীত)

আজু সৰোবৰ শোভিত মলয়া বিকম্পিত
শতদল পৰিমল মিলি।
গোপবালা বেষ্টিত পদ্ম চক্ৰ নিন্দিত
গোপাল কৰু জলকেলি।

আজু—

ৰজা। (আকৌ হামিয়াই তিলিকি মাৰি) আন এটা গোৱা।

কস্তুৰী তিলকং ললাট পটলে বক্ষস্থলে কৌস্তভং।
নাসাগ্ৰে বৰ মৌক্তিকং কৰতলে বেণু কৰে কঙ্কনং।
সৰ্বাঙ্গে হৰিচন্দনং সুললিতং কণ্ঠে চ মুক্তাৱলী।
গোপস্ত্ৰী পৰিবেষ্টিত ব্ৰজয়েৎ গোপাল চূড়ামণি।

ৰজা। তোমালোকৰ ওৰেষা দেশৰ গান নোগোৱা কেলৈ?

কুলীএ শুনলো!

ৰাম নাম পদ-কস্তুৰী লেপন হৃদে পাঞ্চি
মন গুণ লো। কুলী শুনলো।

আৰে বাবু চাপ-ধাৰী, কি দণ্ড হেনা তোহাৰি,
কান্দি কৌশল্যা বোলন্তি কৈকেয়ী অৰ জীৱ
কেওঁ ছিড়িল।
কুলী শুনলো।

এহি মাৰ্গ শীৰ্ষ মাস কাকৰ পৰে বিশেষ
শীতল পৱন বহে ঘন ঘন,
যো পুত্ৰ কৰিব কিস লো।
কুলী শুনলো।

মাধৱ তুহ অধিক, গৰীৱ দুখদায়ক,
অমূল্য সুপাতী ত্যেজি ৰঘুপতি
বুলই কানন যাক নো
কুলী শুনলো।

ফাগুনে ফগু খেলবে, যাত্তিহুত্তি ঘৰে ঘৰে
যে অজুৰী ধন, মুঠো হই ভিন্ন,
ভসাইনা শোক নীৰেলো।।
কুলী শুনলো।

নীৰস কৰয় ধৰা,
শৰীৰক ঘাম বহে অনর্গল,
পৰাণ হোত্র যাবৰা লো

কুলো শুনলো ।

বইশাখ খৰা চাঁহি যক্ষ বাহৰ নোহই
কেওঁ বৃক্ষমূলে জীৱন বিকনে
থিৰ মোৰ পুত্র ৰখিলো ।

কুলী শুনলো ।

জেষ্ঠ যো জেষ্ঠ নন্দন, জানীকী সহ লক্ষ্মণ
নানা পৰ ফল খুজি বুমেথিবৰ,
বিধিৰ এ বিড়ম্বন লো !

কুলী শুনলো ।

আষাঢ় মাসৰে মেঘ- গৰজাই যেন ঘাম,
ৰেলে ৰেলে দৃশ্য হৰই অদৃশ্য
ঘোচিয়াল চউন্দিগ লো

কুলী শুনলো ।

দেখ ধাৰা শ্ৰাৱণ, জল পাৰ অনুক্ষণ,
ঘৰ ঘাট নাহি যো দুখীৰ ধন ।
কেমন্তে কাটিব দিন লো !

কুলী শুনলো ।

ভাদ্রৰ হেলে প্রবেশ, নিৰমল দশদিশ,
অতি সুকুমাৰী জনক কুমাৰী,
মনে ভানু থিৰ কিস লো ।

কুলী শুনলো ।

আশ্বিনে যন্ত্র কিৰণ কৰই মন হৰণ
কোতমতে কোত উৎসৱ কৰন্তা,
মৰে মৰে থিনে ৰঘুবাণ লো ।

কুলী শুনলো ।

এ মহা কাৰ্ত্তিক মাস ভণিলে শঙ্কৰ দাস
সীতা সঙ্গে ৰহি ৰঘুকুল মনি
ভোগকলে মাৰ মাস লো ।

কুলী শুনলো ।

ৰজা ।ৰেহুৰেহুৰেহু ।ৰেহু আৰু এটি এনে গীতগোৱা

গীত

উঠ উঠ হো গোবিন্দ, যশোমতী ডাকন্তি ।
কাক কোকিল ৰাগ দিনা নিশি হৰা পান্তি ॥
মাস ব্ৰজস্মুত আইলে ৰখি যিবে গোধন ।
সব নৱনী ঘৃত দেখি, উঠ উঠ মোৰ ধন ৰে ॥
পঙ্কজ মুখ তু পখাল, যেন স্নবাস পানী ।
পিন্ধাইবি জিন পাটনি, কোশ পাৰিবি বেণীৰে ॥

কণ্ঠে কণ্ঠামালী হৰিদ্রা হস্তে দেখি কঙ্কন ।
ৰঘু অৱথিত ভণিলে কৃষ্ণ পদম চৰণ ॥

ৰজা । এটি প্রেমৰ গীত গোৱাঁচোন ।

(গীত)

চুৱা চন্দন ৰখিথিলি ৰাসী হেলা ৰে ;

(এনেতে মণ্ডলা টেকেলাৰ প্রবেশ ।)

(মণ্ডলা দেখিবলৈ বলীৰগা আৰু দেখনিয়াৰ ডেকা মানুহ । ৰজাৰ বিশ্বাসী ভিতৰুৱাল গৰখীয়া)

মণ্ডলা । (আঠুকাঢ়ি ৰজাক সেৱা কৰি হাত জোৰ কৰি

সর্গদেও । বন্দী মৰিলোঁ বন্দীয়ে আৰু নোৱাৰে ।

(ৰজাই আচৰিত ভাৱে চায় । গান-বাজনা কৰোঁতা-সকলে গান-বজনা এৰি নিস্তব্ধ হয় ।)

মন্ত্রী । (মণ্ডলাক ধংকে) তই ইয়াত কিয় ? কটা গৰু । ওলা, ওলা, ওলাই যা ।

মণ্ডলা । কিয় ওলাই যাম ? সর্গদেওক মোৰ দুখৰ কথা নোকোৱাকৈ আজি মই নাযাওঁ । আজি তোমালোকে মোক কাটীকে দিয়া ৰৰশীতে দিয়া

মন্ত্রী । হেৰ কোন আছ ? এই বলিয়াটোক গতিয়াই উলিয়াই দে ।

মণ্ডলা । বাৰু মই চাওঁ, কোনে মোক গতিয়াই উলিয়াই দিয়ে । আজি মাৰঁা জীওঁ লোঁ অধি ।

ৰজা । ৰবা মন্ত্রী ৰবাঁ । হেৰ তই মণ্ডলা টেকেলা নহয় নে ?

মণ্ডলা । হয় সর্গদেও । বন্দীয়েই আজি ছমাহ সর্গদেওৰ খৰমৰ তলত থাকি সর্গদেৱৰ হকে দেহা আগ কৰি ফুৰা মণ্ডলা ।

ৰজা । তোৰ কি হৈছে ? কি কৰলৈ আহিছ ?

মণ্ডলা । সর্গদেও আজি ছমাহ মই দেহে-কেহে সর্গদেৱৰ চাকৰী কৰি আহিছোঁ ; কিন্তু সর্গদেৱৰ এই মন্ত্রী ডাঙৰীয়াই মোক কুটা কড়ি এটাকে দৰ্মহা বুলি দিয়া নাই । দৰ্মহা খুজিলেই আজি নহয় কাইলৈ কাইলৈ নহয় পৰহুইলৈ বুলি কৈ খেদি দিয়ে । ইফালে মই মোৰ তিৰুতাজনীৰে সৈতে খাবলৈ নেপাই মৰিব লগীয়া হলোঁ । *

অসম্পূর্ণ অপ্রকাশিত

॥ নাটৰ কুটিক সমাপ্ত ॥

'ছেক্সপীয়েৰৰ অফেলিয়াৰ পৰা গথেৰ মাৰ্গাৰেট যিমান নিলগ, সিহঁত দুয়োৰো পৰা বেজবৰুৱাৰ ডালিমী তাতোকৈ নিলগ। ফুলা ফুললৈ ভোমোৰা আহে, কিন্তু নুফুলা কলিটিয়ে জানো ভোমোৰা বিচাৰে? বেজবৰুৱাৰ নিজৰ কবিতাৰ ভাষাৰেই ডালিমী অকল 'অনাঘ্ৰাত কেতেকীৰ সোণোৱালী ৰেণুৰেই নহয়' 'তেওঁ নুশুঙা ফুলৰ কলিটি।' ৰবীন্দ্ৰনাথৰ ভাষাৰে ডালিমী 'মুকুলিকা', বিদ্যাপতিৰ ভাষাৰে 'গাথয় পুহৰ মালা' আৰু আগৰৱালাৰ ভাষাৰে যৌৱনৰ দুৱাৰদলিত ডালিমী 'ন যযৌ ন তস্থৌ'।

ডালিমী নাটকীয় সৃষ্টি হলেও ই বিশেষৰূপে কাব্যধৰ্ম্মী। কবি-নাট্যকাৰে তেওঁৰ হৃদয়ৰ সকলো কাব্যিক ৰহণ দি ডালিমীক সজাইছে আৰু কবিৰ সমগ্ৰ প্ৰতিভাৰে তাইক জীৱন্ত, প্ৰাণৱন্ত আৰু সঙ্গীতময় কৰি তুলিছে। তথাকথিত হাস্যৰসিক বেজবৰুৱাই ইফালেও এই চৰিত্ৰত কৰুণ ৰস যিমানে ঢালিব পাৰি অতি সংযতভাৱে ঢালিছে বা ডালিমীৰ অভাৱনীয় মৃত্যুও স্বয়ং এটি কৰুণ ৰসৰ উহ পাতিছে।"

—ডিম্বেশ্বৰ নেওগ

# চক্ৰধ্বজসিংহ

॥ প্ৰথম সংস্কৰণ—১৯১৫ চন ॥

## পাতনি

এই নাটৰ সম্পৰ্কে ইয়াকে কবলগীয়া যে মোৰ আদৰৰ বন্ধু শ্ৰীযুক্ত হেমচন্দ্ৰ গোসাঁঞীৰ ‘শৰাইঘাটৰ যুদ্ধ’ (উষা নামে মাহেকীয়া কাকতত ওলোৱা) প্ৰবন্ধৰ পৰা ইয়াৰ ঘাই সজুলি লোৱা হৈছে। অনেক ঠাইত সেই প্ৰবন্ধৰ পৰা শাৰীয়ে শাৰীয়ে কথা এই কিতাপত ব্যৱহাৰ কৰা হৈছে। এই কাৰ্য্যত গোসাঁঞীদেৱে অনুমতি দি, এই কিতাপ ৰচনাত মোক সহায় কৰা বাবে মই তেওঁৰ ওচৰত কৃতজ্ঞ আৰু ধৰুৱা। মিষ্টৰ গেইটৰ ইংৰাজী অসম বুৰঞ্জীৰ পৰাও কিছু সহায় পাইছোঁ, সেই বাবে মিষ্টৰ গেইটৰ ওচৰতো মই ধৰুৱা। মোমাইতামুলী বৰবৰুৱাৰ জীৱনৰ কথা যি ইয়াত আছে তাক মই মোৰ শ্ৰদ্ধাস্পদ বন্ধু বিজ্ঞবৰ শ্ৰীযুক্ত উপেন্দ্ৰনাথ বৰুৱাদেওৰ কিতাপৰ পৰা লৈছোঁ। সেই বাবে বৰুৱাদেওৰ ওচৰত মই কৃতজ্ঞতা স্বীকাৰ কৰি ধৰুৱা হৈ ৰলোঁ। এই কিতাপ ৰচনা কৰাৰ মোৰ ঘাই উদ্দেশ্য—অসমৰ অতীত গৌৰৱ-কাহিনী নাটৰ আকাৰেৰে আজিকালিৰ অসমীয়াৰ আগত প্ৰচাৰ কৰাটোহে, নাট লেখি যহ আৰ্জ্জিবলৈ যোৱাটো নহয়। কিন্তু লগতে যদি যহ উপাৰ্জ্জন হয় হওক, নহয় নাই।

আৰু একাষাৰ কথা কবলগীয়া এই আছে যে শ্ৰীযুত গোসাঁঞীদেৱৰ মতে ১৫৯০ শকৰ কাতি মাহত এই যুদ্ধ শেষ হয়। চক্ৰধ্বজ ৰজাৰ মৃত্যু আৰু উদয়াদিত্য ৰজাৰ ৰাজ-পাটত উঠাৰ আৰম্ভ হয ১৬৭০ খৃষ্টাব্দত অৰ্থাৎ ১৫৯২ শকত। তেনেহলে চক্ৰধ্বজৰ দিনতে এই যুদ্ধ যেনেকৈ আৰম্ভ হয় তেনেকৈ শেষো হয়। গেইটৰ বুৰঞ্জীয়ে আৰু আন আন কোনো লেখকে উদয়াদিত্যৰ দিনতহে এই যুদ্ধ শেষ হোৱা বুলি কয়। মোৰ হাতত আন বিশেষ সজুলিৰ অভাৱত মই কোনটো ঠিক, কোনটো বেঠিক তাৰ বিচাৰলৈ নগৈ, গোসাঁঞীদেৱৰ মতকে অনুসৰণ কৰিলোঁ।

শেহত আৰু একাষাৰ কথা কওঁ যে মহাকবি ছেক্সপীয়েৰৰ প্ৰিন্স হেনৰি, ফল্‌ষ্টাফ আৰু তেওঁলোকৰ লগৰীয়াসকলৰ চৰিত্ৰৰ চানেকীৰ কিছু দূৰ অনুসৰণ কৰি, এই নাটৰ প্ৰিয়ৰাম আৰু গজপুৰীয়া প্ৰভৃতিৰ চৰিত্ৰ গঠন কৰা হৈছে। মহাকবিৰ পদাঙ্ক অনুসৰণ কৰি তেওঁৰ আশীৰ্ব্বাদৰ কণামাত্ৰ লাভৰ ভিকহু হোৱাহে লেখকৰ মনস্কামনা।

নবেল্‌চ হাওৰা }
ভাদ ১৮৩৭ শক }

গ্ৰন্থকাৰ

# নাটত থকা ভাৱৰীয়া-ভাৱৰীয়ানী

## ॥ ভাৱৰীয়া ॥

| | |
|---|---|
| চক্ৰধ্বজসিংহ (চাৰিঙীয়া ৰজা) | অসমৰ ৰজা |
| আউৰেংজীব | দিল্লীৰ সম্ৰাট |
| জয়সিংহ | অম্বৰাধিপতি |
| বাঁহগৰীয়া বুঢ়াগোহাঁই | |
| গুঁইমেলা বৰগোহাঁই | ৰাজমন্ত্ৰীসকল। |
| বৰপাত্ৰগোহাঁই | |
| বৰভঁৰালী বৰুৱা | ৰাজভঁৰালৰ অধ্যক্ষ |
| লাচিত বৰফুকন | প্ৰথমতে দুৱলীয়া ফুকন ; তাৰ পিছত প্ৰধান সেনাপতি আৰু ৰাজপ্ৰতিনিধি |
| প্ৰিয়ৰাম ডেকাফুকন | লাচিত বৰফুকনৰ পুত্ৰ |
| গজপুৰীয়া, সিদ্ধিৰাম, জপৰা, টকৌ, টোকোৰা, | প্ৰিয়ৰামৰ খেমালিৰ লগৰীয়া |
| শদিয়াখোৱা গোহাঁই | লাচিত বৰফুকনৰ জীয়েক চেনেহীৰ ভবিষ্যত স্বামী |
| ভকতৰাম ওজা | ৰজাঘৰীয়া বিয়াহ-গোৱা ওজা, গায়ন আৰু কবি |
| বিক্ৰম কাকতী | ৰজাৰ বৰকাকতী |
| ৰামসিংহ | আউৰেংজীৱ বাদছাহৰ সেনাপতি |
| ৰচিত খাঁ | গুৱাহাটীৰ পুৰণি থানাদাৰ |
| ফিৰুজ খাঁ | গুৱাহাটীৰ নতুন থানাদাৰ |
| ৰাইৰামদেৱ, নচৰৎ খাঁ চৰিপ খাঁ | ৰামসিংহৰ তলতীয়া |
| কিৰাতসিংহ ৰক্তিয়া | সেনাপতি |
| পাণ্ডিতৰায় | ৰামসিংহৰ কটকী |
| মাধৱচৰণ | লাচিত বৰফুকনৰ কটকী |

উজিৰ, কোটোৱাল, সেনা, দূত ইত্যাদি।

## ॥ ভাৱৰীয়ানী ॥

লাচিত বৰফুকনৰ ভাৰ্য্যা

| | |
|---|---|
| চেনেহী | লাচিত বৰফুকনৰ কন্যা, বয়স ষোল বছৰ |
| ৰূপহী | ,, বয়স চৈধ্য বছৰ |
| লিখিৰী | বৰফুকনৰ দাসী |
| গজপুৰীয়ানী | গজপুৰীয়াৰ ঘৈণীয়েক |

---

# প্ৰথম অঙ্ক

## প্ৰথম দৰ্শন

স্থান—বজাৰ ৰহচৰা

কাল—আবেলি

[ চক্ৰধ্বজসিংহ সৰ্গদেও, বাঁহগৰীয়া বুঢ়াগোহাঁই, গুইয়েলা বৰগোহাঁই, বৰপাত্ৰগোহাঁই, আৰু সভাসদসকল । ]

চক্ৰধ্বজসিংহ । মই সেইবোৰ বুজিছোঁ বুঢ়াগোহাঁই ডাঙৰীয়া । কিন্তু মোক কওকচোন, চাৰখৰা আৰু পোতাকলঙৰ কোঁঠ দুটা ভালকৈ মেৰামত হবলৈ আৰু কিমান বাকী ?

বুঢ়াগোহাঁই । দিনে-ৰাতিয়ে কাম কৰিবলৈ মানুহ লগাই দিয়া হৈছে সৰ্গদেও ! আৰু আঠ-দহ দিনমানৰ মূৰত শেষ হবৰ সম্ভৱ ।

চক্ৰধ্বজ । সম্ভৱৰ ওপৰত নাথাকিব, সম্ভৱে আমাৰ গা নুজুৰায় । আৰু খৰ্ খৰ্ কৈ কাম কৰিবলৈ সৰহকৈ মানুহ লগাই দিয়ক । আজি পুৱা মই আমাৰ হিলৈদাৰীবোৰৰ আখৰা চাবলৈ গৈছিলোঁ । ভালেমানে এতিয়াও ভালকৈ হিলৈ মাৰিব জনা নাই । সিহঁতক মই নিজে দুপৰলৈকে আগত থাকি অনেক শিকাই দিলোঁ । দিনে-ৰাতিয়ে ভালকৈ অভ্যাস কৰিলে আৰু আখৰা দি থাকিলে সিহঁত সেই কামত শীঘ্ৰে নিপুণ হব । কাৰণ মই যিকেইটা কথা শিকালোঁ। সিহঁতে টপ্ টপ্ কৰে শিকি পেলালে । মানুহবোৰ চতুৰ । সোনকালে সিহঁতে শিকিব পাৰিব । কাইলৈ আকৌ গৈ মই সিহঁতৰ আখৰা চাম বুলি সিহঁতক কৈ আহিছোঁ ।

[ দুৱৰীৰ প্ৰবেশ । ]

দুৱৰী (আঁঠু লৈ, সেৱা কৰি) । সৰ্গদেও-ঈশ্বৰ । কলিয়াবৰৰ ফুকন আৰু ৰাজখোৱাৰ ওচৰৰ পৰা কটকী আহি দুৱাৰতে আছে ।

চক্ৰধ্বজ । ভিতৰলৈ আহিবলৈ দে ।

[ দুৱৰীৰ প্ৰস্থান কটকীৰ প্ৰবেশ । ]

কটকী (আঁঠু কাঢ়ি সেৱা কৰি) । সৰ্গদেও ! কলীয়াবৰৰ ফুকন আৰু ৰাজখোৱাই সৰ্গদেৱলৈ সেৱা জনাই কৈছে বোলে, বঙালৰ ৰবকথা আৰু বেয়া ব্যৱহাৰ দিনে দিনে সহিব নোৱাৰা হৈ উঠিছে । এতেকে সৰ্গদেৱে যি ভাল বুজে সোনকালে এটা কৰক । ইয়াৰ এটা প্ৰতিবিধান সোনকালে নকৰিলে আমি সকলোবোৰ সিহঁতৰ উপদ্ৰুতাৰহে পাত্ৰ হবহঁক ।

চক্ৰধ্বজ । বুজিছোঁ । (অলপ পৰ ভাবি থাকি ) বাৰু তই উভতি যাগৈ । ফুকন আৰু ৰাজখোৱাক কবি যে ইয়াৰ প্ৰতিকাৰ নিশ্চয় সোনকালে কৰা হব ।

[ কটকীৰ প্ৰস্থান । দুৱৰীৰ প্ৰবেশ । ]

দুৱৰী (সেৱা কৰি, আঁঠু লৈ) । সৰ্গদেও-ঈশ্বৰ ! দিল্লীৰ পাটছাৰ গুৱাহাটীৰ থানাদাৰ ফিৰুজ খাঁই সৰ্গদেৱৰ ওচৰলৈ কটকী পঠিয়াইছে । দুৱাৰতে আছে !

চক্ৰধ্বজ । তই পাটছাৰ কটকীক কগৈ —তেওঁ আমাৰ দেশৰ যেনে দস্তুৰ, সেই মতে আঁঠু লৈ সেৱা কৰি আহিলেহে আমাৰ আগলৈ আহিব পাৰিব । নহলে আমাৰে সৈতে সাক্ষাৎ নহয় ।

দুৱৰী । যি আদেশ সৰ্গদেও ! ।

[ দুৱৰীৰ প্ৰস্থান । দুৱৰীৰ পুনৰ প্ৰবেশ । ]

দুৱৰী (আঁঠু লৈ) । সৰ্গদেও-ঈশ্বৰ ! পাটছাৰ কটকীয়ে আমাৰ দেশৰ দস্তুৰমতে আঁঠু লৈ সেৱা কৰি সৰ্গদেৱৰ আগ হব নোখোজে । বোলে "মই দিল্লীৰ পাটছাৰ থানাদাৰৰ দূত, কোনো সৰু মানুহ নহওঁ যে সেই দৰে যাম । মই আমাৰ দেশৰ দস্তুৰ মতেহে চলিম । এই দেশৰ দস্তুৰ মই ভু নাপাওঁ ।"

চক্ৰধ্বজ । তেন্তে দূতক কগৈ—আমাৰ দেশৰ দস্তুৰ মতে নচলা মানুহে আমাৰ দেখা নেপায় । তেওঁ আমাৰ দেশৰ দস্তুৰ নেজানে যদি শিকি লৈ আহিব পাৰে ।

[ দুৱৰীৰ প্ৰস্থান । দুৱৰীৰ পুনৰ প্ৰবেশ । ]

দুৱৰী (আঁঠু লৈ) । সৰ্গদেও-ঈশ্বৰ । বঙালৰ কটকীয়ে প্ৰথমতে অনেক অহঙ্কাৰ অহঙ্কাৰ-কৈ কথা কৈ, শেহত দেখোন আমাৰ দেশৰ দস্তুৰ মতেই আঁঠু লৈ সেৱা কৰি সৰ্গদেৱৰ ওচৰলৈ আহিবলৈ মান্তি হৈছে ।

চক্ৰধ্বজ । তেনেহলে আহিব পাৰে ।

[ দুৱৰীৰ প্ৰস্থান । ]

[ পাটছাৰ দূতৰ প্ৰবেশ। সাতবাৰ আঁঠু লৈ সেৱা কৰি কৰি, ৰজাৰ আগলৈ আহি শৰাই এখনত চিঠি এখন আগবঢ়াই ৰজাৰ কালে দিয়ে। ]

চক্ৰধ্বজ (চিঠিখন পঢ়ি আঁতাই)। দূত! তোমাৰ মালিক গুৱাহাটীৰ নতুন থানাদাৰ ফিৰুজ খাঁ মিঞা চাহাবক কবা যে টান টান কথা ব্যৱহাৰ কৰি অসম দেশৰ ৰজালৈ চিঠি লেখাটো ভাল মানুহৰ চিন নহয়। তেওঁ নকৈ তেওঁৰ পাটছাৰ মলুকৰ পৰা যদি এনে 'ভদ্ৰ ব্যৱহাৰ' শিকি আহিছে তেন্তে কবা যে সেই ব্যৱহাৰ আমাৰ দেশত নেখাটে। অৱশ্যে এইটো আমি বুজিছোঁ যে তেওঁ কিছু দিন আমাৰ দেশত থাকি পুৰণি হৈ, আমাৰ ডা-ডাঙৰীয়া আদি ভাল মানুহেৰে সৈতে মিলিজুলি কথাবাৰ্ত্তা আদি কলে ভদ্ৰ ব্যৱহাৰ শিকিব পাৰিব সম্ভৱ। দুখৰ কথা যে তেতিয়ালৈকে অপেক্ষা নকৰি, তেওঁৰ পাটছাৰ মলুকৰ মকৰা বিদ্যা আমাৰ দেশত 'জাহিৰ' কৰিবলৈ আহিছে তেওঁ ধৰা পৰিবৰ কথা হ'ল। আৰু তেওঁক কবা, অসমৰ ৰজা, থানাদাৰ মিঞা ফিৰুজ খাঁ চাহাবৰ বা তেওঁৰ পাটছাৰ কৰতলীয়া নহয় যে সেইটো তেওঁক আজিলৈকে কোনেও কৈ দিয়া নাই নে? আগৰ থানাদাৰ ৰচিত খাঁ মিঞা থকাহেঁতেন তেওঁক কৈ দিলেহেঁতেন-কিজানি। আমাৰ চলা জনা সৰ্গদেও জয়ধ্বজসিংহ ৰজাই নবাব মিৰজুমলাৰে সৈতে কৰা সন্ধিপত্ৰত লেখি দিয়া কথাবোৰ অৱশ্যে আমি অগ্ৰাহ্য কৰিব খোজা নাই; কিন্তু সেই সন্ধিপত্ৰ পাটছাৰে সৈতে প্ৰীতি সংবৰ্দ্ধন কৰি ভবিষ্যতে দুই দেশৰ ৰজা বন্ধুভাৱে থাকিবৰ নিমিত্তেহে কৰা হৈছিল। আৰু সেই উদ্দেশ্যেৰেইহে পাটছালৈ আমাৰ আগৰ জনা ৰজাৰ কন্যা ৰমণীগাভৰুক হয়-হস্তী-বস্ত্ৰ-অলঙ্কাৰ আদিৰে সালঙ্কৃতা কৰি পঠোৱা হৈছিল। নবাব মিৰজুমলা আৰু তেওঁৰ আগৰ সকলেও কোনো কালে আমাৰ অসম জয় কৰিব পৰা নাছিল। এনে স্থলত মিঞা ফিৰুজ খাঁই এনে গচ্ছেৰে আমালৈ চিঠি লেখে কি বুলি? তথাপি তেওঁক কবা, আমি কৈছোঁ যে আগৰ সন্ধিপত্ৰত লেখা কথা আমি অগ্ৰাহ্য কৰিব খোজা নাই। আগেয়ে অনেক ৰূপ, অনেক সোণ, অনেক হাতী দিয়া হৈছে, এতিয়া যি কিছু বাকী আছে, তাকো সুবিধামতে দিবলৈ যে আমি সাজু নহওঁ এনে নহয়। সম্প্ৰতি দেশত ডাঙৰ আকাল হৈ যোৱা বাবে ভঁৰালত ধন কম আছে। লাহে লাহে দেশৰ অৱস্থা ভাল হলে আৰু ভঁৰালত যথোচিত ধন-সোণ গোট খালে, বাকীখিনিও পৰি নেথাকে। আৰু হাতী পঠিয়াবলৈ যে লেখিছে, এতিয়া আমাৰ যি হাতী ধৰা আছে, সেইবোৰক ভালকৈ শিকোৱা-হোৱা নাই; এতিকে সেইবোৰ পঠাবৰ অযোগ্য। পঠালেই পাটছাৰ কব "কণা কুকুৰাক পঞ্চান ধান দি ভাবিছে" বুলি। পিছত ভালকৈ শিকাইমেলি হাতী পঠিয়াবৰো কাল যোৱা নাই। আমাৰ দেশৰ অৱস্থা আগৰ থানাদাৰ ৰচিত খাঁই ভালকৈ জানিছিল, সেইদেখি তেওঁ ফিৰুজ খাঁ মিঞা চাহাবৰ নিচিনা বিতত আৰু অবিবেচক হোৱাও নাছিল।

দূত। স্বৰ্গদেও! আমাৰ পাওনা টকা আৰু হাতী দিব লাগে দেখি সধা গৈছে। দিব নুখুজিলে নিদিওঁ বুলি কব লাগে। তাকে খুলি নকৈ ইমানবোৰ ঘুৰোৱা-পকোৱা কথা কবৰ আৱশ্যক কি?

বুঢ়াগোহাঁই। মনে মনে থাকাঁ, মনে মনে থাকাঁ। এইখন তোমাৰ পাটচাৰ মলুক নহয় জানিবা।

দূত। আউৰংজীব বাদছাহৰ দূতে অসমত মনে মনে থাকি লোকৰ কথা শুনি যাবলৈ অহা নাই।

বৰপাত্ৰগোহাঁই। চুপ্! চুপ্! বৰ গপ-গপকৈ কথাবোৰ কৈছঁ। দেখোন? তুমি কাৰ আগত এনেকৈ কথা কৈছা জানিছা নে?

দূত। জানিছো। এনে দেশৰ ৰজাৰ আগত কৈছোঁ, যাৰ ৰজাই দিব লগীয়া টকাও নিদিয়ে আৰু মুখৰ জবানও ঠিক নেৰাখে।

বৰপাত্ৰগোহাঁই। হেৰ কোনো নাই নে ইয়াত, ইয়াক ধৰি এসেকা দিবলৈ? ইয়াৰ দেখোন বৰ গপ-গপ কথা।

বুঢ়াগোহাঁই (বৰপাত্ৰক)। হৈছে, হৈছে আৰু একো কব নেলাগে। দূত অবধ্য, অদণ্ডনীয়। (দূতক) তুমিতো সৰ্গদেৱৰ উত্তৰ পালা। এতিয়া যোৱাঁগৈ। ইয়াৰ পিছত আমি আৰু ভাবি-চিন্তি আমাৰ ফালৰ পৰা সবিশেষ তোমাৰ মালিকলৈ লেখি পঠিয়াম।

দূত। বেছ কথা। বন্দেগি জোনাব! বন্দেগি স্বৰ্গদেৱ।

[দূতৰ প্ৰস্থান।]

বৰগোহাঁই। সৰ্গদেও! কাৰ্য্যটো বৰ ভাল হল যেন মোৰ মনে নধৰিলে। ইয়াৰ ফল আকৌ যুদ্ধ।

চক্ৰধ্বজ। হানি কি?

বৰগোহাঁই। হানি বিস্তৰ সৰ্গদেও। বঙালেৰে সৈতে আগৰখন যুঁজতে আমাৰ দেশৰ কঙ্কাল পৰিল বুলিব লাগে। ভুতৰ ওপৰতে দানহ— তাৰ উপৰি গত বছৰৰ বৰ আকাল। দেশত হাহাকাৰ এতিয়াও ভালকৈ গুচা নাই। এনে স্থলত আকৌ এখন ডাঙৰ যুদ্ধ তৰি লব লাগিলে আমাৰ কালে ভাগ্যৰ পালি হৈছে আৰু।

বৰপাত্ৰগোহাঁই। হওঁতে হয় স্বৰ্গদেও। বৰপাত্ৰ-গোহাঁই ডাঙৰীয়াৰ কথা একেবাৰেই দলিয়াই পেলাব নোৱাৰি। আমাৰ এনে ককালভগা অৱস্থাত আকৌ মোগলৰ লগত যুঁজ এখন পাতি লোৱাটো সুবিধাজনক হ'ব হবলা।

বৰগোহাঁই। মোৰ মনেৰে স্বৰ্গদেও! এতিয়া আমাৰ যুঁজৰ সময় নহয়। বঙালক চেচনি-সুজনি দি এতিয়া চেচা কৰাটোহে যুক্তিসিদ্ধ। জাল দি উতলোৱাটো ঠিক নহয়।

চক্ৰধ্বজ। বৰগোহাঁই ডাঙৰীয়া! বঙালক চেচনি-সুজনি দি চেচা কৰা মানে, বঙালৰ আগত গলবস্ত্ৰ হৈ আমাৰ গোটেই দেশখন তেওঁলোকক দান কৰা আৰু তেওঁলোকক খুজি পাৰিলে, কৰ-জলতীয়া হৈ কোনোমতে ৰজা নামটো লৈ পেট প্ৰৱৰ্ত্তাই থকা। ডাঙৰীয়াসকল! এনে কাৰ্য্য, মই হলে জীয়াই থাকোঁতে কৰিব নোৱাৰোঁ। চক্ৰধ্বজ-সিংহৰ শৰীৰত থুনলাই-খুন্‌লুঙৰ এটোপা তেজও থাকে মানে চক্ৰধ্বজসিংহই মোগল পাটছাৰ ওচৰত মূৰ নেদোৱাঁয়, এইটো ঠিক। জয়ধ্বজসিংহ স্বৰ্গ-দেৱৰ দিনত সনা অসমৰ গাৰ কলঙ্কলোপা, হয় চক্ৰধ্বজে গুচাব, নহয় চক্ৰধ্বজ সমূলি বিনাশ হব। ডাঙৰীয়াসকল! মই ৰাজপাটত উঠিবৰে পৰা আজি চাৰি বছৰ মাথোন মোৰ এই একেটা চিন্তা। সেই-দেখি এই কেই বছৰ সৈন্য-সংগ্ৰহ, সৈন্য-শিক্ষা আৰু ঠায়ে ঠায়ে কোঠবোৰ ঘাতিবুতি দৃঢ় কৰা কাৰ্য্যত মোৰ সকলো চিন্তা, সকলো চেষ্টা নিয়োজিত হৈছে। আপোনাসকলে ভয় নেখাব, পিছুলৈ নাচাঁনিব, ঈশ্বৰে আমাৰ অভীষ্ট সিদ্ধি কৰিব। বঙালক আমাৰ দেশৰ পৰা খেদাব পাৰিম। (লাচিত বৰফুকনলৈ চাই) আমাৰ ফুকনে কি কয়?

লাচিত। স্বৰ্গদেৱৰ ইচ্ছা আৰু আদেশ পালনত বন্দীৰ পৰা কোনো ত্ৰুটী নহয়।

বুঢ়াগোহাঁই। স্বৰ্গদেৱৰ কথা সাৰুধা। মোৰ মনেৰেও আমাৰ যুদ্ধ কৰাই শ্ৰেয়ঃ। দিল্লীৰ পাটছাই আমাৰ অসমত এবাৰ ভালকৈ খাপি পুতি লব পাৰিলে আৰু আমাৰ দেশ গ'ল। তেনেহলে বঙ্গ, বিহাৰ ওৰেষাৰ যি গতি হৈছে, আমাৰ অসমৰো সেই গতিয়েই হব। এতেকে দুপতীয়াতে বিহগছৰ পুলি উঘলাটোৱেইহে যুগুত।

চক্ৰধ্বজ। বাৰু; দেওধাই, বাইলুং আৰু গণকক মাতা হওক। এই বিষয়ে সিইঁতেনো কি পায়, চাই কওকচোন।

[এজন দেওধাই, এজন বাইলুং আৰু
এজন গণকৰ প্ৰবেশ।]

(তিনিওজনে স্বৰ্গদেৱক সেৱা কৰি থাঁঠু লয়।)

তোমালোকে চাই কোৱাইকচোন, দিল্লীৰ ৰজা পাটছাৰে সৈতে আমি যি যুঁজ কৰিব খুজিছোঁ, তাত আমাৰ জয় হব নে নহয়?

দেওধাই, বাইলুং। স্বৰ্গদেও'ৰ কহীঁৰতে বৰচৰাৰ বাহিৰত ধৰম-পখী কাটি তাৰ ঠেংৰে মঙ্গল চাই আহি এতিয়া স্বৰ্গদেৱক সবিশেষ জনাম্‌হক।

[দেওধাই, বাইলুঙৰ প্ৰস্থান।]

গণক (পুথি-পাঁজি মেলিবৰ উদ্যোগ কৰি)

“আক মাৰি পাৰঁা ডেকা গছৰ আলোন,
পুৰণি মঁদাৰৰ পাণ।
দুখনি ঠগি শৰাইত সজাইপৰাই,
গণকক দিয়া দান॥”

(ৰজাৰ ইঙ্গিতমতে এজনে দুখন ঠগিত তামোল-পাণ আনি গণকৰ আগত থয়। গণকে পুথি-পাঁজি চাই কিছু মেলিব ধৰিব মুৰত কয়।)

স্বৰ্গদেও-ঈশ্বৰৰ একাদশত বৃহস্পতি। মোলে “কিং কুৰ্ব্বন্তি গ্ৰহাঃ সৰ্ব্বে যস্য কেন্দ্ৰে বৃহস্পতি।” স্বৰ্গদেও ঈশ্বৰ যুদ্ধত জয়যুক্ত হোৱাটো কৈছে। স্বৰ্গ-দেও-ঈশ্বৰ! এতিয়া গ্ৰহবিপ্ৰক সন্তুষ্ট কৰিব লাগে। গ্ৰহবিপ্ৰক সন্তুষ্ট কৰিলে গ্ৰহসকলো সন্তুষ্ট হয়।

চক্ৰধ্বজ (ৰৱভঁৰালী বৰুৱালৈ চাই)। গণক বাপুক ভালকৈ দক্ষিণা দিয়া হওক।

ৰৱভঁৰালী বৰুৱা। যি আদেশ স্বৰ্গদেও!

[দেওধাই আৰু বাইলুঙৰ প্ৰবেশ।]

চক্ৰধ্বজ। তোমালোকে কি পালা?

(বাইলুঙে গায়)—

“ওপৰত দিখৌৰে শিলখৰিয়া
ৰৰপথাৰবে জহা।
ৰাজভঁৰালৰ সোণ ধৰাহিৰে,
দিয়ক বাইলুঙক বঁটা॥”

বাইলুং। স্বৰ্গদেও-ঈশ্বৰৰ জয় বুলি মঙ্গলে কৈছে।

দেওধাই। হয় স্বৰ্গদেও-ঈশ্বৰ! মঙ্গল পাইছোঁ তাকে।

চক্ৰধ্বজ (ৰৱভঁৰালী বৰুৱাক)। এওঁলোককো ভালকৈ ভোজনি আৰু কাপোৰ দি এতিয়াই সন্তুষ্ট কৰা হওক। পাটছাৰে পঠিয়াবলৈ বুলি যি সাতলাখ টকা বৰঙণি তোলা হৈছিল, সেই টকা আৰু দিয়া নোৱাৰ। তাৰে যুঁজৰ খৰচ চলোৱা যাব। কালিলৈ সভা ভঙ্গ কৰিলোঁ। [প্ৰস্থান।]

## দ্বিতীয় দৰ্শন

স্থান—গৰগাঁও, গজপুৰীয়াৰ ঘৰ

[ প্ৰিয়ৰাম, গজপুৰীয়া, সিদ্ধিৰাম আৰু জপৰা । ]

গজপুৰীয়া । ডেকাফুকন বোপাদেও ! দেশতনো এইখন কিহৰ গোলমাল লাগিছে ?

প্ৰিয়ৰাম । দেশৰে সৈতেনো গজপুৰৰ তিতা খেৰৰ মেজিটোৰ সম্পৰ্ক কি ? গোলমাল লাগিছে যদি দেশত লাগিছে, খেৰৰ মেজিটোতনো আৰু লগা নাই । সি তিতা মেজি, তিতা মেজি হৈয়েই আছে । তাত গোলমালৰ কথা দূৰৰ কথা, জুয়ো নেলাগে ।

সিদ্ধিৰাম । ডেকাফুকন দেউতাৰ কথাত কেনা লাগিছে ।

জপৰা । কোনখিনিতনো কেনা লগা পালি অ' সিদ্ধি ?

সিদ্ধিৰাম । কোনখিনিত পালোঁ কওঁ শুন— আমাৰ গজপুৰীয়া ককাই যদিও তিতা মেজি—পানীৰে তিতা নহয়, তেলেৰেহে তিতা । এই মেজিৰ জুইৰে সৈতে বৰ প্ৰণয় । জুইৰ জিভাই এই মেজিক কেনেবাকৈ এবাৰ পালেই চেলেকি পেলাই সামৰি থব । তেতিয়া দিখৌ নৈৰ পানী সোপাকে নি তাত ঢালিলেও সেই জুই নুনুমায় ।

জপৰা । তাত লাওপানী ঢালিলে এৰা ?

সিদ্ধিৰাম । জুই নুমাওক ছাৰি ভৰক্ কৰে জলিহে উঠিব ।

প্ৰিয়ৰাম । জলি উঠে যদি উঠক, ভালেইহে । দিখৌৰ পাৰতে আমাৰ গজপুৰীয়াক তাৰ গাত জুই লগাই বহুৱাই থম । গোটেইখন গৰগাঁও পোহৰ হৈ থাকিব— কি দিনত, কি ৰাতিত । তেনেহলে এন্ধাৰ ৰাতি কাকো জোৰও নলগা হব, চাকিও নলগা হব ।

জপৰা । তেনেহলে আমাৰ গজপুৰীয়া গজ-পুৰীয়া গুচি গজ-আৰিয়া হব ।

প্ৰিয়ৰাম । গজ-আৰিয়া নহয়, গজ-জোৰ হব ।

সিদ্ধিৰাম । তেনেহলে ৰাতি গজপুৰীয়া-জোৰৰ পোহৰত চোৰে চুৰ কৰিব নোৱাৰা হব । এটাইখন ধৰা পৰি মৰিব ।

প্ৰিয়ৰাম । আৰু তেনেহলে গজপুৰীয়াই নিজেও চুৰ কৰিব নোৱাৰা হব । সি যলৈকে যায় তলৈকে জলি পোহৰ হৈ যাব ।

সিদ্ধিৰাম । তেনেহলে ভালহে হব, এন্ধাৰতে গজপুৰীয়া ককায়ে পুহৰৰ বস্তু দেখা পাব ।

প্ৰিয়ৰাম । পুহৰতো যে তাক ধৰি-বান্ধি চেকীঠোৰাৰে কোবাবলৈ দেখা পাব, সেইটো ভাবিছ নে নাই ?

জপৰা । চোৰৰ যি গতি হয় হওক, মই হলে এই মেজিৰ জুইত আলু পুৰি খাম । মাথৰ মেজিলৈ আৰু বাট নেচাওঁ ।

প্ৰিয়ৰাম । জপৰা-আলু নে মোৱা-আলু ?

গজপুৰীয়া । জপৰা-আলু, চীনা-আলু, মোৱা-আলু, কাঠ-আলু, বঙা-আলু, বগা-আলু, গুটি-আলু, আৰু এইবোৰৰ লগতে পানী-আলুও ।

প্ৰিয়ৰাম । গজমূৰ্খ ! গাধ ! মাহৰ ভুলি ! সৰিয়হৰ ভুলি ! ভগা ভুলি ! বোলোঁ পানীআলুৰ পানী গজপুৰীয়াৰ গাত পৰিব লাগিলে, গজপুৰীয়াৰ ইমান ডাঙৰ ধানপুৰীয়া জুইকুৰাই যে নুমাই যাব, এইটো তোৰ মনত খেলোৱা নাই নে ? সেইদেখি পানী আলু এইকুৰা জুইত নিদিওঁহক ।

গজপুৰীয়া । বোলোঁ ডেকাফুকন ! মই মূৰ্খ নে কোন মূৰ্খ ? মই যে একেবাৰেই ইমানবোৰ বস্তু হব নোৱাৰোঁ, সেইটো বুজিব নোৱাৰাবোৰ নহয় নে ? মই গজহস্তী হলে গাধ হব নোৱাৰোঁ । মাহৰভুলি হলে সৰিয়হৰভুলি হব নোৱাৰোঁ । সভাসদসকলক সন্তুষ্ট কৰিব লাগিলে, আমি কেউটাই ভাওবোৰ ভগাই লব লাগিব । ধৰাঁ, মই যদি গজমূৰ্খ ভাও লব লাগিল, তেন্তে বোজা বোৱা দীঘল কাণেৰে সেই চাইভৈয়া জন্তুটোৰ ভাও তুমি লব লাগিব । সিদ্ধিৰামে মাহৰ ভুলিৰ আৰু জপৰাই সৰিয়হৰ ভুলিৰ ভাও লওক । টোকোৰাক ভগা-ভুলিৰ ভাওটো দিয়াঁ । আৰু টকোক সৰিয়হ পাতাঁ । তেহে কথাবোৰ খেও খাব । কিন্তু ভাও দিবলৈ বোৱাৰ আগেয়েই একোটোপা লাওপানী নেখালে যে ভাও ভালকৈ নোলায়, সেইটো তুমি ভৰা নাই কিয় ? নিৰামহীয়া মুখত ভাও ওলাওক ছাৰি "আহে সভাসদলোক !" কথাষাৰেই নোলায় ।

প্ৰিয়ৰাম । তেন্তে "আহে গজপুৰীয়ানী লোক !" আন লাওপানী ! আন লাওপানী !

[এটাইকেইটাই "আন লাওপানী" বুলি একেলগে চিঞৰে । গজপুৰীয়ানীয়ে এহাতে এটেকেলি লাও-পানী আৰু আন হাতে তিনটা বাটি লৈ প্ৰবেশ কৰি, প্ৰিয়ৰামৰ আগত থয় । গজপুৰীয়াই ঢালি এটাই কেউটাকে দিয়ে আৰু নিজেও খায় ।]

[ টকৌ আৰু টোকোৰাৰ প্ৰৱেশ । ]

টকৌ (দূৰৰ পৰাই) । বাইজইঁত ঐ । এই বাইকৰ কেইটাই অকলে অকলে টেকেলিয়ে টেকেলিয়ে লাওপানী পিয়েঁ ঐ ।

টোকোৰা । মইমনো কি থাকঁ ? আমি দুটা কৰবাতে থাকিলোঁ । । এই খহুৰা কেইটাই লাওপানীতে গাঁতুৰি কুৰিছে ।

প্ৰিয়ৰাম । বোলোঁ মনে মনে থাক, মনে মনে থাক, নিচিঞৰিবি । তইঁতেও গাঁতোৰ আৰু লাওপানী খাই চকাডিঙৰা লগাইক । তথাপি এইদৰে হায় উ-বিউ নকৰিবি, মুখ লাগিব ।

গজপুৰীয়া । মুখ লাগে যদি লাগক, ঢেকী-ঠোৰাবে মুখ ভাঙি দিম ।

টকৌ । ভাঃ ভাঙিবি, কিন্তু চাবি—মুখৰ বিস্তাটো যেন মাৰ নেযায় । সেইপিনে লাওপানী বাকি দিলেই যেন সৰকি পেট পায়গৈ ।

গজপুৰীয়া । লাওপানীৰ সোঁতে তাৰ লগতে টকৌ গুটিটোকো যে উটাই নিব । সেইটোৰ কি হব ?

প্ৰিয়ৰাম । উটাই নিয়ে যদি নিয়ক, হানি কি ? টকৌৱে এবাৰ কোনোমতে ঠাঁউনি পালেই তাতে গাজ মেলি গছ হব । আমাৰ টকৌ অমৰ ।

গজপুৰীয়া । টকৌৰ নহয় এটা গতি লাগিল, কিন্তু আমাৰ টোকোৰাৰ কি হব ?

প্ৰিয়ৰাম । টোকোৰাই সেই টকৌ গছতে বাহ লব । নহলে তাৰ কপালত যি আছে সেয়ে হব ।

গজপুৰীয়া । টোকোৰাৰ কপালখন ইমান আহলবহল যে তাত তিনিপুৰা লিজোৰা ধান মেলি দিলেও, এছোৱা পৰিহে থাকিব ।

প্ৰিয়ৰাম । মূৰ্খ । টোকোৰাৰ মূৰহে টপা, কপাল যে বহল নহয় সেইটোৰো তোৰ ভু নাই নে ?

গজপুৰীয়া । বোলোঁ, মূৰৰ চুলি সৰি টকলা হৈ সি কপালেৰে সৈতে, দিখৌৰ সৈতে ব্ৰহ্মপুত্ৰ লগ লগাদি লগ লাগি বহল হৈ যোৱা নাই জানো ?

সিদ্ধিৰাম । সকলো চৰায়ে লখিয়াই লখিয়াই হেনো চৰাই টোকোৰাৰ মূৰ টকলা কৰিছিল । আমাৰ এই মানুহ টোকোৰাৰনো মূৰটো কোনে লখিয়াই তেনে কৰিলে ?

জপৰা । সেৰৰ টোকোৰাণীবোৰে ।

সিদ্ধিৰাম । টোকোৰাৰ টোকোৰাণী মুঠেই এজনী । আনকে চাবলৈকো নাই, পাহৰে চাৰ-
লৈকো নাই । আৰু টোকোৰাণীবোৰ হব কৰ পৰা ?

জপৰা । তইঁতে কি জান ? মোৰ মূৰত চুলি বিমান, এই টোকোৰাৰ টোকোৰাণীও সিমান । অৱশ্যে চিন-ছাব নবা এজনীহে ।

প্ৰিয়ৰাম । সিইঁতে টোকোৰাক লখিয়াব কিয় ?

জপৰা । আমাৰ ল'ৰা ভাল, সেইদেখি ।

গজপুৰীয়া । বোলোঁ জপৰা । তয়ো সেই টোকোৰাণীৰ জাকত আছিলি নেকি ? সিইঁতৰ মলীয়া হৈ জাকত সোমাই টোকোৰাৰ মূৰত চৰণ চলাই, তোৰ ভৰিটোও খোৰা কৰিলি নেকি ?

প্ৰিয়ৰাম । চুপ্ ৰও গজানন্ । তোৰ বৰপেটৰ ওপৰত জপৰাই চৰণ চলাব চাবি ।

টকৌ । সেই বৰপেটৰ ওপৰত সি চৰণ চলাবলৈ গলে, দিখৌৰ পলসত বুঢ়ী গাই সোমো-ৱাদি সোমাই যব ।

গজপুৰীয়া । সেইদেখি জপৰা বুঢ়ী গাইক বিপদত পেলাবৰ হলে, সেই পলস শুকাবলৈ দিব নোৱাৰি । তাক লাওপানীৰ ধলেৰে ঘনে ঘনে তিয়াই ৰাখিব লাগিব । কি কোঁৱা ঢেকাকুকন বোপা ?

প্ৰিয়ৰাম । অস্তুবৎ । লাও, লাওপানী ।

( এটাইকেইটাই একেবেলিয়েই লাও, "লাওপানী" বুলি চিঞৰে আৰু খায় ।)

জপৰা । ঢেকাকুকনদেউতা । শাস্ত্ৰত কৈছে—ঘোঁৰাত উঠিলে চাবুক লাগে । আমি কটকিয়া নামৰ তাজী ঘোঁৰাত উঠিলোঁহক, কিন্তু হাতত চাবুক নাই ।

প্ৰিয়ৰাম । কি চাবুক ?

জপৰা । বোলোঁ ধপাতৰ চাবুক । এই চাবুক নহলে ঘোঁৰা নচলে ।

প্ৰিয়ৰাম । আন চাবুক ।

(এটাইকেইটাই একেলগে "আন চাবুক" বুলি কিৰীলি মাৰি দিয়ে । )

গজপুৰীয়ানী । কি মস্তিস ! তোমালোকে এইদৰে কিৰীলিয়াই হাতী-বাঘ খেদাইছা নে নাই বিলত পল মাৰলৈ গৈছাইক ?

টকৌ । বিলত পল ।

প্ৰিয়ৰাম । তই কি পল মাৰি খ' টকৌ ? টকৌগুটিয়ে পলহে নেলাগে জলুকীৰ কাৰলৈকে মাৰ নোৱাৰে । গলেই জলুকীৰ বিস্তাত সোমাই যাব ।

গজপুৰীয়া। নহলে বোকাত সোমাই আনৰ গচকত জোল হব।

টকৌ। নহওঁ জোল। বোকাত সোমাই গাজ মেলি গছ হৈ তইঁতকৈ ওখহে হব।

গজপুৰীয়া। কুচ্ পৰোৱা নাই। সেই গছতে আমাৰ চৌকীদাৰবাই বাহ সাজি ওলমিবৰ হুকুম, আমাৰ দেৱতা ৰূপকুঁৱৰ বোপাৰ পৰা ইয়াৰ আগেয়ে হৈ গৈছে। তেনেহলে গিৰিধাৰী কাঠত ওলমাৰ পৰা সাৰিব।

অপৰা। আৰু সেই বাহতে টোকোৰাই কণী পাৰিবৰ হুকুমটোও হৈ যাওক।

টোকোৰা। তেন্তে তলত থকা তইঁতৰ মূৰত কিবাকিবি কৰিবৰ হুকুমটোৱেই বা বাকী থাকে কিয়? সেইটোও হৈ যাওক।

গজপুৰীয়া। তাৰ আগতে ধপাত আনিবৰ হুকুমটোও হৈ যাওক। তেনেহলে ধপাত খাই আমি গা টঙাই লব পাৰিমহঁক।

প্ৰিয়ৰাম। আন ধপাত।

(এটাইবোৰটোৱে "আন ধপাত" বুলি চিঞৰে।)

গজপুৰীয়ানী। "আন ধপাত" কোনে? গজপুৰীয়ানী তোমালোকৰ বান্দী নহয়, বাৰে বাৰে ধপাত আনি দি থাকিবলৈ। মই ডেকাকুঁৱৰ দেউতা বোপাক ধপাত লগাই আনি দিম। তোমালোকক নিদিওঁ।

গজপুৰীয়া। মোক একা?

গজপুৰীয়ানী। তুমিনো কিহৰ বাপু? তোমাকো নিদিওঁ।

গজপুৰীয়া। কিয়? মোৰে সৈতেও পীৰিতিৰ কথাল এবাল নে? কোমলঅমোল দেখি বুঢ়া-তামোলটো দলিয়াই পেলালি নেকি?

টকৌ। (গীত)

প্ৰণয়ৰ স্বভাৱেই চঞ্চল
ফটা কাপোৰ পাৰি বহে,
(ধৰে) নতুনৰ আঁচল।
পুৰণি মলঙি টেঙিল,
নতুন পাগ উঠিল,
কথাল কুমলি গল,
জোৰা সুলকিল।

গজপুৰীয়া। (গীত)

চতুৰহীয়া পকা ঔ
কেচিন কেচাৰ লগত,
লাওপানীৰ জীপত পোখা
ওলাল শুকান গছত।
গজপুৰীয়াৰ গজমুকুতা
পোহৰ তিৰ্‌বিৰায়,
গজপুৰীয়ানীয়ে লাখ টকা,
হাটত বেচি পায়।

প্ৰিয়ৰাম। চুপ্! চুপ্! (গজপুৰীয়ানীক) যোৱাঁ। তুমি মোলৈকে ধপাত লগাই আনাগৈ। ইহঁতক দিব নেলাগে।

[গজপুৰীয়ানীৰ প্ৰস্থান।]

টকৌ। (গীত)

ধুনীয়া ঔ খিদোদোৰা।
তামাখু এচিলিম লগাই দিয়াঁ।
গজপুৰ-পুৰ-অনীয়া,
ডবা ধোঁৱাখোৱা
কি কৈ বধিলা?
মোৰে ধোঁৱাখোৱা,
কি কৈ বধিলা কোৱাঁ?"

[গজপুৰীয়ানীৰ ধোঁৱাখোৱা লৈ প্ৰবেশ।]

গজপুৰীয়ানী (প্ৰিয়ৰামক)। ধৰক বোপা দেউতা।

(প্ৰিয়ৰামে গজপুৰীয়ানীৰ হাতৰ পৰা ধোঁৱাখোৱাটো লৈ ধপাত খায় আৰু গজপুৰীয়াক দিয়ে।)

গজপুৰীয়া (ধপাত খাই)। আজি ধপাতত চোক নাই। কিবা সেঙেতা সেঙেতা লাগিছে।

প্ৰিয়ৰাম। আমালৈ আছে, তোলৈহে নাই।

গজপুৰীয়া। তোমালৈ থাকিবতো দেও আজি তোমাৰ পুহমাহ। গজপুৰীয়াৰহে সৰ্ব্বনাহ।

টকৌ। (গীত)

পুহমহীয়া পকা আওঠা কাৰো ভাগ্যত হয়।
কাৰো ভাগ্যত আঠীয়া কল, চেচা পানী বয়॥
কোনোৰ কপালত জাপৰ উম,
কোনোৰ গছৰ তল।
কোনো উঠে ৰজচাওত,
কোনো বৰ্জ্জিত।

গজপুৰীয়া। হেৰ টকৌ! আজি তয়েই মোৰ খৰচত ইমানবোৰ গীত-পদ মাতি থাকিবি নে? আৰু নিদিওঁ। মোৰ খৰচ বন্ধ কৰিলোঁ। গা যদি বাজইবা খৰচত গা। সাগা যদি মৰেই এটা এডোখৰ গাওঁ শুন,—

গজপুৰীয়া। (গীত)

> সাগৰৰ পানী আৰু বাদলে
> দিনে-ৰাতিয়ে খায়।
> সগৰ ৰজাৰ তথাপি সাগৰত
> পানী চপ্‌চপায়॥
> কেৰ্কেটুৱাৰ পোৱালিয়ে
> পকা তামোল পাই।
> বঙা দেখি কামুৰি মৰে
> দাঁত ভাগি যায়॥

প্ৰিয়ৰাম। হেৰ গজপুৰীয়া! হেৰ হাতীমূৰা পৰ্ব্বত। মনে মনে থাক। বামুণভোকোলাৰ গান কোনেও নুশুনে।

গজপুৰীয়া। বৰপুখুৰীয়ে শুনে।

টোকোৰা। তোমাৰ বৰপুখুৰী সৌ গজপুৰীয়ানী নে?

গজপুৰীয়া। অলবৎ।

গজপুৰীয়ানী (মুখ বিকটাই, গজপুৰীয়ালৈ চাই)। ইস্ কেনেখন কৰিছে নেদেখিছা। মই এতিয়াৰ বৰপুখুৰী হবলৈ গলোঁ?

গজপুৰীয়া। হবিতো, তই বৰপুখুৰী। এই বৰপুখুৰীত মই পদুম হৈ ফুলিম। ডেকাফুকন বাজহাঁহ হৈ চৰিব। টোকোৰা, জপৰা, সিদ্ধিৰাম, লালুকী হৈ সাঁতুৰিব।

টকৌ। মইনো বাদ গলোঁ কিয়?

প্ৰিয়ৰাম। তই তাত শেলাই হৈ ওপঙিবি।

গজপুৰীয়া। তেন্তে আন লাওপানী।

(এটাইকেইটাই "আন লাওপানী" বুলি চিঞৰিবে।)

গজপুৰীয়ানী। মই তোমালোকক ইমানকৈ লাওপানী খাবলৈ দিব নোৱাৰোঁ। তোমালোকে মতলীয়া হৈছাহঁক।

গজপুৰীয়া। মতলীয়া হইছোঁ যদি, লাওপানী খাই নহয়। মোৰ গজপুৰীয়ানীৰ মুখচন্দ্ৰৰ মৌৰস খাইহে।

(এটাইকেইটাই "হুৰ হুৰ" কৰে।)

গজপুৰীয়ানী। বোলোঁ মতলীয়া হৈ মোৰে সৈতে এইদৰে ঠেটা নকৰিবা একা।

গজপুৰীয়া। ঠেটা কৰিব নালাগে যদি আকৌ এটেকেলি লাওপানী আনি দে। আগৰ টেকেলিয়ে আমাক মতলীয়া কৰক ছাৰি আমাৰ গাৰ খুলখলে নথজুৰালে।

গজপুৰীয়ানী। ইস এতিয়াৰ খুলখল নথজুৰালে। মদৰ বাগীত কথা কওঁতে জিভা লোৰোল লোৰোলা হৈছে। তোমালোকক মই বলিয়া কৰি বং চাব লাগে নেকি?

প্ৰিয়ৰাম। বোলোঁ গজপুৰীয়ানী! তোমাৰ গজপুৰীয়া বলিয়া হোৱাৰ ভয় নাই। মদৰ টেকেলিটো যি দিনা বলিয়া হব, সেই দিনাহে তোমাৰ গজপুৰীয়া মদ খাই বলিয়া হব, এইটো নিশ্চয়।

গজপুৰীয়া। ডেকাফুকন! চাবাচ, চাবাচ! এইবাৰ কথাহে খাপে খোপে খাই গল। কি বোল টকৌ?

প্ৰিয়ৰাম। মনে মনে থাক, মনে মনে থাক মদৰ টেকেলি! তেলৰ মুটুকি। (গজপুৰীয়ানীলৈ চাই) তুমি লাওপানী আনা, একো ভয় নকৰিবা। ইয়াত কাৰো বলিয়া হবৰ সম্ভাৱনা নাই। এটাই কেউটা পকা নাৰিকল।

গজপুৰীয়া। নাৰিকলৰ পেটত পানী নেথাকে নে?

টকৌ। থাকে।

গজপুৰীয়া। তেন্তে আমাৰ পেটত লাওপানী নেথাকিবৰ কাৰণ কি?

প্ৰিয়ৰাম। একো কাৰণ নাই। আন লাওপানী!

(এটাইকেইটাই "আন লাওপানী" বুলি চিঞৰিবে আৰু গজপুৰীয়ানীয়ে লাওপানী আনে।)

গজপুৰীয়া। ডেকাফুকন বোপা! আজি তোমালৈ মোৰ বৰ মৰম লাগিছে। চুমা এটাকে খাম নে?

টকৌ। চেলেকা এটা মাৰাঁ! তোমাৰ জাতৰ প্ৰাণীয়েতো চুমা খাব নেজানে।

টোকোৰা। মই কওঁ—চুমাও নেখাবা, চেলেকাও নামাৰিবা। সেই দুইটাতে বিপদ। সেইদেখি ভুকা এটা মাৰা।

জপৰা। তাতো বিপদ আছে। মই কওঁ—গজপুৰীয়া! তোমাৰ যদি ডেকাফুকন দেউতালৈ ইমান মৰম লাগিছে, তেন্তে তুমি ঠিঠি অজপ ফুৰলৈ যোৱাঁ। পৈ তাৰ গধা কাষ এটা কাটি দিয়াগৈ। তেনেহলেই মৰমে তোমাৰ ডিঙিত হাত ফুৰাইছে বুলি জনা যাব। কি কওঁ মিছি?

সিদ্ধিৰাম। তাতোকৈ ভাল, যদি তেওঁ দূৰৈৰ পৰা জেকাকুকন দেউতাৰ কাণে শীষলকৈ হমুনিয়াহ এটা কাঢ়ি দিয়ে।

টকৌ। মোৰ মনেৰেও হমুনিয়াহ এটা কাঢ়ি দিয়া ভাল। সি হলে গাজত লাগি যাব।

সিদ্ধিৰাম। বোলোঁ, আমাৰ গজপুৰীয়াৰ হমুনিয়াহ গজপুৰীয়ানীৰহে বস্তু। সেই হমুনিয়াহ লোকৰ কাণে কাঢ়ি পঠিয়ালে গজপুৰীয়নীয়ে তাতে আপত্তি কৰিব।

টকৌ। (গীত)

মৰমৰ চিন চেলেকাচেলেকি
(তাৰ) সৰু ভায়েক চুমা,
চুমা মৰিল বিষনিত পৰি,
দদায়েক আহিল গুণ্ডা।
গুণ্ডাক গিলিলে হাঁৰি-বাঘিনী,
হমুনিয়াহ বল দুৰত,
চাই থাকি হাঁকুটি লগালে,
মৰম লাগিল বুকত।

প্ৰিয়ৰাম। গজপুৰীয়ানীৰ কথা ঠিক। তহঁতৰ এটাইমধাৰে ফটিকাৰ বাগী লাগিছে। উঠহঁক, আজিলৈ সভা ভাগিল।

[গজপুৰীয়ানীৰ বাহিৰে সকলোৰে প্ৰস্থান।]

গজপুৰীয়ানী (স্বগত)। আই ঐ দেহি, কেনেকৈ মাতথাৰ মাতে। "গজপুৰীয়ানী"!! শুনি থাকিবৰহে মন যায়। "গজপুৰীয়ানী। তুমি লাওপানী আনা"। আনিবতো। তোমালৈ নানিনো মই কালৈ আনিম? তুমি মোৰ জীয়টো খুজিলেও জানো মই নিদিয়াকৈ থাকিব পাৰিম? উহুঁ। ৰজলোকৰ পোৱালি। ৰাউনীয়ে আকাশৰ তৰা হাত মেলাৰ নিচিনা কথা। হলেইবা ৰজলোকৰ পোৱালি? ৰজলোকৰ পোৱালি-য়েইহেতো সৰু মানুহৰ হাতত পৰিলে আতোলতোলৰ বস্তু হয়, ডাঙৰ মানুহৰ হাতত নহয়। এ মোৰ নিচিনা জনীয়ে পালে তেওঁক গোসাঁই আবাধাদি আবাধিম নহয়। বুকুৰ পৰা নেৰেঁায়েই নহয়। "গজপুৰীয়ানী। মোৰ। তুমি মোলৈকে থপাত আনাগৈ, ইহঁতলৈ আনিব নেলাগে।" "মোলৈ থপাতত চোক আছে, আঁতলৈহে নাই।" কথা কেইযাৰ শুনিয়েই আমুকীৰ গা মুত লাগি গৈছিল। মোক ভাল পায়। আৰু পোৱা কৰিব লাগিব তেহে। মোৰ পাছে পাছে ঘূৰা হব খেজিয়া, মোক নেদেখিলে ঐৰঁ। চৰা বেন হব খেজিয়া, তেজিয়াহে কাৰ হল বুজিম। মই জনা আজদিকেটাকে এটা এটাকে খুৱাই দেচাওঁ কিয়? সেই কেইটাবেই পাৰিব পাওঁ দেখোন। সেই কেইটাই গুণ সমৰিলে তাৰ পিছতো আলতী বাহিৰ ভচমৰ পৰা ডাঙৰ ডাঙৰ আহদি আনি খুৱাব পাৰিম। হব। পাৰিম। মোৰ মনে কৈছে—"গজপুৰীয়ানী! তই পাৰিবি!" যাওঁ সেই বদবাই পাণজোপাৰ তিন জাল পিপা আজিয়েই তুলি থওঁ। কাইলৈ পুৱা বাহী মুখেৰেই গৈ আঢ়ুনীপাণৰ গছৰ মকৰাজাল আনিম। শামুকৰ চূণৰ চোকোৰা আছেই।

[প্ৰস্থান]

---

## তৃতীয় দৰ্শন

স্থান—লাচিত বৰফুকনৰ ঘৰ

কাল—ৰাতি

[লাচিত বৰফুকন আৰু তেওঁৰ ভাৰ্য্যা।]

ভাৰ্য্যা। পিছেনো আজি আপোনাসকলৰ কি থিৰ হ'ল? পাটছাৰ সৈতে যুঁজ কৰাই থিৰ হ'ল নে মিত্ৰতা কৰাই থিৰ হ'ল?

লাচিত। যুঁজ।

ভাৰ্য্যা। আপুনি?

লাচিত। মোক ৰজাই বৰফুকনৰ খিতাপ দি সেই যুঁজৰ সেনাপতি পাতিছে।

ভাৰ্য্যা। ঈশ্বৰৰ চৰণত মোৰ অশেষ সেৱা।

লাচিত। বৰফুকননী হলা বুলি হৰলা?

ভাৰ্য্যা। নিশ্চয় নহয়। আপুনি বৰফুকনৰ খিতাপ পালে দেখি।

লাচিত। মই বৰফুকন হোৱা বাবে তুমিও ভাৰ্য্যা দেখি স্বভাৱতে বৰফুকননী হলা সেইটো বুজি।

ভাৰ্য্যা। নিশ্চয় নহয়। মোৰ নিজৰ চিন্তা-ভাৱনাৰ লেখ-যুজ মোৰ হাতত নাই। মই মানত কৰিলোঁ বা বাচিলোঁ সেইটোৰ ভু মই নজাওঁ। মই মোৰ স্বামীৰ ভাৰ্য্যা—তেহেলৈ তেওঁ বৰফুকনেই হওক বা খৰিভাৰীয়েই হওক—সেইটো খিতাপ মই খিদিনা পালোঁ, সেই দিনাই মই ৰজলোক হলোঁ। মোৰ এই খিতাপৰ পাছত মোলৈ যি আহে আহি থাকক। তাত মোৰ হৰণ-ভগনও নাই, আনন্দ-নিৰানন্দও নাই। অৱশ্যে নিয়াজনে দিছে খেতিয়া তাক মই কৃতজ্ঞ চিত্তেৰে গ্ৰহণ কৰিম, এতিয়াও কৰিছোঁ আৰু তাৰ লগতে আনন্দও যদি মোলৈ আহিছে আহক, সেইকনকে অনুগ্ৰহ বুলি থকিম।

লাচিত। মানুহে কথা কৰ জানিলে, কথা এনেকৈ খেও খাই সুৰলা হৈয়েই ওলায়।

ভাৰ্য্যা। মোলৈ মইনো কৰ ৰজা পাটছাৰ সভাত ঘূৰি ফুৰি মহলা মাৰি কথা কবলৈ শিকিলোঁ যে মই কথা কৰ জনা হলোঁ? আপুনি দিনে-ৰাতিয়ে ৰজাৰ ৰৰচৰাত ৰহি মেল-দোৱান কৰি থাকে, আপুনিহে কথা কৰ নজনা হ'ল আৰু মই মূৰ্খ তিকতা এজনীয়েহে কথা কৰ জনা হলোঁ? ৰঢ়িয়া কথা। আপুনি কথা কৰ নজনাৰ চিন এইটোতেই পালোঁ নহয়, আন নেলাগেচোন।

লাচিত। শুনা সজ কথা কবলৈ ঈশ্বৰেহে মানুহক শিকায়। ডা-ডাঙৰীয়া, ৰজা-পাটছাই শিকাব নোৱাৰে। সোণ যি সি বোকাত পৰি থাকিলেও সোণ আৰু কঁৰীয়া হৈ তোমাৰ কাণত ওলমি কাণ শুৱাই থাকিলেও সি সোণ। সীহ এডোখৰক ৰজাই ডিঙিত আৰি থলেও সি সীহ শুচি সোণ নহয়।

ভাৰ্য্যা। এতিয়া কওকচোন, কোনে কথা কৰ জানে। এইটো কথা কৰ নজনাৰ চিনৰ লেখ দুই। বাৰু সঁচাকৈ কওকচোন, এনে লনিকৈ কথাষাৰ মোৰ মুখৰ পৰা ওলালহেঁতেন নে? ৰজাই বাটে-পথে মানুহক ধৰি এনেই বৰফুকন নেপাতে।

লাচিত। দিল্লীৰ পাটছাৰ সেনাপতিৰে সৈতে এনেকৈ লনিকৈ কথা কবলৈকে ৰজাই মোক বৰফুকন পাতিছে নে?

ভাৰ্য্যা। ৰজাই জানে, যাৰ গাত এনে গুণ আছে, তেওঁ মোগল সেনাপতিৰ গাতও লনিকৈ হিলৈ-কাঁৰ মাৰিব পাৰিব।

লাচিত। তোমাৰ কথাও এতিয়া মোৰে নিচিনা লগি। তুমিও যে মোগল সেনাপতিৰ গাত খেও-খুৱাই মিহিকৈ কাঁৰ মাৰিব নোৱাৰিবা সেইটো কোনে জানে? চাবা, ৰজাই তোমাৰ এই গুণৰ ভু পালে তোমাকো মোগল সেনাপতি ফিকন্দ খাঁৰ গাত কঁৰিয়াবলৈ লগাই দিব। ফিকন্দ খাঁৰ মোৰ নিচিনা পতি সহজে হয়। (নিজৰ গালৈ আঙুলিয়াই) এইজন সেনাপতিতো তোমাৰ মিহি চোকা কাঁৰত ঘাইল হৈ তোমাৰ কাষতে পৰি আছেই।

ভাৰ্য্যা। যাওক আপুনি কিবা ঠেটা কৰিবলৈ লাগিল। মই ইমানবোৰ কথাৰ মানুহ নহওঁ বুজিছে নে? আপোনাৰ বেঁকা কথাৰ পাকত সোমাবলৈ মোৰ শকতি নাই।

লাচিত। এৰা, এৰা। তুমি একেবাৰেই খোলৰ আলিটো যেন পোন, মইহে বেঁকা। মোলৈ, নিজক এটায়ে পোন দেখে, লোককহে বেঁকা দেখে। লাচিত হেন মানুহটো যাৰ চকুৰ পাকত, বাহুৰ বেৰত, ৰবৰৰ চাকত পৰি তিনি পাক খাই জৰীভাল যেন হৈ ভৰিত পৰি আছে, সেইজনা হেনো পোন, মই হে বেঁকা।

ভাৰ্য্যা। এৰা আৰু এখোপ আগবাঢ়ি সৈতো নকয় কিয়, "যি জৰীভাল হৈ তোমাৰ ভৰি দুটা, বান্দাৰে হাতীৰ ভৰি বন্ধাদি বান্ধি থৈছোঁ?", মোলৈ হেৰি। কথা কৰ নজনা অকৰা মানুহটো! আপোনাৰ কথাৰ জালখনি অলপ সাৰৰক। আমাৰ নিচিনা খলিহা-ভচেলি আপোনাৰ হাতত এনেই ধৰা পৰি আছে, তাতে জাল নেলাগে।

লাচিত। বাৰু সেইবোৰ বুজিছোঁ। সম্প্ৰতি কোৱাঁচোন, তোমাৰ বৰপুত্ৰক লৈ মই এতিয়া কৰোঁ কি?

ভাৰ্য্যা। মোৰ বৰপোৱে কি কৰিলে?

লাচিত। একো নাই কৰা, মাথোন দিনে-ৰাতিয়ে চোৰ, ডকাইত, ভগুৱা, মদাহীৰে লগ লাগি মোৰ নাক-কাণহে কটাই ফুৰিছে।

ভাৰ্য্যা। সেইবোৰ মিছা কথা, মই বিশ্বাস নকৰোঁ। আপোনাক কোনোবাই খিয়ালতহে তাৰ নামে তেনেকৈ লগাইছে।

লাচিত। সেইটো হয়। তোমাৰ বৰপো একেবাৰেই অজলা, আঁকৰা, নিছলা, নিমাতী, বোজা লৰাটি হৈয়েই আছে। তাক তুমি কোলাত লৈ চুমা গোটাচেৰেক খাই নাম গাই শুৱৰাঁ। লোকে খিয়ালতহে বেয়া বোলে। মোলৈ বৰবোপাৰ মাক। তোমাৰ লৰাৰ যেনে বিদ্যা হৈছে, তেওঁ কোনোবা দিনা বিদ্যাৰসাগৰ খিতাপ লৈ, মোমাইতামুলী বৰবৰুৱাৰ পুত্ৰ লাচিত বৰফুকনক বৰফুকননীৰে সৈতে লৈ লৈ সাগৰৰ সোঁমাজতে বুৰাই নথলেই মঙ্গল। আগা অজলা ল'ৰাৰ মাক। যদিও তুমি পতিয়াব নোখোজা, তথাপি কওঁ—এই ল'ৰাই আমাৰ কুলত কলঙ্ক সানিলে। হাতী যেন মঙহাল, গাহৰি যেন পেটাল, মদাহী মানুহ এটা আছে, তাক তুমি কেতিয়াবা দেখিছা কিজানি। সি হ'ল তোমাৰ বৰপুত্ৰৰ খাওপানীৰ বান্ধ। আৰু চোৰ, ভগুৱা, মদাহী গোটাচেৰেক আছে সিহঁত হ'ল তাৰ লগৰীয়া। তোমাৰ পোৱাই সিহঁতৰ লগত আমাৰ পিতৃ-পিতামহৰ যহ বঢ়াই মদেৰে দিনৌ তপত পিৰ দিব লাগিছে। আৰি সকলোবোৰে আমাৰ পুত্ৰৰ পুণ্যৰ ফলত ৰাজহংস হৈ এতিয়া মানস-সৰোবৰলৈ বা স্বৰ্গলৈ উৰি যাবহঁক, আৰু ডৰ নাই। পিতৃ-পিতামহৰ বিদ্যা—ক্ষত্ৰিয়-বিদ্যা বা ভাল মানুহে চৰ্চ্চা কৰা শাস্ত্ৰবিদ্যা নাইবা ৰাজনৈতিক বিদ্যা

ইত্যাদিৰ সি ওচৰলৈকে নেৰায়। দিনে-ৰাতিয়ে শক্ত মানুহৰ লগত ঘূৰি ফুৰি চোৰ-ডকাইতৰ বিদ্যাহে উপাৰ্জ্জন কৰি ফুৰিছে। সঁচাকৈ কৈছোঁ, সি আমাৰ নাক কটালে। তোমাৰ গৰ্ভতে সি কিয় মৰি নগ'ল ?

ভাৰ্য্যা (চকুলো টুকি)। মোৰ লৰাটোৰ কোনেনো মগজ খালে ? উ! উ! মই বুজিছোঁ, কোনোবাই তাক আহুদি খুৱাইহে তেনে কৰিলে। মোৰ ল'ৰাটোক খিয়াল কৰি কোন শত্ৰুৱেনো এনে কৰিলে। উ! উ! (চকুলো টোকে)

লাচিত (দূৰত প্ৰিয়ৰামৰ মাত শুনি)। সেইটো তোমাৰ পুত্ৰৰ মাত শুনিছো নহয়। সেইটো কোন ? প্ৰিয়ৰাম নে ?

প্ৰিয়ৰাম। হয় দেউতা ময়ে।

লাচিত। এইপিনে আহ।

[ প্ৰিয়ৰামৰ প্ৰবেশ। ]

ৰৰফুকননী। হেৰ বোপাই! মইনো এইবোৰ তোৰ নামে কি শুনিবলৈ পাইছোঁ কচোন ?

লাচিত (ঘৈণীয়েকক)। তুমি মনে মনে থাকাঁ। মোকে সুধিবলৈ দিয়াচোন। (প্ৰিয়ৰামক) তই কলৈ গৈছিলি ?

প্ৰিয়ৰাম। অলপ ফুৰিবলৈ ওলাই গৈছিলোঁ।

লাচিত। কালি ৰাতি দুপৰলৈকে ক'ত আছিলি ?

প্ৰিয়ৰাম। ভাৱনা চাইছিলো।

ৰৰফুকননী। হেৰ! নোখোৱা-নোবোৱাকৈ এই মাথৰতীয়া ৰাতি তই ভাৱনা চাব পাৰ নে ? কি ৰাঙলিয়া ল'ৰা এটা! মোৰনো কি মৰিবৰ দিন হ'ল!

লাচিত (ঘৈণীয়েকক)। তুমি মনে মনে থাকাঁচোন। মোক সুধিবলৈ দিয়া (প্ৰিয়ৰামক) হেৰ! কি ভাৱনা ? কত ভাৱনা ?

প্ৰিয়ৰাম। জোকতলীত। বাধাহৰণ ভাৱনা।

লাচিত। আমাক সেই ভাৱনালৈ মতা নাছিল যেতিয়া, তই তালৈ গৈছিলি কিয় ?

প্ৰিয়ৰাম। নগৰ ল'ৰা জনচেৰেকে মোক টানি লৈ গ'ল।

লাচিত। আচৈকুৰি বছৰীয়া মদাহী পেটাল সেই গৰুপুৰীয়া নাবেৰে ল'ৰাটোৰে নে ? নাবাত কিয় ? হেৰ! তই মোক কি ফাঁকি দিবি ? মই নাড়ী-নক্ষত্ৰ গোপাকে জানিছো। তই ক'ত ফুৰ, কি কৰ, তাৰ জীৱৰ খাতবি ওঁাৰে মই পাই আছোঁ। বাৰু তোৰ চকু দুটা ইমান ৰঙা হৈছে কিয় কচোন ?

প্ৰিয়ৰাম। কালি ৰাতি টোপনি ক্ষতি হৈছিল দেখি আজি এতিয়া টোপনি আহিছিল, তাতে অলপ মোহাৰি দিছিলোঁ।

লাচিত। বাটত খোজ কাঢ়ি ফুৰোঁতেই টোপনিয়ে তোৰ লগ ধৰিছিল নে ? বাৰু, তোৰ মুখত কটিকাৰ গোন্ধ কিয় ?

প্ৰিয়ৰাম। কতা! মই দেখোন নাই পোৱা।

লাচিত। কটিকা পেট সুমাওঁতাই নিজৰ মুখৰ গোন্ধ নিজে পায় নেকি ?

প্ৰিয়ৰাম। কি জানি দেউতা। মই সেইটো নেজানো।

ফুকননী। বোলোঁ ওৰে দিনটো নোখোৱা নোবোৱাকৈ ট-ট কৰে ঘূৰি ফুৰি তাৰ পিতপানী উজাৰ খাইহে গোন্ধাইছে, যদি গোন্ধাইছে। মোৰ বোপায়ে লাওপানী ক'ত পাব ? মোৰ অজলা ল'ৰাটোৱেনো লাওপানী কি বুজ পায় ? হেৰি! কিয়নো তাক সেইদৰে কয় ?

লাচিত। তোমাৰ ল'ৰা বৰ অজলা। তাৰ পিয়াহ খোৱা দাঁত সৰাই নাই।

ফুকননী। মোৰ ল'ৰাটোৰ ওপৰত এটাইৰে হিংসা। তাৰ নামে আপোনাক কোনোবাই চুটকীয়া লগাই খং তোলাইছে, মই বুজিছোঁ। (প্ৰিয়ৰামক) হেৰ বোপাই! তইনো কাৰ কি কৰিলি, চাৰিউফালে যে তোৰ ইমান শত্ৰু হ'ল ? আজিৰ পৰা তই আৰু বাহিৰলৈ ওলাই নেযাবি মোৰ বোপাই। ঘৰত মই আছোঁ। তোৰ দুজনী ভনীয়েৰ আছে। তোক যি খাবলৈ লাগে, যি পিন্ধিবলৈ লাগে, যি ৰং-ধেমালি কৰিবলৈ লাগে, সকলোবোৰ তই ঘৰতে পাবি, মই যতনাই দিম। তোৰনো কিহৰ নাটনি হেৰ ?

লাচিত (প্ৰিয়ৰামক)। তই মোমাইতামুলী ৰৰৰুৱাৰ ঘৰৰ কুলকলঙ্ক। শক্ত মানুহ, দুষ্ট মানুহবোৰেৰে সৈতে তোৰ মিতালি। তই আমাৰ বংশত কুলাধম উপজিলি। যা, মোৰ আগৰ পৰা গুচি যা। তোৰ মই মুখ নেচাওঁ।

প্ৰিয়ৰাম (আঁঠু কাঢ়ি হাতযুৰি)। দেউতা! মোক ক্ষমা কৰক। মই কুসঙ্গত পৰি অৱশ্যে এনে অনেক কাৰ্য্য কৰিছোঁ যাৰ বাবে আপোনাৰ অখ্যাতি আহিব পাৰে। কিন্তু দেউতা! সেইবোৰ উডনুৱা চট্‌কটীয়া চেঙেলীয়া ডেকা ল'ৰাৰ অদম্য প্ৰবৃত্তিৰ উত্তেজনাৰ কাৰ বুলি ভাবি ক্ষমা কৰক। দেউতা! ইমান বনাতত্তা বিজ্ঞ লোক। মইনো আৰু দেউতাক কি কম। আপুনি মোৰ জীৱনৰ গৰাকী, অশেষ ভক্তিৰ পাত্ৰ পিতৃ দেৱতা। আপোনাৰ আজ্ঞা সদায় কৰা কৰবিৰ দৈ

মোৰ মূৰ্খতা আৰু আস্পৰ্দ্ধা প্ৰকাশ নকৰোঁ। কিন্তু দেউতা! আপোনাৰ এই অধম সন্তান সম্প্ৰতি বিমানকে অধোগামী নহওক, বিমানকে মলি লাগি মলিয়ন নহওক, তাৰ গাত ককাদেউতাৰ আৰু দেউতাৰ তেজৰ সোঁত নিশ্চয় আছে। সেই সোঁতক বাহিৰৰ ছাই-মাকটিয়ে সদায় চাকি ৰাখিব নোৱাৰে। দেউতা! আপোনাৰ এই অধম সন্তানক ক্ষমা কৰি সময় দিয়ক। এই অধমে কলঙ্কৰ বোজা অচিৰতে দলিয়াই দেউতাৰ পুত্ৰৰ যোগ্য অধিকাৰ কৰিবলৈ সক্ষম হব।

[নাটিত ৰবকুকনে একো নেমাতি উঠি গুচি যায়]।

ফুকননী। হেৰ বোপাই! তই দেখোন দেউতাৰক এইবোৰ বৰ ভাল কথা কলি। তইনো কিয় ভাল নহব; মোৰ মইনা। তইনো দেউতাৰৰ বংশৰ কিয়? মই বুজিছোঁ তোৰ অনেক শত্ৰুক। তই আৰু সেই দুষ্ট মানুহবোৰৰ লগ এৰি দে মোৰ মইনা। তোৰ ভালৰ নিমিত্তে মই গোসাঁইৰ ঘৰত ৰবলবাহ পাতিবলৈ আগ কৰিছোঁ। মোৰ মূৰকে খাব, আজিৰ পৰা তই ভাল হ আৰু সেই দুষ্ট মানুহবোৰৰ লগ নৈছ যদি, এৰি দে। (মূৰত হাত ফুৰাই) তই ভাল হ মোৰ মইনা! আৰু দেউতাৰৰ বংশ নুতলিবি।

— —

## দ্বিতীয় অঙ্ক

### প্ৰথম দৰ্শন

স্থান—গজপুৰীয়াৰ ঘৰ

কাল—ৰাতি সন্ধ্যা লাগি ভগাৰ পিছত

[প্ৰিয়ৰাম, গজপুৰীয়া, সিদ্ধিৰাম, টকৌ,
টোকোৰা জপৰা]

গজপুৰীয়া। ডেকাফুকন বোপা! বঙালেৰে সৈতেতো যুঁজ লাগিল। তোমাৰ দেউতাৰা ৰবফুকন সৌতা সেনাপতি হৈ গ'ল। তুমিও বোলে কাইলৈ যাবা। এতিয়া গজপুৰীয়াৰ কি গতি কৰিবা?

প্ৰিয়ৰাম। গজপুৰীয়াকো এহেজাৰ কাঁৰীৰ ওপৰত হাজৰিকা পাতি যুঁজলৈ লৈ যাম।

সিদ্ধিৰাম। তেনে হৈছে হব। আমাৰ সৈন্য-বোৰৰ আগত গজপুৰীয়া ককাইক পাঁৰ-পৰ্ব্বত কৰি থিয়কৈ থৈ দিমহঁক। তেনেহলে তেওঁৰ গা এবাই আৰু ইফালে বঙালৰ গুলী-কাঁড় একো আহিব নোৱাৰে। এইটো ডেকাফুকন দেউতাই বৰ বুজিব কাম কৰিব খুজিছে।

টকৌ। মইও কওঁ, বৰ বুদ্ধিৰ কাম হৈছে। তেতিয়া হলে আমি এই পৰ্ব্বতৰে পাঁৰ লৈ বাঁহপতি যেন সিদ্ধিৰাম ককাইক কাঁৰ কৰি লৈ আমাৰ বেলুত লগাই বঙালৰ গালৈ মাৰি পঠিয়াব পাৰিম।

টোকোৰা। আৰু টকৌকো খাটলুওটা কৰি মাৰি পঠিয়াব পৰা যায়।

জপৰা। মই হলে পাঁৰ-পৰ্ব্বতৰ পাঁৰৰ পৰা ওলাই, টোকোৰাৰ মূৰটো কাটি এহাতত চাল-বাৰু কৰি লৈ, সিহাতে খাওঁৱাৰে বঙালেৰে সৈতে যুঁজিম।

টোকোৰা। ওঁ পাৰিবি, যদি তোৰ খেঁৰাভৰিৰ ওপৰত ভৰ দি থিৰ হৈ থাকিব পাৰ।

গজপুৰীয়া। ডেকাফুকন বোপা! গঁচাকৈয়ে তুমি মোক হাজৰিকা পাতি যুঁজলৈ নিবা নে? নে ধেমালিহে কৰিছা?

প্ৰিয়ৰাম। মই ধেমালি কৰা নাই। দেউতাই মোক এদল বণুৱাৰ সেনাপতি পাতি যুঁজলৈ যাবলৈ হুকুম দিছে। মই দেউতাক কৈছিলোঁ বোলোঁ। গজপুৰীয়াকো এদল বণুৱাৰ হাজৰিকা পাতি যুঁজলৈ লৈ যাম। দেউতাই হাঁহি মনে মনে থাকিল, একো আপত্তি নকৰিলে। জান গজপুৰীয়া! দেউতাক মই দোষৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰি আগলৈ ভাল হম বুলি কৈ কাঢ়িলত দেউতাই মোক ক্ষমা কৰিলে। এতিয়া আগৰ দৰে নহয়, দেউতাই মোক ভাল পাইছে। এতিয়া সেইদেখি তই, টকৌ, টোকোৰা সিদ্ধিৰাম, জপৰা আমি এটাইবোৰ যুজলৈ যামহঁক। মোৰ মতলব—আমি দেউতাক দেখুৱাই দিমহঁক যে আমি লাওপানী খাই হবানুৰা চিৰিঁৰ-বাখৰ কৰি ফুৰিব যেনেকৈ পাৰোঁ, নিজৰ দেশ ৰক্ষাৰ নিমিত্তে সেইদৰে যুঁজিবও পাৰোঁ।

গজপুৰীয়া (বৰকৈ হাঁহি আনন্দ প্ৰকাশ কৰি চিলিকিয়াই)। হেঁকাই চিলিকি খাওঁ। টেকেলিয়ে টেকেলিয়ে লাওপানী খাওঁ!!

জপৰা। গজপুৰীয়া কাইৰ ইমান আনন্দটো কিহৰ বাবে হৈছে?

টোকোৰা। মৰিবলৈ পাব বুলি।

গজপুৰীয়া। চেইট্ কটা আপদীয়া! মোক কোন মৰিব? গজপুৰীয়া? তইঁত ইমানবোৰ থাকোঁতে মৰা-হৰাত তইঁতহে; তাত গজ-পুৰীয়াক নেপাব।

সিদ্ধিৰাম। তেনেহলে ইমানটো বং কিহৰ বাবে বা হৈছে?

প্ৰিয়ৰাম। দীৰ্ঘকায় গজপুৰীয়াৰ কথাৰ মৰ্ম ভাইজন বুজিবলৈ পৰা নাই। মই বুজিছোঁ।

পিজিবাৰ। কওকচোন কওক।

প্ৰিয়ৰাম। সি যুঁজলৈ গলে, যৰা সেনাৰ গাৰ আপোৰ-কালি ৰূপবান চুৰ কৰি গোটাই আনিবৰ্মে পাৰ লেখি।

গজপুৰীয়া। ডেকাফুকন বোপা। তুমি বৰ গিয়ান। লোকৰ পেটৰ কথাটোও টানি উলিয়াব পাৰা। (এটাইকেইটাই হাঁহে) কিন্তু বোপা। গজ-পুৰীয়ানীকো লগত লৈ যাব লাগিব।

টকৌ। গজপুৰীয়ানীক লগত কিয়? তেৱেঁ। যুঁজ কৰিব নে?

প্ৰিয়ৰাম। বুজা নাই হবলা? তাই লগত নেথাকিলে চুৰ কৰা বস্তৰ টোপোলা কোনে বৈ আনিব? তাৰ বৰপেটৰ ভৰতে অস্থিৰ।

(এটাইকেটাই হাঁহে।)

গজপুৰীয়া। তাৰ উপৰি মোৰ পাছে পাছে লাওপানীৰ টেকেলি লৈ ফুৰিব কোনে? লাওপানী একোচোকা খাই নাথাকিলে বুজিবইক কেনেকৈ?

[এটাইকেইটাই কিৰীলি যাৰি হাঁহে আৰু
"লাওপানী" "লাওপানী" কৈ চিঞৰে।
গজপুৰীয়ানীৰ লাওপানী লৈ প্ৰবেশ।]

গজপুৰীয়ানী। মই ডেকাফুকন বোপালৈহে লাওপানী আনিছো। তোমালোক মদাহীখনলৈ নহয়। (প্ৰিয়ৰামলৈ চেনেহৰ চকুৰে চায়)

গজপুৰীয়া (গজপুৰীয়ানীৰ গুৰিলৈ উঠি গৈ পাক দি নাচি)। বোলোঁ—

বসৱতী কাঁচলুমতী!
ডেকাফুকনৰে বৰ পীৰিতি।
গজপুৰীয়া বাহী হল,
ন ফুললৈ ভোমোৰী গল।

বোলোঁ সখী, গজমতী। মোৰ প্ৰতি ইমান নিৰ্দ্দয় কিয়? বোলোঁ সেইটি পথিলাক ধৰিব নোৱাৰ। এই বুঢ়া বৃষভৰ পিঠিত বহিহে ডুবু ডুবু ডুবু ডম্বৰু বজাবলৈ পাবি, ঠিক জানিবি।

টকৌ।

কানুৰ পীৰিতি বালিৰ বাঁধ,
খণে হাতত অৰী, খণেকে চান্দ।

গজপুৰীয়া।

(এই) বুঢ়াৰ পীৰিত শিলৰ খুটি
পোতা গৈ আছে পতাল ফুটি।

প্ৰিয়ৰাম। চুপ্ ৰও গোবৰৰ পৰ্ব্বত। বেছিকৈ নবকিবি।

গজপুৰীয়া। এই গোবৰৰ পৰ্ব্বততেও গজপুৰীয়ানী হেন পদুম ফুলপাহি ফুলিছে, যাক দেখি ল'ৰা-ডেকা বুঢ়া সকলোৰে মুৰ আচৰ্য্যায়।

টকৌ। কেঁচাৰ হিংসাত টোপনিও নাই।

গজপুৰীয়া। গিয়ালে টকৌ গুটিও নেথায়।

প্ৰিয়ৰাম। চুপ্ চুপ্। গজপুৰীয়ানী। তুমি ইয়াৰ কাণ দুখন ধৰি মোহাৰি দিয়াহে।

(গজপুৰীয়ানীসয় গজপুৰীয়াৰ কাণ মলে)

গজপুৰীয়া। উস্ উস্। টান পাইছোঁ। বোলোঁ টানকৈ নোমোহাৰিবি প্ৰিয়া। তাৰ পৰা তেজ ওলাব।

টোকোৰা। তেজ নোলায়, তেল ওলাব।

টকৌ। ঠিক কথাষাৰো কব নোৱাৰ, কব মূৰ্খ এইখন? লাওপানী ওলাব!

(এটাইকেইটাই হাঁহে আৰু লাওপানী খায়)

প্ৰিয়ৰাম। তেন্তে এইটো ঠিক হল যে কাইলৈ তইঁত এটাইকেইটাই যুঁজলৈ যাবলৈ সাজু হৈ থাকিবি। তইঁতক লৈ যাবলৈ মই সকলো বন্দবস্ত কৰি থৈছোঁ।

গজপুৰীয়া। ডেকাফুকন বোপা। মই কি পিন্ধি-উৰি যাম? মোক হাজৰিকাৰ পাগজামা লাগে।

প্ৰিয়ৰাম। বোলোঁ হাতীৰাম হাজৰিকা। তই বিয়া কৰাবলৈ ওলাইছ নেকি যে তোক পাগজামা লাগে?

গজপুৰীয়া। কোনে জানে? মোৰ ঘৰৰ বৈণীজনীৰ মতি-গতি যেনেহে দেখিছোঁ, কিজানি যুঁজৰ পথাৰতে মোৰ নকৈ ডেনেকুৱা কিবা বিয়া-চিয়া এখনকে পাতিবলগীয়াত পৰেঁৱেই?

টকৌ। বঙালৰ ৰবহিলৈ এজনীৰে সৈতেই আমাৰ হাজৰিকাৰ বিয়া পতা যাব। সেইজনী কইনায়ে চুপ্টুপ্কৈ আমাৰ হাজৰিকাৰ বৰপেটত চুৱা খাব।

(গজপুৰীয়ানীয়ে প্ৰিয়ৰামক দুখন ঠুৰীওৱা তামোল দিয়ে দুইখন প্ৰিয়ৰামে একে বেলিয়েই মুখত ভৰায়)

টোকোৰা (গজপুৰীয়ানীক)। বোলোঁ আমাক নিদিলা দেখোন?

পিজিৰাম। আমাক নিদিলেও আমাৰ গজপুৰীয়া কাইকোতো এখন দিব লাগিছিল?

গজপুৰীয়া। এ আমাৰ কথানো কি কৰা দেওহে! বোলোঁ সান্দহ-খোৱা বালি তল যায় গায় হৈছে।

টোকোৰা। তল যাব খোজা নাই। বালিৰ ওখ চাপৰিতহে পৰিব খুজিছে।

প্ৰিয়ৰাম (থুতকুৰিয়াই মুখৰ তামোল পেলাই) বোলো আজি তামোলত কিহৰ গোন্ধ? কিবা পোক-তোক আছিল হবলা?

টোকোৰা। পোক কত থাকিব? আছিল যদি মৰম আছিল।

টকৌ। মৰমৰ আহদিও হব পাৰে।

(গজপুৰীয়ানীৰ মুখ ৰঙা পৰে।)

প্ৰিয়ৰাম। পানী এলোটা আনাচোন, বেগতে মুখন ধুই পেলাওঁ। কিবা খৰক্ খৰকুকৈ দাঁতত লাগিছে। চূণত বালি কি শামুকৰ টোকোৰা আছিল হবলা?

(গজপুৰীয়ানীয়ে পানী আনি দিয়ে।
প্ৰিয়ৰামে মুখ ধোৱে।)

গজপুৰীয়া। নতুন মৰমৰ চোক বেছি। ডাকিলে।

টকৌ। (গীত)

ন মৰমৰ নতুন চোকে
জিভা ডাকি যায়,
পুৰণি চেনেহ পকা বহৰ
সমান কতো নাই।

নিৰাশ নহবা পুৰণি প্ৰেমৰ,
কুঁহিয়াৰ বাৰীৰ গিৰি।
ভগা চকোৰা বাতি লোৱাঁ।
(আকৌ) মৰমৰ দেখিবা চিৰী॥

প্ৰিয়ৰাম। আজিলৈ আমাৰ সবাহ ভাগিল। কাইলৈ সকলো ৰাৰলৈ সাজু হৈ থাকিবি।

গজপুৰীয়া। মোৰ গজপুৰীয়ানীও যাবতো?

প্ৰিয়ৰাম। যাব।

টকৌ। (গীত)

উঠাঁ অসমীয়া উঠাঁ কাছিপাৰি।
ৰজা-প্ৰজা উঠাঁ বুকু ডাঠ কৰি॥

অসম মাতৃৰ হকে কৰো পণ।
দেশ ৰক্ষা কৰোঁ যাবি প্ৰাণপণ॥

(এটাইকেইটাই উঠি গায়।)

ৰঙালক ৰঙালক ৰঙালক মাৰোঁ।
ৰঙালক সোপকোহ নৈ পাৰ কৰোঁ॥
জয় ৰাম বোলা; জয় হৰি বোলা;
জয় জয় হৰি।
খেদি নিওঁ ৰঙালক খেদি নিওঁ ৰঙালক,
আহ, আহ, দূৰ কৰি॥

[গজপুৰীয়ানীৰ বাহিৰে আন কেইজনৰ প্ৰস্থান।]

গজপুৰীয়ানী (স্বগত)। মোৰ আয় কিত জেওৰহে লাগিল। তামোলৰ আহদিয়ে নেকাপিলে। পানীত দিব পৰা আহদিহে সুবিধা হব। আলতী বাইৰ ওচৰলৈ যাওঁ। এইবাৰ লাওপানীত গন্ধ নোপোৱাকৈ মিহলাই দিব পৰা এটা জুলীয়া আহদি খুজি আনি থওঁ।

[প্ৰস্থান।]

---

### দ্বিতীয় দৰ্শন

স্থান—খাঁহবাৰীৰ যুদ্ধক্ষেত্ৰ
কাল—যুদ্ধৰ ঠিক আগতে

[লাচিত বৰফুকন, ভকতৰাম ওজা আৰু যুদ্ধলৈ সাজু হৈ থকা সৈন্যবোৰ।]

বৰফুকন (সৈন্যবোৰলৈ চাই)। বণুৱাসকল! স্বৰ্গদেৱৰ আজ্ঞাত আমি আমাৰ অসম দেশ শত্ৰুৰ হাতত পৰা ৰক্ষা কৰিবৰ নিমিত্তে এই যুদ্ধ কৰিবলৈ আহিছোঁ। এতিয়া আমি ভয়-ভ্ৰান্তি আৰু আন চিন্তা ভাবনা সকলোকে পৰিহাৰ কৰি আমাৰ কৰ্তব্য সাধন কৰিব লাগে। ঈশ্বৰে আমাক জয়যুক্ত কৰিব। সমুখ যুদ্ধলৈ আগবাঢ়ি হক।

(সৈন্যবোৰে একেলগে হৈধ্বনি দিয়ে)
—জয় স্বৰ্গদেও চক্ৰধ্বজসিংহৰ জয়। জয় লাচিত বৰফুকনৰ জয়। জয় অসম মাতৃৰ জয়। জয় ৰাম বোলা। জয় হৰি বোলা।

ভকতৰাম ওজা (আগবাঢ়ি আহি সৈন্যবোৰৰ কালে চাই সুৰ ধৰি গায়)—

অসমৰ যোদ্ধাসব শুনা মোৰ বাণী।
স্বদেশ স্বধৰ্ম ৰক্ষা কৰিবো ঐশানি॥
একো একো বীৰ তোমা পৰ্বত সমান।
আহোৰ্ক যৱন দেখি পলাবো তৰাস॥

আগবাঢ়া শত্ৰু নাশা কৰি মসিনুৰ ।
বিপক্ষ বাহিনী এতিক্ষণে হৌক চূৰ ॥
পদৰ ভৰত মহী হৌক টলমল ।
দিল্লীৰ পাটছাৰ সেনা যাওক ৰসাতল ॥
তোমাগাৰ সুতীক্ষ্ণ শনাইত অস্ত্ৰ-ধাৰে ।
উষ্ণীষে সহিতে মুণ্ড উৰোক ইঠাৰে ॥
প্ৰচণ্ড বায়ুৱে উৰায় তাল বৃক্ষ মুণ্ড ।
সেইমতে শত্ৰু সেনা কৰা লণ্ডভণ্ড ॥
দেৱৰ নিবাস ইটো কামপীঠ ভূমি ।
তোৰা সব বীৰ অতি আছাহা জননি ॥
দেখোক প্ৰতাপ আজি সুৰাসুৰ লোকে ।
অসমৰ যশ যাওক বৈকুণ্ঠ-গোলোকে ॥
ম'ৰা-সিংহাসন অউৰংজীৱৰ নৰোক ।
আতঙ্কত পাটছাৰ নিদ্ৰা নাআলোক ॥
উজীৰ নাজীৰ চুবাদাৰ সবে বসি ।
বখানক অসমৰ বীৰ্য্য বিৰবিধি ॥
দেৱাঙ্গনাসবে শিৰে বৰষোক ফুল ।
"জয় জয় অসম ।" দুন্দুভি কৰোক বোল ॥
হয়গ্ৰীৱ মাধৱে গ্ৰীৱাক তুলি ৰঙ্গে ।
আনন্দে হেঁসনি পাৰি মিলোক প্ৰসঙ্গে ॥
কামাখ্যা গিৰিৰ উচ্চ শিখৰৰ পৰা ।
মহিমা আলোক আশীৰ্ব্বাদৰ নিজৰা ॥
উমানন্দে মহানন্দে ত্ৰিশূলক ধৰি ।
তাণ্ডৱ কৰোক নৃত্য বম বম কৰি ॥
সন্ধ্যাচল পৰ্ব্বতত বসি সূৰ্য্যদেৱে ।
অস্তমিত শত্ৰুবীৰ্য্য সংহৰিয়া নৱে ॥
ৰুধিৰ লোহকে তিতে পশ্চিম গগন ।
দেখা দেখা হেৰা অসমৰ যোদ্ধাগণ ॥
শুভ ক্ষণ ইটো আসি মিলিছে সাক্ষাত ।
হুঙ্কাৰ ছাড়িয়া শত্ৰু কৰাহা নিপাত ॥

(সেনাবিলাকে উত্তাৱল হৈ হৈ-ধ্বনি দিয়ে।)

জয় চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ জয় । জয় নাচিত বৰফুকনৰ জয় । জয় অসমৰ জয় । জয় হৰি বোলা । জয় ৰাম বোলা ।

— —

## তৃতীয় দৰ্শন

স্থান—গুৱাহাটী, বৰফুকনৰ কোঠ, ঘৰৰ ভিতৰ

কাল—ৰাতি, যুদ্ধৰ পিছত

[নাচিত বৰফুকন আৰু প্ৰিয়ৰাম]

নাচিত । বোপা প্ৰিয়ৰাম । আজিৰে তোৰে মৈতে মোৰ পিতা-পুত্ৰৰ সম্বন্ধ ঘটিল । তোৰ বীৰত্ব, তোৰ সাহ, তোৰ যুদ্ধ-কৌশল, দেখি মই মনত সন্তোষ পাইছোঁ । আজিহে মোৰ মনৰ দুখ গুচিল । ইমান দিন ভাবিছিলোঁ, ভাল আমাৰ পুলি ৰকবাণিত গজিছিল বুলি। আজি দেখিলোঁ সি নহয় । ঈশ্বৰে তোৰ মঙ্গল কৰক । তোৰ গৰ্ভধাৰিণী মাৰৰ গৰ্ভকষ্ট সাৰ্থক। (প্ৰিয়ৰামে দেউতাকক আঁঠু কাঢ়ি সেৱা কৰে ।) তোৰ মাৰলৈ তোৰ বীৰত্বৰ কথা লেখি মই চিঠি পঠিয়াইছোঁ। মাৰে শুনি বৰ সন্তোষ পাব । বোপা । আমাৰ বংশ দুখীয়া অৱস্থাৰ পৰা উঠা । সেইদেখি আমোদ-আহ্লাদতে সময় কটোৱাটো আমাৰ বংশৰ উপযুক্ত কাৰ্য্য নহয় । তই নিজেই দেখিছ দিনে-ৰাতিয়ে মই কি পৰিশ্ৰম কৰোঁ । আমাৰ বংশক ভিকহু নগণ্য অৱস্থাৰ পৰা তোৰ ককাৰে কেনেকৈ ডাঙৰ কৰি সকলোৰে শিৰৰ মুকুট কৰিলে, তই ভালকৈ নেজানিব পাৰ, সেইদেখি তাৰ বৃত্তান্ত চমুকৈ আজি তোৰ আগত কওঁ শুন :—সুখুবাশন আহোম বংশত তোৰ ককাৰ মোমাইতামুলী বৰবৰুৱাৰ জন্ম হয় । তেওঁ অতি দৰিদ্ৰৰ সন্তান আছিল । তেওঁ সৰুতে মাক-বাপেকক হেৰুৱাই, অনাথ হৈ, বহুত ঠাইত ঘাগৰি শেহত গৰগাঁৱৰ গণক এঘৰত আশ্ৰয় লৈ আছিলগৈ । তেতিয়া তেওঁৰ বয়স ২০।২৫ বছৰমান হব । পূৰ্ব্বে অসমত ৰজাৰ নগৰৰ বাহিৰে সাধাৰণ মানুহৰ চাপ-মৰা বাৰী নাছিল । তোৰ ককাৰে নিজৰ বুদ্ধিমতে গণকৰ বাৰী মেৰাই সুন্দৰকৈ চাপ মাৰি টাটি-চকোৱা দি, এখন ফুলৰ বাগিচা কৰি, ঘৰ-বাৰীত কু-মাৰি ভাত খাব পৰা কৰিছিল । গণকৰ ঘৰ-বাৰী তেওঁ এনে চকুত লগা কৰিছিল যে বাটকৰুৱাই এবাৰ ৰৈ সেই ঘৰ-বাৰী চাই গৈছিল । এদিন বুদ্ধিস্বৰ্গনাৰায়ণ ৰজাই শেন মেলা চাবলৈ হাতীৰে সেইপিনে যাওঁতে, গণকৰ ঘৰ-বাৰী তেনে বিতোপন দেখি সেই ঘৰ-বাৰী কাৰ বুলি সুধি, গণকৰ বুলি শুনি, গণকক মতালে । ৰজাই মতোৱা শুনি গণক ভয়ত তৎ নাইকিয়া হ'ল, তেওঁ কিবা অগৰ লগালে ভাবি। গণকে কঁপিজপি আহি ৰজাৰ আগত আঁঠু ললত, ৰজাই তেওঁক সুধিলে—"বাপু । তুমি কাৰ হতুৱাই নো তোমাৰ ঘৰবাৰী এনেকৈ চকুত লগা কৰাইছা ?" গণকে অনালে—"স্বৰ্গদেও । বন্দীৰ ঘৰত মোমাই নামেৰে সুখুবাশনিয়া ল'ৰা এটা আছে, সেইবোৰ তাৰে বন ।" ৰজাই মোমাইক মতাই অনালে । দেউতাৰ লোখোৰা-লুথুৰি হাত ভৰি, বহল কপাল, উজ্জ্বল চকু আৰু আচিলগা দেখি ৰজাৰ তেওঁত মৰম সোমাই "ল'ৰাটো মোক দিয়া" বুলি গণকক বৈ ধন-বস্ত দি তুষ্ট কৰি দেউতাক লগত লৈ আহিল । ইয়াৰ পিছত ৰজাই এদিন দেউতাক কলে—"মোমাই । তই গণকৰ ঘৰ-বাৰী যেনে চকুত লগা কৰিছিলি, মোৰ ঘৰ-বাৰীও তেনে কৰি দে । মই তোৰ লগত দুকুৰি বাৰীচোৱা দিলোঁ ।" দেউতাই ৰজাৰ আজ্ঞামতে সেই কাম

কৰিবলৈ ধৰিলে। পূৰ্ব্বে নিজ হাতে বন কৰি ভাত নোকোলাই খোৱা নোৱাৰে এতিয়া দুকুৰি মানুহ ৰাখিলে পাইও, বৰ উছাহেৰে সেই মানুহৰ লগতে নিজ হাতেও বন কৰি ৰজাৰ ঘৰ-বাৰী ধকমকাই পেলালে। ৰজাই সেউতাৰ কাৰ্য্য দেখি বৰ সন্তোষ পাই তেওঁক তামুলী-লিগিৰাৰ বাব দিলে। ইয়াৰ পিছত তেওঁ ৰজাৰ ভিতৰ ঘৰো সজাই সুশৃঙ্খল কৰি লা-লিগিৰাক ভাগে ভাগে সিহঁতৰ বন ভগাই দি সকলো সুৰলা কৰি দিলে। তেওঁৰ সেই কাৰ্য্যত সন্তুষ্ট হৈ ৰজাই তেওঁক ৰৰবৰুৱাৰ খিতাপ দি মন্ত্ৰী পাতিলে। তেতিয়াৰ পৰা তেওঁ টোকোনা মোমাই গুচি মোমাইতামুলী ৰৰবৰুৱা নামে প্ৰখ্যাত হ'ল। তাৰ পিছত ৰজাই তেওঁক দেশ ভাগ কৰি প্ৰজা-সংস্থাপন কৰিবলৈ দিলে। তেওঁ এহেজাৰ মানুহ লগত লৈ পাটকাইৰ পৰা গুৱাহাটীলৈকে পৃথক পৃথকৰূপে মাটি পিয়ল কৰি নানকৰ, ব্ৰহ্মোত্তৰ, দেৱোত্তৰ মাটি আৰু ৰায়তৰ মাটিৰ সীমাৰ গোলমাল মাৰি দিলে। অৰণ্যো এইবোৰ কৰিবলৈ তেওঁৰ কেইবা বছৰো লাগিছিল। গঁাৱেপতি লৰাই পঢ়িবৰ নিমিত্তে পঢ়া-শালি তেওঁ পাতি দিলে। ধোবা, নাপিত, কমাৰ, কুমাৰ, কঁহাৰ, চমাৰ আদি ব্যৱসায়ী মানুহ ঠায়ে ঠায়ে বহুৱালে। ঠাই বুজি হাট পতাই দিলে আৰু এখন গঁাৱৰ মানুহ আন গঁাৱলৈ বস্তু বিচাৰি যাব নলগা কৰি সকলোকে নিজ নিজ বাৰীত শস্য কই লবৰ নিয়ম কৰি দিলে। গঁাৱৰ সামান্য জগৰ ভাঙিবৰ নিমিত্তে গঁাওবাৰিক, বৰা, শইকীয়া, হাজৰিকা পাতি দিলে। ৰাজমন্ত্ৰীয়ে শোধৰ নিমিত্তে ডাঙৰ ডাঙৰ জগৰবোৰকহে ৰাখিলে। প্ৰজাবোৰক পৰিশ্ৰমী কৰাবৰ নিমিত্তে গধূলি মাইকীজনীয়ে প্ৰতি ৪ টা সূতা লাহি পকাই, আৰু মতাই চালনী, কুলা, খৰাহি বৈ গঁাও-বাৰিকক দেখুৱাবলৈ আজ্ঞা প্ৰচাৰ কৰি দিলে। এই আজ্ঞামতে কাৰ্য্য নেপালে, গঁাওবাৰিকে, বৰা, শইকীয়াৰ আগলৈ জগৰীয়াক নি চাইটা কোৰ মাৰিবৰ নিয়ম লগাই দিলে। নগৰৰ সৌষ্ঠৱ আৰু নগৰ ৰক্ষাৰ নিমিত্তে নানা শিল্পকৰ, কাঁৰী, বাৰুৱতি, হিলৈদাৰী প্ৰভৃতি ৰাখিলে। তেওঁ সৰু কালৰ দুখৰ কথা সুঁৱৰি অনেক দৰিদ্ৰ অনাথ মানুহক তাৰিছিল। তেওঁৰ সুশাসনৰ গুণতে প্ৰজা বৃদ্ধি হৈ পৰ্ব্বতৰ কাষলৈকে মানুহ বহি মহাসুখে নিৰাপদে কাল কটাইছিল। এতেকে বোপা প্ৰিয়ৰাম। এইটো তই নেপাহৰিবি যে তই এনেজন লোকৰ নাতি। যাওক, সেই কথা। আজি আমি যুঁজত জিকিছোঁ যদিও, এনেটো ভাবিলে ভুল হব যে আমাৰ বিপদ গ'ল। বৰং বিপদৰ আৰম্ভ মাথোন্‌হে আমি এতিয়া প্ৰৱেশ কৰিছোঁহঁক। ইয়াতকৈও ডাঙৰ যুঁজ আহিব লাগিছে। সেইদেখি বোপা! তই যা। সকলোকে কবি, কোনেও যেন যুঁজ জিকিলোঁ বুলি গা ঢিলা নিদিয়ে। চৈয়দ চানা আৰু কিবল খাঁক কাইলৈ পুৱাই গৰ্গঁাৱলৈ সৰ্গদেৱৰ ওচৰলৈ পঠিয়াই দিবৰ দিহা কৰিব লাগে।

প্ৰিয়ৰাম। সেউতাৰ আদেশ মতেই কাম হব।

[ প্ৰিয়ৰামৰ প্ৰস্থান। ]

---

### চতুৰ্থ দৰ্শন

স্থান—গুৱাহাটী, যুদ্ধক্ষেত্ৰ

কাল—পুৱা

[ মৰা সৈন্যৰ শৱৰ ভিতৰত গজপুৰীয়ানীয়ে গজপুৰীয়াক বিচাৰি ফুৰে। ]

গজপুৰীয়ানী (অকস্মাৎ দুটা বণুৱাৰ শৱৰ ভিতৰত গজপুৰীয়াক দেখিবলৈ পাই, বাউচি জোৰে)। অ মোৰ ভৈয়াই সোঁটো ঐ। মৰিলেই হবলা? (ওচৰলৈ গৈ জুমি চাই) মৰিল ঐ। (গাত হাত দি) গা, হাত-ভৰি হিম যেন চেঁচা পৰিল, গাত সাৰ-সুৰ একো নাই ঐ? এতিয়ানো মই কলৈ যাওঁ? কি কৰোঁ ঐ। মোৰ ভৈয়াইক আৰু মই কত পাম ঐ? আৰু কাৰলো মুখ চাই মই জিয়াই থাকিম ঐ? হেৰা ভৈয়াই। মোকোলো লগতে মাৰি নিনিলা কিয় ঐ? হে গোসাঁই। মোকো মাৰি নিয়া ঐ! হে ৰঙালইত। মোকো গুলী এটা মাৰি এই-খিনিতে মাৰি থইক ঐ। মই সেখোন ঘিয়াতে ৰাঁৰী-দুখুনী হলোঁ ঐ। মোকনো আৰু কোনে পুহিব ঐ?

[ প্ৰিয়ৰাম আৰু টকোৰ প্ৰৱেশ। ]

(প্ৰিয়ৰামক দেখি) হে ডেকাফুকন বোপা সেউতা! মোৰনো কি গতি হব ঐ। মোৰ সেখোন গজপুৰীয়াই মোক অনাথিনি কৰি এৰি গুচি গল ঐ। মইনো কলৈ যাওঁ, কি কৰোঁ। এতিয়া মোৰ ডেকাফুকন সেউতা বোপা মোক কোৱাঁচোন ঐ।

প্ৰিয়ৰাম। কি হৈছে, সোকাণিৰা, সোকাণিৰা, আক। আমাৰ গজপুৰীয়া ৰণত মৰিল নেকি?

গজপুৰীয়ানী। সেচায়লো কিয় সেউতা বোপা। সেইটো মোৰ গজপুৰীয়া মৰা বণুৱা দুটাৰ মাজত পৰি মৰি আছে। মোৰ ভৈয়াই কালি আধৰাতিয়েই চুকাল হবলা। উধৰি তীৰাঁলাৰ বল। হাত-ভৰি, গা শিল যেন চেঁচা হল।

প্ৰিয়ৰাম ( ওচৰ চাপি আহি দীঘলকৈ হুমুনিয়াহ কাঢ়ি )। হয়, আমাৰ গজপুৰীয়াই হয়। অনেক দিন মানুহটোৰ লগত মই ৰং-ধেমালি কৰি কটালোঁ। আৰু গজপুৰীয়াক নেপাওঁ। বগুৰাৰ গাত যত দোষকে থাওক, কিন্তু এইটো মানুহ আৰু মহৎ। মৰিও গজপুৰীয়া। তোৰ অনেক কাৰ্য্য আচৰণতে কেতিয়াও মই অন্তৰেৰে সৈতে সমৰ্থন নকৰিছিলোঁ, তথাপি মুঠতে তোৰ গাত কি এটা গুণ আছিল, কি এটা আকৰ্ষণ কৰিব পৰা শক্তি আছিল কব নোৱাৰোঁ, সেই কাৰ্য্যশেৰত মই ৰং পাইছিলো। তোৰ লগ এৰিব নোৱাৰিছিলো। যা গজপুৰীয়া যা। তই স্বৰ্গলৈ যা। তই স্বদেশৰ অৰ্থে যুজত প্ৰাণ দিলি। তোৰ সুখ্যাতি সদায় থাকিব। তোক মই সঁচাসঁচিকৈয়ে সদায় ভগাতুৰ কাপুৰুষ বুলি ভাবিছিলো। এতিয়া বুজিলোঁ সেইটো মোৰ ভুল। গজপুৰীয়ানী, তুমি আৰু শোক নকৰিবা, তোমাক চিৰকাল পোহাৰ ভাৰ মোৰ ওপৰত থাকিল।

(গজপুৰীয়াই হঠাৎ গামুৰি দি, শব দুটাৰ মাজৰ পৰা একেচাৰেই উঠে। প্ৰিয়ৰাম, গজপুৰীয়ানী আৰু টকৌ অবাক হৈ ৰ লাগি থাকে।)

গজপুৰীয়া। টকৌ। তই সাখী। গজপুৰীয়ানী। তই সাখী থাকিলি। ডেকাফুকন বোপাই মই কোনে লখৰু-গুণী বিত্তোপন সাধু বীৰ পুৰুষটো, সেই সম্পৰ্কে এতিয়াই তহঁতৰ আগতে যিবোৰ কথা কলে সেই-বোৰ তহঁতে নিজে কাণেৰেই শুনিলি। তহঁত সাখী থাকিলি। পিছত যেন তেওঁ আৰু কথা সলাব নোৱাৰে। আৰু মোৰ মানুহজনীক তেওঁ চিৰ-কাললৈকে পুহিবলৈ গাত লৈছে। সেইটোৰো সাখী তহঁত থাকিলি। ইয়াৰ পিছত তেওঁ মোক মূৰ্খ, চোৰ, ডকাইত, মিছলীয়া আৰু বেয়া বুলিব নোৱাৰে আৰু আনে বুলিলেও মই দেখিম। তুলাপাত বা সাঁচিপাত এখন নাই যে ইয়াত কতো পাৰতো মিচাৰি আনি, মই তেওঁৰ কথাবোৰ তাত লৈখি লৈ তেওঁৰ এতিয়াই চহী লওঁ একেবাৰেই সেইবোৰ আগলৈকে পকা হৈ থাওক।

প্ৰিয়ৰাম। লাঠুৱা। ফাঁকিদাৰ। কাণ-কটা নিধক। তই নমৰাকৈয়ে মৰভাও জুৰি পৰি আছিলি? হেৰ ধূৰ্ত্ত শিয়াল। তই এনেকুৱা কৰিছিলি কিয়?

গজপুৰীয়ানী (গজপুৰীয়াক)। সি হব নোৱাৰে। বোলোঁ তুমি জীব নোৱাৰা, মই নিদিওঁ জীব। অ', ভাবোচা পাইছা হবলা? মোৰ ইয়ানখন কান্দোন-কাটোন সোপাই অথলে যাব নেকি? সি হব নোৱাৰে, মই নিদিওঁ যাবলৈ। মই কেনেজনী আজি তোমাক দেখুৱাম। মৰঁ। মৰঁ। বোলোঁ আকৌ এতিয়াই মৰঁ। মৰিব লাগিব, আজি এৰণ নাই। উস্ ভাবোচাটো চোৱাঁহঁকচোন—মই ইমানখন ইলাইবিলাই কান্দিলোঁ-কাটিলোঁ, কান্দি-কাটি হাবাথুৰি হলোঁ—এতিয়া এইদৰে এওঁ সোপাকে ভষ্ট কৰিবলৈ? অ' সদায় ধেমালি কৰি কৰি চল পাইছা হবলা? আৰু গজপুৰীয়ানীক ঘলে নোৱাৰা। মই যদি আমুকী হওঁ, আজি তোমাক শুদাই নেৰোঁ। (হাতত ধৰি টানি), মৰঁ, মৰঁ। এতিয়া আকৌ মৰঁ। মৰিবই লাগিব। উস্ চোৱাঁচোন, মোক লোকে সদায় পোহপাল দি থাকিবলৈ গাত লয় আৰু এওঁ মৰাৰ পৰা ঘপহ কৰে উঠি সকলো ভ্ৰষ্ট কৰে। এনে অইনাই কত দেখিছা? কত শুনিছা?

( প্ৰিয়ৰাম আৰু টকৌৱে মুখত কাপোৰৰ গোপা দি হাঁহে।)

গজপুৰীয়া। বোলোঁ হেৰ এইজনী। তইনো কি ভয় খাইছ? ডেকাফুকন বোপাইতো তোক সদায় পুহি থাকিবলৈ গাত লৈছে—তেহেলৈ মই মৰোঁ বা নমৰোঁ। মই দেখোন এতিয়াই সেই কথাৰ সাখী ৰাখিলোঁ, তইচোন দেখিলি। কৰথাৰ আছুমোকজনী। তোৰ কান্দোন-কাটোনবোৰ অথলে যাব বুলি ভয় খাইছ কেলৈ? মইতো এবাৰ মৰিব লাগিবই। মই আকৌ মৰিলে তই এতিয়া কন্দা-বোৰেৰেই তেতিয়া কাম চলিব আৰু নকৈ কান্দিব নেলাগেই। বোলোঁ তোৰ কাম সস্তা হৈ থাকিল।

প্ৰিয়ৰাম। বাৰু গজপুৰীয়া। কচোন তই এইদৰে মিছাকৈ মৰাৰ ভাও জুৰি মৰা মানুহৰ মাজত পৰি আছিলি কিয়? কচোন, মোক নাভাবিবি।

গজপুৰীয়া (মুখত আঙুলি দি)। বোলোঁ বুধি বুধি। তোমালোকে গজপুৰীয়াক কম মানুহটো যেন দেখিছা নেকি? গজপুৰীয়াই বুধিৰে গোটেইখন অসম দেশ কিনি লব পাৰে।

প্ৰিয়ৰাম। কি বুধি কৰিছিলি কচোন।

গজপুৰীয়া। শুনা তেন্তে। ইয়াকে বোলে নকৈ হাজৰিকাৰ খিতাপ পোৱা গজপুৰীয়াৰ কেৰা-মতী। গজপুৰীয়া হাজৰিকাই এই বুঢ়া গাৰেই তেওঁৰ এহেজাৰ কাঁৰী লৈ, পাঁচ হেজাৰমান বঙাল চিপাহীৰে তন্নমনা ৰণ কৰিছিল। গজপুৰীয়াৰ সেনাই একালৰ পৰা বঙালৰ সেনাক কলাগছ কটাদি কাটি নিবলৈ ধৰিলে। বঙালৰ পাঁচ হেজাৰ চিপাহীৰ আঢৈকুৰিমানহে বাকী আছিলগৈ। এনেতে বঙালৰ কিষণ খাঁ নে মিৰুজখাঁ সেনাপতি, আকৌ দহ হেজাৰ চিপাহীৰে সৈতে গজপুৰীয়াৰ এহেজাৰৰ ওপৰত পৰিল। আলায়/বপুৱাই ইৱানটো ভাঙৰ হৈছা চম্ভালিব নোৱাৰি হাজৰিকাই কৰা দেখি, তোমাৰ গজপুৰীয়া

হাজৰিকাই হাতত তৰোৱাল লৈ আগবাঢ়ি গ'ল। ষোলেঁ৷ সৰহ নকওঁ, পাঁচ শ বঙালক গজপুৰীয়াই অকলে কচু-কটা দিলে। এনেতে সেই ফিকুজখাঁ নে মিকুজখাঁ গজপুৰীয়াৰ সমুখ হলহি। তেতিয়া গজপুৰীয়াৰ মহা আনন্দ। ফিকুজখাঁ নে মিকুজখাঁক নামাৰি বন্দী কৰি আমাৰ সৰ্গদেৱৰ আগত দিবলৈ তেওঁৰ ইচ্ছা হ'ল। যেই ইচ্ছা সেই কাম। তেওঁ তাৰ বুকুত এটা ধনঞ্জয় গোৰ শোধাই দিলে। একে গোৰতে ফিকুজখাঁ নে মিকুজখাঁ লুটি খাই বিমূৰ্চ্ছিত হৈ পৰিল। যেই পৰা, সেই তাক ধৰি হাতীৰ কয়েৰে বান্ধা আৰু আমাৰ কোঁঠৰ ফালে পঠিওৱা। সিহঁতৰ এটা সেনাপতি সেইদৰে গজপুৰীয়া হাজৰিকাৰ হাতত পৰা দেখি, আনটো সেনাপতি চৈয়দ চেনা নে মেনাই গজপুৰীয়াৰ ফালে হুঙ্কাৰ মাৰি খেদি আহিল। সেইটোৰ লগত আৰু দহ হেজাৰ চিপাহী। তেতিয়া গজপুৰীয়াই বিমৰিষ কৰি বুজিলে যে, তেওঁ অকলৈ এই সাগৰসদৃশ বঙাল চিপাহীৰে যুজাটো সম্ভৱ নহয়। গজপুৰীয়া মহাবীৰ হলেও, তেওঁ অসাধ্য সাধন কৰিব নোৱাৰে। ইয়াকে ভাবি তেওঁ বুধি কৰি আমাৰ ফালৰ দুটা মৰা ৰণুৱাৰ মাজত সোমাই পৰিল। মূৰ্খ বঙালে তেতিয়া গজপুৰীয়াক মৰিল বুলি এৰি গুচি গ'ল। এইটোৱেই এইখন ৰণৰ ঘাই বৃত্তান্ত।

প্ৰিয়ৰাম। হেৰ ফিকুজখাঁৰ সৈতে দেখোন মোৰহে যুঁজ লাগিছিল আৰু মৱেহে দেখোন তেওঁক বন্দী কৰিলোঁ। তই ফিকুজক বন্দী কৰিবলৈ পালি ক'ত? আৰু চৈয়দ চানাক মোৰ দেউতাই নিজ হাতে বন্দী কৰে।

গজপুৰীয়া। তাৰ আগেয়ে, তাৰ আগেয়ে।

প্ৰিয়ৰাম। তাৰ আগেয়ে তই ফিকুজ আৰু চানাক পালি ক'ত? সিহঁতেৰে সৈতে আমিহে সিকালে গোটেইডোখৰ কালত যুঁজি আছিলোঁ। তই তোৰ মেনেৰা, চেৰেলা গেৰেলা অকামিলা চোদ কাঁৰী কেইটা লৈ ইফালেহে আছিলি।

গজপুৰীয়া। তাৰ আগেয়ে, তাৰ আগেয়ে।

প্ৰিয়ৰাম। হেৰ টকৌ। এই মিছলীয়াটোৱে কয় কি অ'? "তাৰ আগেয়ে, তাৰ আগেয়ে"—কেতিয়া?

গজপুৰীয়া। দেখা ডেকাকুকন বোপা। তুমি ৰবলোকৰ পোৱালি নিজেও ৰবলোক। ইমান ডাঙৰ লোকৰ পোৱালি হৈ তুমি খিতাতে কথা সলোৱাটো জানো ভাল? "হাতীকা দাঁত, মৰদকা বাত" বুলি কয়। মৰদৰ কথা এবাৰ মুখৰ পৰা ওলালে আৰু নোসোমায়। ইয়াৰ আগতে তুমি মোৰ গুণ বখানি যিবোৰ কথা কৈছিলা, সেইবোৰ আকৌ গিলিব পাৰিবা নে? মই যে মিছলীয়া কাপুৰুষ ভয়াতুৰ নহওঁ, সেইটো তুমি কোৱা, মই নেলাগে এই টকৌ আৰু এইজনী ৰজপুৰানীয়েই নিজ কাণে শুনিছে। সেই দেখিহে মই তেতিয়াই উঠি তপতে তপতে সিহঁতক সাখী কৰিছিলো। খিতাতে তুমি আগৰ কথা সলাই মোক মিছলীয়া বুলিছা। এইবোৰ ভাল কথা নহয় একা।

প্ৰিয়ৰাম (হাঁহি)। বেছ, বেছ ভাল, ভাল, তোৰবোৰেইহে সঁচা, আমাৰবোৰ মিছা।

[টোকোৰা আৰু সিদ্ধিৰামৰ প্ৰবেশ।]

প্ৰিয়ৰাম, টোকোৰা আৰু সিদ্ধিৰাম। তইঁতৰ খবৰ কি। জপৰা কলৈ গ'ল?

টোকোৰা। জপৰা আৰু এই সংসাৰত নাই।

প্ৰিয়ৰাম। কেনেকৈ?

গজপুৰীয়া। কাতি হৈ।

প্ৰিয়ৰাম। চুপ্ ৰও।

টোকোৰা। যেতিয়া বঙালৰ চিপাহী আমাৰ ফালে আগবাঢ়ি আহিল, আমি পাছ হুঁহকি গলোঁ। যেতিয়া সিহঁতে বেগেৰে আমাক খেদি আহিল, আমাৰ চৰ্দাৰ হাজৰিকা গজপুৰীয়াই বেগেৰে ভিৰাই ধৰি লৰ মাৰিলে। আমাৰ চৰ্দাৰ হাজৰিকাক তেনেকৈ লৰ মৰা দেখি আমাৰ মনতো ভয় সোমাল। আমি তেওঁৰ অধীনৰ ৰণুৱাবোৰেও ভিৰাই ধৰি লৰ মাৰিলোঁহক। জপৰা খোৰা দেখি সি আমাৰে সৈতে সমানে লৰিব নোৱাৰি পাছ পৰিল আৰু বঙালৰ চিপাহীয়ে তাক অকলশৰীয়াকৈ পাই কাটি থলে।

গজপুৰীয়া। ৰৱ লাজৰ কথা যে জপৰাৰ নিচিনা এটা খোৰা মানুহক মোৰ যুজাৰুবোৰৰ ভিতৰত লোৱা হৈছিল। সেই খোৰাটোক মোৰ বাছকবনীয়া ৰণুৱাবোৰৰ শাৰীত লোৱাটোৱেই গুৱিতে মোৰ মহাভুল।

প্ৰিয়ৰাম (হাঁহি)। হেৰ মহাবীৰ গজপুৰীয়া হাজৰিকা! তোৰ এইখনেই বঙালৰ চিপাহীৰে ভয়ানক ৰণ নে? এই ৰণতে তই ফিকুজখাঁক হকন্দাই বন্দী কৰিছিলি নে?

গজপুৰীয়া। ডেকাকুকন বোপা। ডেকাকুকন বোপা। মোৰ কথা শুনা, তুমি সেই মিছলীয়া শজৰীয়া দুটাৰ কথাখন কেনৈ শুনিছানো বাৰু? তুমি তোমাৰ গজপুৰীয়াৰ বীৰত্বত সন্দেহ কৰিবলৈ, গজ-পুৰীয়াক বেছকৈ জানা দেখোন। (নিজৰ আঁঠু দুটাত লগা ঘা দেখুৱাই) দেউতা বোপা। চোৱা মোৰ আঁঠু দুটাত ফিকুজখাঁই আৰু চৈয়দ চানাই হিলৈৰ গুলীৰে মাৰ মৰা চিন এতিয়াও আছে।

সিদ্ধিৰাম। মোৰ আগতে ইমান ডাঙৰ মিছা কথাৰাৰ চলাবলৈ আহিছা নে হাজৰিকাকাই? ডেকাফুকন দেউতা। মই আচল কথাটো কওঁ শুনক, বঙালে যেতিয়া অহা দেখি আমাৰ হাজৰিকাই তিৰাই ধৰি লৰ দিলে,—অৱশ্যে তেওঁৰ পাছে পাছে মরো লৰি পলাইছিলোঁ। পৰ্ব্বত যেন গধুৰ সেই মানুহটো আমাৰে সৈতে লৰিব পাৰে নে? লৰি যাওঁতে তেওঁ হামখুৰি খাই পৰিল। পৰি আঁঠু দুটাত ঘা লাগিল। তাৰ পিছত তেওঁ আৰু পলাই সাৰিব নোৱাৰা দেখি দুটা মৰা বণুৱাৰ শৰৰ মাজত লবালবিকৈ সোমাই দীঘল দি পৰি মৰাৰ ভাও জুৰিলে। এয়েই আচল কথা। ইস্! মই যেন দেখা নাছিলোহে?

গজপুৰীয়া। ডেকাফুকন বোপা! দেশত আজিকালি ধৰ্ম অইনায় অধৰম হবলৈ ধৰিলে। মইনো আৰু কি মাতিম? ধৰমৰ মাত তল পৰিল, অধৰমৰ মাতে কাণৰ কণামাকৰি শবাই কাণ কলা কৰিলে। দিন-দুপৰতে ইহঁতে এনে একোটা মিছা কথা চৰ্জ্জি উলিয়াবলৈ ধৰিলে। (সিদ্ধিৰাম আৰু টোকোৰালৈ চাই) হেৰ। তহঁতৰ মিছা-বেইছা আদি পাপলৈকো ভয় নাইকিয়া হ'ল নে? ডেকাফুকন বোপা! মোৰ সোণামুৱা বোপা! তুমি ইহঁতৰ কথা চুলি এভালৰ সমানকে পতিওৱা নাই বুলি মই জানিছো।

গজপুৰীয়ানী (গজপুৰীয়াক)। দেখাত ইমান অইনায় অধৰম হল দেখিহে মই কৈছোঁ, তুমি আকৌ মৰ।। এনেখন দেশত আৰু থাকিব নেলাগে।

গজপুৰীয়া। কিনো কেপ্‌কেপাই থাক অ' এইজনীয়ে? তোৰ কথাতে গজপুৰীয়া মৰিব নেকি? ইমানখন দেশত আৰু মানুহ মৰিবলৈ নাইকিয়া হল হবলা? তই তোৰ গজপুৰীয়াক ইমান সস্তা পাইছ নেকি? তই মনে মনে থাক, মনে মনে থাক। কেপ্‌কেপাই নেথাকিবি। তই কথাৰ আওভাও একোকে বুজ নেপাৱ। বোলোঁ। লাওপানী আছে যদি মোক এটোপা খাবলৈ দে, ভাগবত পিয়াহত অন্তেকণ্ঠে শুকাই নিছে। বোপা দেউতা। মই এই যুঁজ জিকা বাবে এইবাৰ বৰফুকন দেউতাক কৈ মোক বকচি দিয়াব লাগিব। মাটি-বাৰী খাট-পাম দিয়াব লাগিব। লগুৱা-লিগিৰী বন্দী-বেটী বহতীয়া দিয়াব লাগিব। মোৰ বোপা দেউতা! তুমি মোৰ হকে বৰফুকন দেউতাক একাষাৰ কৈ দিলেই হব। তেখেত গুণীৰ গুণ বুজোঁতা লোক, মই জানো।

প্ৰিয়ৰাম (হাঁহি)। বাৰু কব যা। এতিয়া ঘৰলৈ যা। [গজপুৰীয়া গজপুৰীয়ানীৰ প্ৰস্থান।] —কৰবাৰ ঘটীয়া শিঙৰাটো। [প্ৰস্থান।]

## পঞ্চম দৰ্শন

স্থান—গৰগাঁও, ৰজাৰ ৰবচৰা।

[চক্ৰধ্বজসিংহ, বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই, আৰু সভাসদসকল।]

চক্ৰধ্বজ। ডাঙৰীয়াসকল! মোগলেৰে সৈতে আমাৰ, বাঁহবাৰী, কাজলীমুখ, ইটাখলি, বৰনদীৰ মুখ, এই চাৰি ঠাইত লগা চাৰিখন যুজত আমি জিকাৰ খবৰ পাই মোৰ মনত যি আহ্লাদ হৈছে, তাক মই প্ৰকাশ কৰিব নোৱাৰোঁ। কিন্তু ইয়াৰ পিছতে বোলে গুৱাহাটীত এখন ডাঙৰ যুঁজ হবৰ কথা আছিল। তাৰ একো খবৰ আজিলৈকে নেপালোঁ। তাৰ নিমিত্তে মই বৰ চিন্তিত হৈ আছোঁ। যুদ্ধৰ ঠাইৰ পৰা দিনৌ মানুহে বাতৰি আনিবৰ নিমিত্তে সকলো বন্দবস্ত ইমানকৈ ঠিক থকা স্বত্বেও, আজি পাঁচদিন দেখোন একো বাতৰি নাই।

বুঢ়াগোহাঁই। হয় সৰ্গদেও! মইও বৰ চিন্তাত আছোঁ।

বৰগোহাঁই। বোধকৰোঁ দুৰ্ঘোৰ ৰণ লাগিছে, তাৰ ফলাফল একো নিৰ্দ্ধাৰিত হোৱা নাই দেখি বাতৰি অহা নাই।

চক্ৰধ্বজ। ফলাফল যিয়েই নহওক, দিনৰ বাতৰি দিনে অহাটোতো উচিত। ডাঙৰীয়া! এতিয়াই আকৌ নকৈ ঘোঁৰ-চোৱাৰৰ ডাকৰ বন্দবস্ত কৰক। আৰু এই কেইদিনৰ খবৰৰ ত্ৰুটি হোৱা বাবে যথাবিহিত দোষীৰ দণ্ড হব লাগে।

বুঢ়াগোহাঁই। ইয়ালৈ অহাৰ আগেয়ে সেইবোৰ বন্দবস্ত কৰা হৈছে সৰ্গদেও! একুৰি কাঠিকৰ ঘোঁৰাচোৱাৰ নকৈ আজি পুৱাই আকৌ পঠিয়াইছোঁ।

বৰপাত্ৰগোহাঁই। সৰ্গদেও! মোৰ অনুমান হৈছে, তুমুল সংগ্ৰাম সংঘটিত হৈছে। সেইদেখি বৰফুকনে কোনো সংবাদ পঠিয়াবলৈ আহৰি পোৱা নাই। নিশ্চয় চৈয়দ চানা আৰু ফিৰুজৰ পৰিচালনাত বঙাল সৈন্যই প্ৰাণ টাকি যুদ্ধ কৰিছে। কিন্তু সৰ্গদেও! আমাৰ সৈন্যও বঙাল সৈন্যতকৈ কোনো গুণে হীন নহয়, বৰং অনেক বিষয়ত শ্ৰেষ্ঠ বুলি মোৰ বিশ্বাস। আমাৰ আহোম সৈন্যৰ কথাই নকওঁ, সিহঁত লেখত তাকৰ হলেও মহাবুজাৰু। আমাৰ বামুণ, কলিতা, কোচ, কেওট আদি জাতৰ বণুৱা একোটাও মহাৰথীৰ নিচিনা সৰ্গদেও। মই সুন্দৰকৈ জানো। তাৰ উপৰি লাচিত বৰফুকন অকলে এক লক্ষ। এই মহাবীৰৰ বল-বীৰ্য্যত সন্দেহ কৰিবলৈ

একো নাই। আমাৰ লাচিত মহাবীৰ অৰ্জ্জুন। লাচিতে অকলে বঙালৰ ওঠৰ অক্ষৌহিনীক সংহাৰ কৰিব পাৰে বুলি মোৰ বিশ্বাস।

চক্ৰধ্বজ। আপোনাৰ বাক্যই সফল হওক। ডাঙৰীয়া! কেনেবাকৈ বঙালৰ হাতত অসমীয়াৰ পৰাজয় ঘটিব লাগিলে আৰু লাজ ধৰবলৈ ঠাই নাইকিয়া হব। অৱশ্যে মোৰ দৃঢ়বিশ্বাস—আমি জিকিম।

[দূৰবীৰ প্ৰৱেশ।]

দূৰবী (আঁঠু লৈ)। সৰ্গদেও! যুজৰ ঠাইৰ পৰা লাচিত বৰফুকনৰ কটকী দুৱাৰত।

চক্ৰধ্বজ (ব্যস্তভাৱে)। সোনকালে মোৰ আগলৈ আন, সোনকালে আন।

[দূৰবীৰ প্ৰস্থান। কটকীৰ প্ৰৱেশ।]

কটকী (আঁঠু লৈ)। সৰ্গদেও! লাচিত বৰফুকনে সৰ্গদেৱলৈ জনাইছে যে গুৱাহাটীত মোগলৰে সৈতে আমাৰ যি বৰৰণ লাগিছিল, সেই ৰণত আমাৰ জয়।

(বুঢ়াগোহাঁই, বৰগোহাঁই আদি সভাসদসকলে আনন্দত তিনিবাৰ উচ্চৰৱ কৰি)

জয় সৰ্গদেও চক্ৰধ্বজসিংহৰ জয়!!!

চক্ৰধ্বজ। তাৰ পিছত? তাৰ পিছত?

কটকী। তাৰ পিছত সৰ্গদেও! লাচিত বৰফুকনে বঙালৰ ফিৰুজখাঁ আৰু চৈয়দচানাক বহুত সৈন্যৰ সৈতে ধৰি বন্দী কৰিলে।

চক্ৰধ্বজ। তাৰ পিছত?

কটকী। ফিৰুজখাঁ আৰু চৈয়দচানাক বৰফুকনে বন্দী কৰি গৰগাঁৱলৈ সৰ্গদেৱৰ ওচৰলৈ পঠিয়াই দিছে। দুই চাৰি দিনতে তেওঁলোক এইখিনি পাবহি সৰ্গদেও।

চক্ৰধ্বজ। সুন্দৰ কাৰ্য্য হৈছে। আৰু? আৰু?

কটকী। বঙালৰ বিস্তৰ সেনা ৰণত পৰিল সৰ্গদেও। বন্দী কৰা বহুত শত্ৰু সৈন্যক বৰফুকনে গুৱাহাটীতে কটালে, বাকী অলপ-অচৰপহে পলাই সাৰিল। শত্ৰু পক্ষৰ অনেক অস্ত্ৰ-শস্ত্ৰ আৰু নানা ৰকমৰ যুঁজৰ দ্ৰব্য-বস্তু খাৰ-বাৰুদ, বৰতোপ—হিলৈ আদিও আমাৰ হাতত পৰিল সৰ্গদেও।

(বৰগোহাঁই, বুঢ়াগোহাঁইক প্ৰমুখ্য কৰি সভাসদসকলে আকৌ তিনিবাৰ উচ্চৰৱ কৰে)

জয় চক্ৰধ্বজসিংহৰ জয়!!!

চক্ৰধ্বজ। ঈশ্বৰে মোৰ মনস্কামনা সিদ্ধি কৰিলে। ডাঙৰীয়াসকল! আমাৰ এই জয়ৰ বাবে এই মাহৰ ভিতৰতে বিখোৱান মহোৎসৱ কৰিবলৈ যুগুত কৰি দেওধাই, মোহন, বাইলুংসকলক আজ্ঞা দিয়া হওক। পোতাশালৰ পৰা এহেজাৰ বন্দীক মুকলি কৰি দিয়া হওক। লাচিত বৰফুকনক যথাযোগ্য মান-সৎকাৰেৰে সৈতে গৰগাঁৱলৈ আদৰি অনা হওক। তেওঁৰ ল'ৰা-তিৰুতালৈ মোৰ ভঁৰালৰ পৰা ধন-বস্তুৰ বঁটাৰ সম্ভাৰ পঠিওৱা হওক। আন আন যি যি লোক এই যুঁজলৈ গৈছিল, সকলোকে বঁটা দি সন্তুষ্ট কৰা হওক। শত্ৰুৰ পৰা পোৱা ধনবোৰ আমাৰ সেনাবোৰৰ ভিতৰত বাঁটি দিয়া হওক। গুৱাহাটীৰ ফালে পাণ্ডু আৰু শৰাইঘাটৰ কোঠ দুটা আৰু দুৰ্জ্জয় কৰি, আমি জয় কৰা অঞ্চল সুশাসন শৃঙ্খলালৈ আনিবৰ সোনকালে দিহা কৰিব লাগে বুলি বৰফুকনলৈ লেখা হওক। গুৱাহাটীত বৰফুকনে মোৰ প্ৰতিনিধি হৈ থাকি সেই অঞ্চলত শাসন আৰু সুবন্দবস্তৰ দিহা কৰক। জয় কৰা অঞ্চলৰ মাটিৰ আৰু মানুহৰ পিয়ল কৰিবৰ দিহা কৰা হওক। মুঠতে আমাৰ হাতলৈ অহা দেশখন যাতে আকৌ বঙালৰ হাতত নপৰে তাৰ বন্দবস্ত কৰা হওক।

বুঢ়াগোহাঁই। সৰ্গদেৱৰ আজ্ঞামতে সকলো কৰিবলৈ যত্ন কৰা হব।

বৰগোহাঁই। এতিয়াই প্ৰথম কাৰ্য্য হৈছে দেৱতাৰ আগত পূজা দিয়াটো।

বৰপাত্ৰগোহাঁই। হয় ডাঙৰীয়া!

চক্ৰধ্বজ। নিশ্চয়, সেইটো আগে। এতিয়াই ঢোল পিটি ৰাইজক শুনাই দিয়া হওক—আমাৰ এই মহাযুদ্ধত জয় হোৱা বাবে, সকলোৱে যেন আনন্দ উৎসৱ কৰে। গায়ন-বায়ন খোল-মৃদং গায় আৰু বজায়। আজিলৈ সভা ভঙ্গ কৰা গল।

[সকলোৰে প্ৰস্থান।]

আঁৰকাপোৰ

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

স্থান—গৰগাঁও, লাচিত বৰফুকনৰ ঘৰ
কাল—আবেলি

[চেনেহী আৰু ৰূপহী।]

চেনেহী। আইতা! চোৱাচোন, ৰূপহীয়ে মোৰ 'লীলামালা' পুথিখন নি কৰবাত লুকাই থৈছেগৈ, খুজিলে নিদিয়ে।

ৰূপহী। মই কিয় লুকাই থবলৈ যাম? তেওঁ নিজেই কৰবাত থৈ পাহৰিছে, পাহৰি মোৰ নামে লগাইছে। মিছলীয়াজনী কৰবাৰ।

চেনহী। নিশ্চয় তয়েই লুকাই থৈছ। হিংসাকুৰীয়াজনী কৰবাৰ।

ৰূপহী। তুমিহে হিংসাকুৰীয়া, মই নহওঁ। (ৰূপহীয়ে গায়)—

চেনেহী চেনেহী তেলৰ চুপি।
সদিয়াখোৱা মৰে জুপি॥
শদিয়া আহিল ৰাট বুলি।
চেনেহীয়ে তুলিলে পকা চুলি॥

[চেনেহীয়ে ৰূপহীৰ পিঠিত থপা এটা মাৰে আৰু ৰূপহীয়ে কান্দে বৰফুকননীৰ প্ৰবেশ।]

ফুকননী। হেৰ চেনেহী! হেৰ ৰূপহী! তহঁতক আৰু মই বলে নোৱাৰিলোঁ। আকৌ কিলাকিলি কৰিছহি? তহঁতৰ লাজ নাই? এই খোলাঙা ছোৱালী দুজনীয়ে মোক বলিয়া কৰিলে। এজনীৰ বয়স ষোল হবলৈ গল, এজনীৰ চৌধ হল। আজিৰ বাদে কাইলৈ শহুৰী খাটিবলৈ যাব লাগিব, তথাপি দুইজনীৰ লৰালি নগল।

চেনেহী। তাইনো মোক তেলৰ চুপি বুলি সেইবোৰ নাম গাব কিয়?

ৰূপহী। তেওঁনো মোক মাৰিব কিয়?

চেনেহী। গোৱাৰ পিছতহে মাৰিছোঁ।

ৰূপহী। তেওঁনো মোক হিংসাকুৰীয়া বুলিব কিয়?

চেনেহী। তাইনো মোক মিছলীয়া বুলিব কিয়? বেছ কৰিলোঁ, মাৰিলোঁ। মোক মিছলীয়া বুলিলে আকৌ মাৰিম।

(চেনেহীয়ে ৰূপহীক আকৌ মাৰিবলৈ খেদি যায়। মাকে দুইবো মাজত সোমাই দুইকো আঁতৰাই দিয়ে। চেনেহীয়ে চকুলো টোকে। দুৰত গায়ন-বায়ন আৰু ঢোলৰ মাত।)

ফুকননী। ৰচোন ৰ, তইঁতে গোলমাল নকৰিবি। সেয়া কিহৰ কোলাহল শুনচোন। গায়ন—বায়ন গাইছে কিয়? ঢোল, খোল, মৃদং বাজিছে শুনচোন।

[শদিয়াখোৱা গোহাঁইৰ প্ৰবেশ। চেনেহী-ৰূপহী দুয়ো লৰালৰিকৈ নিজৰ চকু মচি পলায়।]

শ, খো, গোহাঁই। আইদেউতা! আপোনাক বৰ সুখবৰ এটা দিওঁ। বৰফুকন দেউতা যুঁজত জিকিল।

ফুকননী। সঁচানে? ঈশ্বৰৰ কি অনুগ্ৰহ! (গোসাঁইঘৰৰ ফালে আঁঠুকাঢ়ি সেৱা কৰি উঠি) অ' সেইদেখিহে সেয়া ঢোলখোল বজাইছে হবলা?

শ, খো, গো। এৰা, সেইদেখিহে নগৰত বাদ্যভণ্ড বজাইছে; আনন্দ উৎসৱ কৰিবলৈ হুকুম দিছে।

ফুকননী। কোৱাঁচোন কোৱাঁ। যুঁজৰ আৰু কি কি খবৰ আহিছে ভালকৈ কোৱাঁ?

শ, খো, গো। বৰফুকন দেউতাই বঙালক পাঁচখন যুজত হৰুৱাই, সিহঁতৰ দুই সেনাপতিক ধৰি বন্দী কৰি ইয়ালই পঠিয়াই দিছে। বঙালৰ চিপাহী আৰু হিলৈ আদি অনেক যুঁজৰ সজুলি ধন-বস্তু আমাৰ হাতত পৰিছে।

ফুকননী। হেৰ আইদেওহঁত। শুনছি, তহঁতৰ দেউতাৰ যুঁজত জিকিল।

[চেনেহী ৰূপহী লৰি প্ৰবেশ।]

চেনেহী (শ, খো, গোহাইক)। এই সুখবৰ আপুনি আনিলে নে?

শ, খো, গো। এৰা, মযে তোমালোকক দিবলৈ আনিলো। মোক কি দিয়া কোৱাঁ।

চেনেহী। কি দিম কওক।

শ, খো, গো। মোৰ ওচৰত দুয়ো বহি কথাবাৰ্ত্তা পাতি মোক ৰং দিয়াঁ।

ৰূপহী। আপুনি এই ভাল খবৰৰ বাবে আমাক কি দিব কওক। ৰং আপোনাবো হৈছে নহয়।

শ, খো, গো। হৈছে, কি লাগে কোৱাঁ।

ৰূপহী। মোক একো দিব নেলাগে। মাথোন বাইদেওক তেলৰ চুপি এটা দিয়ক।

চেনেহী। আইতা! চোৱাঁ, ৰূপহীয়ে আকৌ মোৰে সৈতে লাগিছে।

ৰূপহী। খালি চুপিটো দিবলৈ মই নাই কোৱাঁ, তাত চেনেহ ভৰাই এচুপি কৰি দিবলৈহে কৈছোঁ।

শ, খো, গো, (হাঁহি—চেনেহীক)। সেইজনী অহৌবলিয়া ছোৱালী। তাইৰ কথাত কোনে লাগে?

চেনেহী। ককাইদেউৰ খবৰ কি?

শ, খো, গো,। প্ৰিয় বোপাৰ খবৰো নিশ্চয় ভাল।

[লিগিৰী এজনীৰ প্ৰবেশ।]

লিগিৰী। আইচুদেউতা! গুৱাহাটীৰ পৰা মানুহ এটা আহিছে এখন চিঠি লৈ।

বৰফুকননী (ব্যস্তভাৱে)। কতা? মানুহটোক মাত চিঠিখন লৈ আহক।

(ৰূপহীয়ে লৰি গৈ মানুহটোৰ হাতৰ পৰা চিঠিখন লৈ আহে। ৰূপহীয়ে চিঠিখন মেলে। মাকে ৰূপহীৰ হাতৰ পৰা চিঠিখন কাঢ়ি নি শদিয়াখোৱা গোহাঁইক পঢ়িবলৈ দিয়ে। শদিয়াখোৱা গোহাঁয়ে চিঠি পঢ়ে।)

গুৱাহাটী। শক ১৬৮৯।১৩ ফাগুন।

কল্যাণীয়াসু,

আজি তোমাক আনন্দৰ খবৰ দিওঁ। তুমি শুনি সন্তোষ পাবা যে বঙালে সৈতে লগা যুঁজত আমি জিকিলোঁ। যুঁজত আমাৰ ফালৰ ভালেমান ৰণুৱা পৰিল যদিও, বঙালৰ ফালৰ তাতকৈ দহগুণমান সৰহ পৰিল। বঙালৰ অনেক বৰহিলৈ, কামান আদি যুঁজৰ সজুলি আমাৰ হাতলৈ আহিল। শত্ৰুৰ দুজন বাই সেনাপতি ফিৰুজৰ্খাঁ আৰু চৈয়দচানা আমাৰ হাতত বন্দী হৈছে। ফিৰুজৰ্খাঁক যুঁজত কোনে বন্দী কৰিলে জানা নে? তুমি শুনি নথৈ আনন্দ পাবা যে তোমাৰ ৰবপোৱা প্ৰিয়ৰামে। প্ৰিয়ৰামে এই যুঁজত যেনে সাহ আৰু বীৰত্ব দেখুৱালে, সি মোৰ সমাজিকৰো অগোচৰ। তাৰ বিষয়ে মোৰ মনৰ আগৰ সকলো আশঙ্কা গুচিল। সি তোমাৰ মান ৰাখিলে, মোৰো গৌৰৱ বঢ়ালে।

ৰৰ নৰালৰিঁ। আজিলৈ ইমানকে লেখিলোঁ। মোৰ আৰু প্ৰিয়ৰামৰ গা ভালে আছে। আশা কৰোঁ। ঈশ্বৰৰ অনুগ্ৰহত তোমালোক কুশলে আছাহক। চেনেহী আৰু ৰূপহীক মোৰ আশীৰ্ব্বাদ দিবা, তুমিও লবাঁ।

তোমাৰ
শ্ৰীলাচিত বৰফুকন

ফুকননী (গিৰিয়েকৰ চিঠিখন শদিয়াখোৱা গোহাঁইৰ হাতৰ পৰা আনি নিজৰ মূৰত থৈ সেৱা কৰি)। ঈশ্বৰৰ অনুগ্ৰহতে সকলো হৈছে। (শদিয়াখোৱা গোহাঁইক) বোপা। মই আমাৰ সত্ৰৰ গোসাঁইঘৰলৈ আগ কৰি পোৱা সোণৰ ফুস কেইপাহ, তুমি আজিয়েই গোণাৰিৰ ঘৰৰ পৰা আনি দিয়াঁ। কাইলৈ যেন মই সত্ৰলৈ পঠিয়াই দিব পাৰোঁ। আমাৰ ঘৰৰ লগুৱা-লিগিৰাবোৰলৈ এযোপা কাপোৰ কিনি আনি দিয়াঁ। সিইঁতক গাইপতি একোজোৰাকৈ মই কাপোৰ দিম। নগৰৰ দুখীয়া মগনীয়াবোৰক মতাই অনাই সিইঁতক গাইপতি চাউল আৰু কড়ি দিয়াৰৰ দিহা কৰি দিয়াঁ। একুড়ি বামুণক চাউল-সিধা দিম। তাৰো দিহা কৰোৱাঁ।

শ, খো, গো। ভাল আইদেউতা! মই এইবোৰ দিহা আজিয়েই কৰিম।

(চোলাৰ মোনাৰ পৰা জোনবিৰিৰে সুন্দৰ মণি এধাৰ চেনেহীৰ ডিঙিত পিন্ধাই দিয়ে।)

দেউতাই যুঁজ জিকা বাবে তোমাক এই বঁটা।

(চেনেহীয়ে অলপ লাজৰ ভাৱ দেখুৱায়। ৰূপহীয়ে অসন্তুষ্ট ভাৱে চায়।)

হোৱাঁ ৰূপহী আইদেও! তোমালৈকো এইবোৰ ঠুৰিয়া আনিছো, পিন্ধিবাঁ।

ৰূপহী। এতিয়া আপোনাৰ হাততে ঠুৰিয়া যোৰ থাওক। মোৰ কাণৰ বিন্ধা ডাঙৰ হলে পিন্ধিম।

ফুকননী। ল, ল, মানুহে আদৰকৈ বস্তু দিলে লৈ শলাগ লব পায়।

ৰূপহী। আদৰকৈ দিছে—লম। কিন্তু কাণৰ বিন্ধা কেৰু সোমাব পৰা হবলৈকো বাট নেচাম নে?

ফুকননী। সোমাব ল। নোসোমায় যদি আজি কুহিলা সুমাই থবি, তেনেহলেই কাইলৈ পিন্ধিব পাৰিবি।

(ৰূপহীয়ে হাত পাতি কেৰুযোৰ লৈ মাকৰ হাতত দিয়ে। শদিয়াখোৱা গোহাঁই যাবলৈ উঠে।)

ৰূপহী (শদিয়াখোৱাক)। আপুনি যাবলৈ উঠিছে। কিন্তু বাইদেওক তেলৰ চুপিটো দিবলৈ পাহৰিলে।

শ, খো, গো। বা এই আদ্‌বনিয়াজনী।

[প্ৰস্থান।]

চেনেহী। ৰূপহী। তোৰ বৰ অন্যায় যে মানুহৰ আগত এইদৰে অসভ্য ব্যৱহাৰ কৰ।

(ৰূপহীয়ে গাই লৰি পলায়)

ৰূপহী। চেনেহী চেনেহী তেলৰ চুপি।
শদিয়া খোৱা মৰে জুপি॥

[লৰি প্ৰস্থান।]

---

## দ্বিতীয় দৰ্শন

স্থান—দিল্লী দেৱানী-আম-আওৰেংজীব-বাদছাৰ দৰবাৰ

কাল—আবেলি

[ময়ুৰ-সিংহাসনত আউৰেংজীব, জয়সিংহ, ৰামসিংহ, উজীৰ, ওমৰাহসকল।]

আউৰেংজীব। বৰ দুঃসংবাদ মহাৰাজ। অসমৰ ৰজাই যুঁজত আমাৰ সেনাক পৰাস্ত কৰি ফিৰুজখা আৰু চৈয়দচানাক বন্দী কৰি হত্যা কৰিলে। ইয়াকে বোলে সাতখন সাগৰ সাঁতুৰি পাৰ হৈ শেহত গৰুখোজৰ পানীত বুৰি মৰা।

জয়সিংহ। জাহাপনা। তেনেকুৱাইতো হৈছে।

আউৰেংজীব। এই অপমানৰ প্ৰতিশোধ তুৰন্তে লবই লাগিব।

উজীৰ (মূৰ দুপিয়াই)। খোদাবন্দ।

জয়সিংহ। সিংহ শুই থাকোঁতে, টিপচীয়ে থাপ্‌ মাৰি সিংহৰ দাঁতত লাগি থকা মঙহ লৈ যোৱাৰ নিচিনা হৈছে জাহাপনা।

আউৰেংজীব। হিন্দুস্তানৰ এই পুবচুকটোৰ ফালে আমাৰ অত দিন ভালকৈ মন নিদিয়াৰ ফল।

উজীৰ (মূৰদুপিয়াই)। খোদাবন্দ।

আউৰেংজীব। মহাৰাজ। এইবাৰ অকল গুৱাহাটী পুনৰ উদ্ধাৰেই নহয়, বিল্‌কুল অসম দখল।

উজীৰ (মূৰ দুপিয়াই)। খোদাবন্দ।

জয়সিংহ। জাহাপনা। এই বৃদ্ধক আদেশ দিয়ক। অম্বৰৰ ৰজা বুঢ়া হলেও তেওঁৰ গাৰ তেজ এতিয়াও চেঁচা হোৱা নাই।

আউৰেংজীব। সেইটো মই জানো মহাৰাজ। কিন্তু মহাৰাজৰ যোগ্য পুত্ৰ ৰামসিংহ থাকোঁতে সেই কাৰ্য্যলৈ মহাৰাজৰ যাবৰ আৱশ্যক কি? মহাৰাজৰ পুত্ৰ ৰামসিংহৰ বীৰত্ব আৰু বিশ্বস্ততাত মোৰ সন্দেহ নাই।

উজীৰ। (মূৰ দুপিয়াই) খোদাবন্দ।

জয়সিংহ। জাহাপনা। ৰামসিংহও মোৰে নিচিনা জাঁহাপনাৰ তাবেদাৰ।

ৰামসিংহ (মূৰ দুপিয়াই)। জাহাপনা।

আউৰেংজীব। ৰামসিংহ! তুমি অম্বৰাধিপতি মোৰ বিশ্বাসী বন্ধু মহাৰাজ জয়সিংহৰ যোগ্য সন্তান। মহাবীৰ মানসিংহৰ নাতি। তোমাৰ বীৰত্ব আৰু বিশ্বস্ততা মোৰ অবিদিত নাই। তোমাক মই আজি এই যুঁজৰ নিমিত্তে সেনাপতি পদত বৰণ কৰিলোঁ। যথেষ্ট সৈন্য আৰু অস্ত্ৰশস্ত্ৰাদি লৈ তুমি অনতিবিলম্বে যুদ্ধযাত্ৰা কঁৰা। ১৮000 অশ্বাৰোহী, ৩0000 পদাতি আৰু কামান, তোপ, বন্দুক, বাৰুদ আদি পূৰা সৰঞ্জাম তোমাৰ লগত নিয়া। ১৫000 ২0000 যি পোৱা ধনুকধাৰী তুমি কোচবিহাৰৰ পৰা লঁৱা। বঙ্গদেশৰ নবাবেও যিমান চিপাহী দিব পাৰে, তোমাৰ লগত নিবঁা। যোদ্ধা নচৰৎখা, কিৰাত-সিংহবৰ্ত্তিয়া, ৰইৰামদেও, ৰঘুনাথসিং তোমাৰ লগত যাওক। গুৱাহাটীৰ পুৰণা থানাদাৰ ৰচিতখাও তোমাৰ লগত যাওক। অসম মুলুকৰ হাল-চাল ৰচিতে ভালকৈ জানে (উজীৰলৈ চাই) উজীৰ! মোৰ যিটো এটাইতকৈ পিয়াৰৰ যুঁজৰ ঘোঁৰা আছে সেইটো সোণ-খটোৱা জিনেৰে সৈতে ৰামসিংহ সেনাপতিক দিয়ঁ। সোণ-খটোৱা তৰোৱাল এখন ৰাজভৰালৰ পৰা অনোৱা। মই নিজহাতে ৰামসিংহক সেই তৰোৱাল খিলাত দিওঁ।

উজীৰ। যি আদেশ খোদাবন্দ।

জয়সিংহ। জাহাপনাৰ দয়া।

ৰামসিংহ (উঠি কুঁণিচ কৰি)। জাহাপনাৰ আমাৰ প্ৰতি পৰম দয়া। জাহাপনাৰ আদেশ বান্দাই পালন কৰিবলৈ এই প্ৰাণ থাকোঁতে ক্ৰটী নকৰে।

আউৰেংজীব। আজিলৈ সভা ভঙ্গ কৰা গল।

[প্ৰস্থান।]

---

## তৃতীয় দৰ্শন

স্থান—গৰগাঁও, ৰজাৰ বৰচৰা

কাল—আবেলি

[চক্ৰধ্বজসিংহ, বুঢ়াগোহাঁই, বৰপাত্ৰগোহাঁই আৰু আন আন সভাসদসকল।]

বৰগোহাঁই। সৰ্গদেও! মই দেখোন আগেয়েই কৈছিলোঁ যে দিল্লীৰ পাটছাক খোকাই লোৱাটো

সুবিধাৰ কথা নহব। এতিয়া যি পৰ্য্যোভৰেৰে পাটছাৰ সৈন্য-সামন্ত আকৌ আমাৰ দেশৰ ফালে আহিছে, এইবাৰ আমি ৰক্ষা পৰিলেহে পৰা।

বৰপাত্ৰগোহাঁই। হয় স্বৰ্গদেও।

বৰগোহাঁই। পাটছাৰ সাগৰসদৃশ সেনাৰ সমুখ হবলৈ আমাৰ দেশত ইমান বণুৱা কত? আৰু খৰচ কৰিবলৈ আমাৰ ইমান ধনেই বা কত স্বৰ্গদেও?

চক্ৰধ্বজ। বৰগোহাঁই ডাঙৰীয়া! আপুনি যে কৈছে আমি পাটছাক জোকাই লোৱা বুলি, সেইটো আপোনাৰ ভুল। আমি জোকাই লোৱা নাই, পাটছাইহে আমাক জোকাই লৈছে। আমি আমাৰ দেশ-ৰক্ষাৰ নিমিত্তেহে, নিজৰ প্ৰাণ, মান, ধন, সম্পত্তি ল'ৰা-তিৰুতা ৰক্ষাৰ নিমিত্তেহে যুদ্ধ কৰিছোঁ আৰু কৰিমো। সেই কাৰ্য্যত মৰিলেও মৰাটো গৌৰৱ আৰু সুখৰ মৃত্যু। জীলেও গৌৰৱ আৰু সুখৰ জীৱন। দিল্লীৰ পাটছাৰ গোলাম হৈ অসমৰ বজাই ৰাজত্ব কৰি থাকিবলৈ আকাংখা নকৰে। ডাঙৰীয়াসকল! এইটো মোৰ খাটাং কথা জানিব। এতিয়া আপোনাসকলৰ কৰ্ত্তব্য,—আপোনাসকলক সকলোৱে মিলি কাম্ব পতাটো। বেয়া হ'ল, ভাল হল বিচাৰ কৰি কালক্ষেপ কৰাটো নহয়। আপোনাসকলে এতিলো বিলম্ব নকৰি বঙালেৰে সৈতে যুঁজ কৰিবলৈ সাজু হৈ ওলাওক। মোৰ আদেশ, আপোনাসকল সকলো ফুকন বৰুৱাই নিজ নিজ খেলৰ কাঁৰী, বণুৱাবিলাকেৰে সৈতে অনতি-বিলম্বে গুৱাহাটীলৈ গৈ, বৰসেনাপতি লাচিত বৰ-ফুকনৰ আজ্ঞানুবৰ্ত্তী হওক। মোৰ এই আদেশ সকলোকে শুনাই দিয়া হওক। আৰু বৰফুকনলৈ লেখি দিয়া হওক যে বাৰিষা নপৰে মানে যাতে পাটছাৰ সেনাৰে সৈতে আমাৰ ৰণ নলগাকৈ ৰাখিব পাৰে, তাৰ যুক্তি কৰক, কাৰণ বাৰিষা পৰিলেই আমাৰ সুবিধা।

বুঢ়াগোহাঁই। স্বৰ্গদেৱৰ আজ্ঞামতেই সকলো কাৰ্য্য হ'ব।

চক্ৰধ্বজ। আমাৰ উজনি দেশত ২০ বছৰ বয়সৰ পৰা ৪০ বছৰ বয়সলৈকে যতবোৰ মতা মানুহ আছে, খামুণ আৰু মহন্তৰ বাহিৰে, সকলোবোৰৰে লেখ লৈ কাকত কৰা হওক। সেইবোৰৰ ভিতৰৰ সুস্থ আৰু বলী চাই মানুহ বাছি লৈ সেইবোৰক ছিৰে, কাঁড়, যাঠি, দা ইত্যাদিৰে ভালকৈ যুদ্ধ কৰিবলৈ শিকোৱা হওক। যদি যুঁজ দীৰ্ঘকাল স্থায়ী হয়, আমি যেন ইফালৰ পৰা তালৈ জাকে জাকে বণুৱা পঠিয়াই থাকিব পাৰোঁ। তাৰ উপৰি আমাৰ এই ফালৰ ৰাজ্য ৰক্ষা কৰিবলৈকো আৰু সিফালে যোৱা বণুৱাৰ ঠাই পূৰাবলৈকো বণুৱা লাগি থাকিব। সম্প্ৰতি কাইলৈ আমাৰ গৰগাঁৱতে মানুহৰ লেখ কৰিবলৈ ধৰি কাৰ্য্য আৰম্ভ কৰা হওক। মোৰ ৰাহৰতে বাৰকুৰি লিগিৰা আছে। ইমানবোৰ লিগিৰাৰ বিশেষ কোনো কাম নাই। ইহঁতৰে এদল হিলৈদাৰী বণুৱা প্ৰস্তুত কৰিব লাগে। খেলে খেলে কমাৰক টানি হুকুম শুনাই দিয়া হওক যে সম্প্ৰতি সিহঁতে হিলৈ, কামায়ণ, বৰতোপ আদি যুঁজৰ অস্ত্ৰ গঢ়াৰ বাহিৰে যেন আন একো নকৰে। কাঁৰীবোৰৰ ল'ৰা-তিৰুতাবোৰেও যেন দিনে-ৰাতিয়ে ধেনু-কাঁৰ চোঁচে। মুঠতে যুঁজৰ সজুলি আৰু যুঁজাৰু প্ৰস্তুত কৰাৰ বাহিৰে এতিয়া আমাৰ আন একো কাম নাই।

বুঢ়াগোহাঁই। যি আদেশ স্বৰ্গদেৱ।

চক্ৰধ্বজ। আজিলৈ সভা ভঙ্গ কৰা গল।

[সকলোৰে প্ৰস্থান।]

---

## চতুৰ্থ দৰ্শন

স্থান—গুৱাহাটী, লাচিত বৰফুকনৰ চ'ৰা
কাল—পুৱাবেলা

[বৰফুকন অকলৈ চৰাতে বহি কিবা ভাবি আছে। দুটা কোটোৱালে গজপুৰীয়ানীক ধৰি আনে।]

বৰফুকন। কোটোৱালহঁত! এইজনী কাক ধৰি আনিছ?

১ম কোটোৱাল। দেউতা! এইজনী উজনি গৰগাঁৱৰ মানুহ হেনো! যুঁজৰ সময়ত তাইৰ গিৰিয়েকেৰে সৈতে তাই হেনো এই ফাললৈ আহিছে। তাইৰ গিৰিয়েক হেনো এহেজাৰ বণুৱাৰ ওপৰত হাজৰিকা। তাইৰ কথা সঁচা বুলি আমাৰ মনে নধৰে। এইৰ ঘৰত ভালেমান চোৰাই মাল ওলাইছে দেউতা! চিপাহীৰ চোলা, পাগুৰি, টুপি, কমৰ-বন্ধ, কটিসূত্ৰ, কপৰ আৰু পিতলৰ টেমা, সোণৰ আঙঠি, পচিমীয়া মতা মানুহে পিন্ধা কাণৰ কঁৰীয়া, পাটচাৰ নামৰ মোহৰ মৰা কপ ইত্যাদি। এইবোৰ বস্তু তাই ক'ৰ পৰা পালে বুলি সুধিলে, তাই কিবা বেবেৰিবাং কথা কয়, আমি একো বুজিব নোৱাৰোঁ। দেখাতেই তাই এইবোৰ যুঁজৰ চিপাহীৰ চুৰ কৰা বস্তু।

গজপুৰীয়ানী (কোটোৱালক)। কোনটো চিপাহীৰ বস্তু? হেৰ কোনটো চিপাহীৰ বস্তু?

২য় কোটোৱাল। যুঁজত মৰা চিপাহীৰ বস্তু।

গজপুৰীয়ানী। মৰা চিপাহীৰ বস্তু যদি মৰা

চিপাহীৰ বস্ত্ৰ! তই জীয়া চিপাহী, তোৰতো নহয়। দেউতাৰ আগত গোচৰ দিব লাগে যদি যাৰ বস্ত্ৰ সি আহি গোচৰ দিয়কহি। তই দিবৰ কোন? (বৰফুকনলৈ চাই আঁঠু কাঢ়ি হাতযুৰি) বৰফুকন দেউতা ধৰ্ম্মৰ ৰজা, পৃথিৱীৰ গৰাকী। মই বৰ মানুহৰ পৰিবাৰ। ডাঙৰ লোকৰ বৈণী, পৰদেশত মোৰ মৰ-ভেশ হৈছে দেউতা! নহলে মোক এইদৰে ইহঁতে ধৰি আনি লঘু কৰে। দেউতা পৃথিৱীৰ গৰাকী, অনাথৰ নাথ, ৰজা-পাটছা। দেউতাই এই দুখুনী অনাথিনীৰ এই গোচৰৰ বিচাৰ নকৰিলে আৰু কোনে কৰিব দেউতা?

বৰফুকন। হেৰ তোৰ গিৰিয়েৰৰ নাম কি?

গজপুৰিয়ানী। দেউতা! তেওঁকে গজপুৰীয়া সেনাপতি হাজৰিকা বোলে। উজনিত গজপুৰীয়াক ৰজাৰ পৰা প্ৰজালৈকে নজনা মানুহ নাই দেউতা ঈশ্বৰ! তেনেজনৰ তিৰুতাৰ পৰদেশত কেলেহুৱা কোটোৱালৰ হাতত এই দশা! যিজন লোকৰ, বৰুৱা ফুকন ডা-ডাঙৰীয়াৰে সদায় লেনদেন, কাৰবাৰ, মিলজোল, সেইজনৰ বৈণীয়েকক ইহঁতে এনেকৈ এই বঙালৰ দেশত পাই লঘু কৰিছে দেউতা! (চকুলো টুকি কান্দে)

বৰফুকন। তই সেই হাতী যেন শকত মানুহটো গজপুৰীয়াৰ বৈণীয়েক নে?

গজপুৰীয়ানী। হয় দেউতা! বেটী তেখেতৰে পৰিবাৰ।

[ গজপুৰীয়াৰ প্ৰবেশ। ]

গজপুৰীয়া (আঁঠু লৈ)। দেউতা ঈশ্বৰ! গজপুৰীয়া হাজৰিকাৰ বিদেশত এই অপমান! মই ঘৰত নথকাত ইহঁতে মোৰ ঘৰত অনধিকাৰ প্ৰৱেশ কৰি মোৰ তিৰুতাজনীক চোৰ বুলি ধৰি আনিছে। দেউতা ঈশ্বৰ! মই ইহঁতৰ ওপৰত হুৰ্মতৰ দাবি কৰি দেউতাৰ আগত গোচৰ কৰিছোঁ। দোহাই ধৰ্ম্মাৱতাৰ! দেউতাই বিচাৰ কৰক। দেউতাৰ অনুগ্ৰহতে আমুকাই এহেজাৰ কাঁৰীৰ ওপৰত হাজৰিকা হৈ সেনাপতিগিৰি কৰি সিদিনা যুঁজত হেজাৰে হেজাৰে বঙালক কচু কটাদি কাটিলোঁ। বঙালৰ সেনাপতি ফিৰুজখাঁৰ সমুখ হৈ তয়াময়া ৰণ কৰি তাক গৰুৰ পঘাৰে বান্ধি খুন্দি তহিলং কৰিলোঁ। এনেটোৰ বৈণীয়েকৰ গাত আজি কুকুৰকন্দলী কোটোৱালে হাত লগায়। মোৰ ঈশ্বৰ! দেউতা! বন্দীয়ে ইহঁতৰ ওপৰত দহ হেজাৰ ৰূপৰ দাবি কৰি দেউতাৰ ওচৰত হুৰ্মতৰ গোচৰ এতিয়াই ৰুজু কৰিলোঁ। দেউতা প্ৰজাপালক, ধৰ্ম্মৱতাৰ, সেই গোচৰ দেউতাই শুধিব লাগে। দোহাই ধৰ্ম্মাৱতাৰ!

[ প্ৰিয়ৰামৰ প্ৰৱেশ। ]

বৰফুকন। বৰবোপা! এইটো কোন তই চিনি পাৱ নে?

প্ৰিয়ৰাম। পাওঁ দেউতা! এইটো গজপুৰীয়া হাজৰিকা। সিদিনাৰ যুঁজত হাজৰিকাই বৰ বিক্ৰম দেখুৱালে দেউতা!

গজপুৰীয়া। ডেকাফুকন বোপাদেউতাই মোৰ কথা সকলো জানে।

(প্ৰিয়ৰামে ইঙ্গিতেৰে গজপুৰীয়াক মনে মনে থাকিবলৈ কয়।)

গজপুৰীয়ানী (কোটোৱালক)। পোক-লগাহঁত! শুন, হেৰ শুন!

বৰফুকন। সেইজনী ইয়াৰে বৈণীয়েক নে?

প্ৰিয়ৰাম। হয় দেউতা! দেউতাক জনাই মই এই গজপুৰীয়াকে এহেজাৰ কাঁৰীৰ ওপৰত হাজৰিকা পাতি লৈ আহিছিলো।

গজপুৰীয়ানী (কোটোৱালক)। হতছিৰী-হোৱাহঁত! মই কাৰ বৈণীয়েক শুনিলি এতিয়া?

গজপুৰীয়া (বৈণীয়েকক)। তই মনে মনে থাক।

গজপুৰীয়ানী (কোটোৱালক)। শুনিলি, গৰিহাখোৱাহঁত? বোলোঁ শুনিলি এতিয়া? তহঁতে কাৰ বৈণীয়েকক চোৰ বুলি ধৰি আনিছিলি অ'?

বৰফুকন (হাঁহি)। মই সকলো বুজিলোঁ। কোটোৱাল! এইক তাইৰ ঘৰত থৈ আহগৈ। তাইক তহঁতে আৰু দিগদাৰি নকৰিবিহঁক যা। (কোটোৱাল আৰু গজপুৰীয়ানীৰ প্ৰস্থান) হেৰ গজপুৰীয়া হাজ-ৰিকা! তইনো কেনেকৈ ফিৰুজখাঁক বন্দী কৰিলি বুলিলি? মোৰ বৰবোপা প্ৰিয়ৰামেহে কৰিছিল?

গজপুৰীয়া। দেউতা ঈশ্বৰ! ময়েই প্ৰথমতে ফিৰুজক বন্দী কৰাটো সঁচা। কিন্তু সি বৰ টেঙৰ বঙাল, দেউতা! মোৰ হাতৰ পৰা কেনেবাকৈ পুলকি গল কব নোৱাৰোঁ, কিন্তু গল। ডেকাফুকন দেউতাৰ হাতত বন্দী হোৱাটোও সঁচা। এতেকে দেউতা ঈশ্বৰ! তাক বন্দী কৰাৰ মান্যৰ ভাগ এই দুখীয়ায়ো পাব পাৰে। এই বঙালবোৰ বৰ টেঙৰ দেউতা ঈশ্বৰ! দুখীয়া মানুহৰ হাতত বন্দী হোৱাতকৈ বৰলোকৰ হাতত বন্দী হোৱাটো বৰ মানৰ কথা বুলি সিহঁতে বৰ জানে। দেউতা ঈশ্বৰ! নতুবা মই দুখীয়াৰ হাতত বন্দী হৈও, ফিৰুজে পুলকি লৈ

আকৌ ৰবলোকৰ হাতত বন্দী হলগৈ কিয় মোৰ দেউতা ঈশ্বৰ ?

ৰবফুকন (হাঁহি)। বুজিলোঁ এতিয়া। তই ৰব টেঙৰ বুঢ়া।

গজপুৰীয়া। হয় দেউতা ঈশ্বৰ! মোৰ বুঢ়া বুলি অখ্যাতি এটা আজিকালি ওলাইছে। মোৰ ঘৰৰ ঘৈণীজনীয়েও মোক বুঢ়া বুলি পেলনীয়া কৰিবলৈ ধৰিছে। দেউতাইও এতিয়া মোক বুঢ়া বুলিলে। মই কিন্তু বুঢ়া হোৱা নাই দেউতা ঈশ্বৰ! আৰু দেউতা ঈশ্বৰ! মোৰ নিচিনা হোজা মানুহ এটা এই অঞ্চলতে নাই। নহলে মোক বঙালে ধৰি আঁঠুত, পিঠিত, হাতত, ভৰিত, যতে পায় ততে তৰোৱাল আগেৰে খুচিবলৈ নেপালেহেঁতেন। মোৰ তলতীয়া চিপাদাৰ, হাৱলদাৰ টকৰু টোকোৰাইঁতে বঙালৰ গোন্ধ পায়েই পলাই ফাট মাৰিলে। দেউতা! মই চিধা মানুহ দেখি যুঁজ কৰি মৰিমজি যাইল হলোঁ।

(ৰবফুকনে গজপুৰীয়াৰ কথা শুনি মিচিক্
মিচিক্ কৰি হাঁহে।)

প্ৰিয়ৰাম। হৈছে, আৰু তোৰ বক্তৃতা নেলাগে। যা এতিয়া। বাৰু আকৌ এইবাৰ যুঁজত তই কি কৰ দেখা যাব।

গজপুৰীয়া। পাটছাৰ ৰামসিংহ সেনাপতি আহিছে বুলি শুনিছো। ৰামছিং মোৰ ভাগত পৰিল। ডেকাফুকন বোপা দেউতা! আপোনাসকলে ৰামচিঙক নুছুবই। মই আগেয়ে কৈ থলোঁ। (ৰৰ-ফুকনক—হাত যুঁৰি) দেউতা ঈশ্বৰ! এইবাৰ ৰামছিং সেনাপতিক বন্দীয়ে ধৰি হাতে-ভৰিয়ে লোৰ শিকলিৰে বান্ধি দেউতাৰ চৰণত পেলাই দি বকৃচিচ লমেই লম।

ৰবফুকন (হাঁহি)। বাৰু লবি যা।

[গজপুৰীয়াৰ প্ৰস্থান।]

আঁৰকাপোৰ

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

স্থান—গৰগাঁও, ৰজাৰ ৰবচ'ৰা

কাল—আবেলি

[চক্ৰধ্বজসিংহ আৰু সভাসদসকল। বিক্ৰম ফাকতীয়ে লাচিত ৰবফুকনৰ পৰা অহা চিঠি এখন পঢ়ি ৰজাক শুনায়।]

শ্ৰীশ্ৰীৰাম

শ্ৰীশ্ৰীশ্ৰীশ্ৰীশ্ৰীশ্ৰীশ্ৰীমহাৰাজাধিৰাজ চক্ৰধ্বজসিংহ স্বধৰ্ম্ম প্ৰতিপালক গুণৈকসিন্ধুযশোৰাশিবিমণ্ডিত, শত্ৰুক্ষয়কাৰী, প্ৰবলপ্ৰতাপপৰিদীপ্তোজ্জলতেজস্বৰ্গ-দেৱমহামহোগ্ৰপ্ৰতাপেষু—

পত্ৰং সমাচাৰ এহি। ইতিপূৰ্ব্বে দূতমুখে স্বৰ্গদেৱৰ আজ্ঞা শুনি আৰু পত্ৰ পাঠ কৰি, পাটছাৰ সেনাপতি ৰামসিংহৰে সৈতে কৰিবৰ নিমিত্তে যুদ্ধৰ সকলো আয়োজন সমাপন কৰা হৈছে। স্বৰ্গদেৱৰ আজ্ঞামতে ৰামসিংহৰ ওচৰলৈ কটকী পঠিয়াই তেওঁৰ আগমনৰ উদ্দেশ্য কি সুধি পঠোৱা হৈছে। গুৱাহাটীৰ কেইওফালে যি গড় আছিল, তাক ভালকৈ মেৰামত কৰি দৃঢ় কৰা হৈছে। গড়ৰ ঠায়ে ঠায়ে সেনাপতিবিলাকৰ কোঠ বহুওৱা হৈছে। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে—অমৰাজুলিৰ পৰা পাণ্ডুলৈকে গুইমেলা ৰবগোহাঁই ফুকনক, খহোৱা যুকন্দৰ পৰা কামাখ্যাৰ পশ্চিম খটুখটালৈকে বাইদণ্ডীয়া ৰাজখোৱাক, দুৱাৰ-গৰিলাত দোলাকাষৰীয়া ৰকন্দা লাচুমক, পাৰঘো পাৰ পৰা খেনুখীবোৱালৈকে ৰাজকিয়াল ৰবগোহাঁইক, গোটা আলিৰ পৰা অসুৰৰ আলিৰ মুৰলৈকে নেওগ হাজৰিকাক, অসুৰৰ আলিত কমলাৰবীয়া গোহাঁই ফুকনক, অসুৰৰ আলিৰ দক্ষিণ পৰ্ব্বতত মৰঙিখোৱা ৰবচেতিয়াক, উষাহৰণ পৰ্ব্বতত জাতিচন্দন গোহাঁইক, ওভোতাশিমলুৰ বাটত শলগুৰীয়া ৰাজখোৱা চক্ৰপাণিক থৈ, লগত ৰীতিমতে সৈন্য-সামন্ত দি, প্ৰতি ৰাৰ বেওঁএ একোটা ৰবহিলৈ বা ৰবতোপ পতা হৈছে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে—জুৰিয়াৰ পৰা শৰাইঘাটলৈকে ৰবঅভয়পুৰীয়া ৰাজখোৱা শেন গোহাঁইক, শৰাইঘাটত মাজু অভয়পুৰীয়া ৰাজ-খোৱা, লঠিয়া-পৰ্ব্বতত বাঁহগৰীয়া বুঢ়াগোহাঁইক লঠিয়াৰ পৰা চিলা পৰ্ব্বতলৈকে মিৰি সন্দিকৈ ফুকন আৰু নেওগ হাজৰিকাক, সেন্দুৰীঘোপাৰ পৰা খৰাঘৰীয়া আলিলৈকে দিহিঙীয়া ৰাজখোৱাক, ৰংমহলত পেলন চাৰিঙীয়া ফুকনক, ৰংমহলৰ পৰা কানাই বৰশীবোৱা শিললৈকে ধনাগোহাঁই গজপুৰীয়া ৰাজখোৱাক, চাহবুৰুজত ৰূপ সন্দিকৈক, ফুকন্নাত ৰবপাত্ৰগোহাঁই আৰু বাইদণ্ডীয়া ৰাজখোৱাক থৈ, নিয়মমতে সৈন্যসামন্ত দি, কোঠ পাতি, ৰাৰ বেওঁএ ৰাৰ বেওঁৰে একোটা ৰবহিলৈ বহুৱা হৈছে। কামায়ন টোৱা, জুমুৰ, গঠিয়া-জুমুৰ, কেচাই পহলঙি, পাথৰ-কলাই যত যি লাগে, দি সৈন্যবিলাকক সাজু কৰি থোৱা হৈছে। ব্ৰহ্মপুত্ৰৰ পানীত, উত্তৰ পাৰে দিহিঙীয়া ৰাজখোৱাক আৰু বুঢ়াগোহাঁই ফুকনক, দক্ষিণ পাৰে শলগুৰীয়া ৰাজখোৱা, টঙচু ৰাজখোৱা আৰু কলঞ্জু নেওগক ৰখা হৈছে। স্বৰ্গদেৱৰ বন্দী সপুত্ৰে ইটাখুলিৰ নামনিত আছোঁ।

এতিয়া ঈশ্বৰৰ ইচ্ছাৰ ওপৰত ফলাফলৰ ভাৰ।
স্বৰ্গদেৱৰ বিশ্বাসী ভৃত্য
শ্ৰীলাচিত বৰফুকন

চন্দ্ৰধ্বজ। নিশ্চয় ঈশ্বৰৰ ওপৰত এতিয়া সকলো নিৰ্ভৰ।

[দুৱৰীৰ প্ৰবেশ।]

দুৱৰী (আঁঠু লৈ)। সৰ্গদেও ঈশ্বৰ। দুটা টেকেলাই এটা মানুহক ধৰি লৈ আহিছে। সিহঁতে তাক সৰ্গদেৱৰ আগলৈ আনিব খোজে।

চন্দ্ৰধ্বজ। আনক।

[দুৱৰীৰ প্ৰস্থান। দুটা টেকেলা আৰু এটা ডেকা ল'ৰাৰ প্ৰবেশ। টেকেলা দুটাই তাক ধৰি আনে।]

চন্দ্ৰধ্বজ। কি হল? ইয়াক ধৰি আনিছ কিয়?

টেকেলা (আঁঠু লৈ)। সৰ্গদেও ঈশ্বৰ। ই কাঁৰীৰ লেখৰ পৰা বাহিৰত থাকিবৰ বুধি কৰি চৈধ্য বছৰীয়া বুলি কৈছিল। ইয়াৰ এনে দুষ্টালি বুধি সৰ্গদেও। ই চুৰিয়াকে নিপিন্ধিছিল। এতিয়াহে আমি ইয়াক চুৰিয়া পিন্ধাই ইয়ালৈ আনিছো। সেইদেখি ইয়াক ধৰি অনা হৈছে সৰ্গদেও ঈশ্বৰ। এনেকৈ ফাঁকি দি থকা আমি আৰু গোটাচেৰেক পাইছোঁ। দুই-চাইটাক ধৰি আনি শাস্তি নিদিলে নহয় বুলি বন্দীহঁতে ভাবিছোঁ, সৰ্গদেও।

চন্দ্ৰধ্বজ। (ডেকা ল'ৰাটোক) হেৰ তোৰ বয়স কিমান?

ডেকাল'ৰা (আঁঠু কাঢ়ি, কান্দি কান্দি)। চৈধ্য বছৰ, সৰ্গদেও ঈশ্বৰ।

চন্দ্ৰধ্বজ (মিচিকিয়াই হাঁহি)। অৱশ্যে তাতে ৬।৭ বছৰ যোগ দি চৈধ্য বছৰ। (টেকেলাক) ইয়াক চৰতাৰে চাৰি কোব মাৰি কাঁৰীৰ লেখত সুমাই দে। আৰু বাক এনেকুৱা পাবি ধৰি লৈ আহিবি।

টেকেলা। যি আদেশ সৰ্গদেও ঈশ্বৰ।

চন্দ্ৰধ্বজ। আজিলৈ সভা ভঙ্গ কৰা গ'ল।

[প্ৰস্থান।]

---

## দ্বিতীয় দৰ্শন

স্থান—গুৱালকুচিৰ নামনি, ৰামসিংহৰ কোঠ

কাল—পুৱা

[ৰামসিংহ, নচৰৎখাঁ, ৰাইৰামদেও, ৰচিতখাঁ আৰু বৰফুকনৰ কটকী।]

ৰামসিংহ। দূত। তোমাৰ মালিক লাচিত বৰফুকনে মোলৈ সুধি পঠিয়াইছে যে মোৰ অসম দেশলৈ এইদৰে অহাৰ উদ্দেশ্য কি? তুমি কবাগৈ যে পূৰ্ব্বে আলিয়াৰখাঁ আৰু মোমাইতামুলী বৰবৰুৱাৰ ভিতৰত যি সন্ধি হৈছিল, সেই সন্ধিত অসুৰৰ আলি আৰু বৰনদীকে অসম ৰাজ্য আৰু বাদছাৰ ৰাজ্যৰ সীমা বন্ধা হৈছিল। সেই সন্ধিমতে গুৱাহাটী আমাৰ বাদছাৰ ৰাজ্যৰ ভিতৰ। এতেকে গুৱাহাটী তেওঁলোকে আমাক এৰি দিয়ক। নহলে দুই-ৰবীমান যুঁজিও চাব পাৰে। আৰু তালৈকো যদি তেওঁলোকৰ তীৰ-বন্দুক নাই, তেওঁ আমাক খুজিলেও আমি দিব-পাৰোঁ।" কি বোলা নচৰৎখাঁ?

নচৰৎখাঁ (মূৰ দুপিয়াই)। জোনাব।

ৰামসিংহ। দূত। আৰু কবা, তেওঁলোক হিন্দুস্তানৰ চুক এটাৰ গাতত সোমাই আছে। সেই-দেখি দিল্লীৰ বাদছাৰ প্ৰতাপৰ খবৰ তেওঁলোকে একো নাৰাখে। তেওঁলোকক গাতৰ ভিতৰৰ পৰা টানি বাহিৰলৈ উলিয়াই অলপ পোহৰ দেখুৱাবৰ নিমিত্তে বাদছাই মোক পঠিয়াই দিছে। (ৰাইৰাম-দেৱে হাঁহে)

নচৰৎখাঁ (মূৰ দুপিয়াই)। জোনাব।

কটকী (চেলাম কৰি কয়)। বোলোঁ এতিয়া গেলা গপ মাৰি থাকাহঁক। পিছত কাচুটি এৰি পলাবলগীয়া নহলেই ভাল।

ৰাইৰামদেও। কি কৈছা, আমি বুজিব পৰা ভাষাত নোকোৱা কেলে? ভয় নকৰিবা।

কটকী। কৈছোঁ বোলোঁ তোমালোকৰ কাচুটিত পোন্ধ নেথাকেই। সেইদেখি লৰৰ বেগত এৰি পলাবলৈকো সুবিধা হব।

ৰামসিংহ। দূত। তুমি কি কৈছা, আমি বুজাকৈ কোৱা। আমাৰ আগত একো ভয় কৰিবৰ আৱশ্যক নাই।

নচৰৎখাঁ (মূৰ দুপিয়াই)। জোনাব।

কটকী। হজুৰ। মোৰ হিন্দিভাষাত বৰ দখল নাই, সেইদেখিহে মুখত আমাৰ দেশৰ মাত ওলাই পৰে; ভয় কৰি নহয়। মই হজুৰক চেলাম জনাই বিদায়হে মাগিছিলোঁ।

ৰামসিংহ। আচ্ছা যাব পাৰা।

[কটকীৰ প্ৰস্থান।]

ৰচিতখাঁ (ৰামসিংহক)। জোনাব। অসম মলুকৰ আদমি বৰা চয়তান।"

নচৰৎখাঁ (মূৰ দুপিয়াই)। জোনাব।

ৰামসিংহ। এইখাৰ মজাটো পাব নহয়।